# ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ জীৱনালেখ্য

সম্পাদক ঃ

পদ্ম হাজৰিকা ❑ যতীন গোস্বামী

কামৰূপ জিলা মুক্তি যুঁজাৰু সন্মিলন

**TYAGBEER HEMCHANDRA BARUAR JIVANALEKHYA** : a collection of articles on the life and activities of Tyagbeer Hemchandra Barua :: published by Kamrup Zila Mukti-jujaru Sanmelan :: and printed at Joya Press, Guwahati-781003 :: 1st Edition - 2009 :: Price Rs. 250.00.

**ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা**

**প্ৰকাশক** : কামৰূপ জিলা মুক্তি-যুঁজাৰু সন্মিলন :: **ছপা** : জয়া প্ৰেছ, গুৱাহাটী-৭৮১০০৩ :: **বেটুপাত** : শ্ৰীনৱজ্যোতি চৌধুৰী, টেক্‌নো এড, গুৱাহাটী-৭৮১০০৩ ::

১ম প্ৰকাশ - নৱেম্বৰ, ২০০৯ : বেচ প্ৰতি খনে - ২৫০.০০ টকা।

প্ৰকাশন সমিতি :

শ্ৰীকামাখ্যা প্ৰসাদ দাস
শ্ৰীদ্বিজেন্দ্ৰ নাথ শৰ্মা
শ্ৰীকমল লহকৰ
শ্ৰীশুভেন্দু ভট্টাচাৰ্য্য
শ্ৰীনৃপেন মজুমদাৰ
শ্ৰীপদ্ম হাজৰিকা
শ্ৰীযতীন গোস্বামী

# আগকথা

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আছিল ভাৰতৰ এগৰাকী নিঃস্বাৰ্থ দেশপ্ৰেমিক, প্ৰগতিশীল চিন্তাবিদ, সৰ্বজনৰ মাননীয় নেতা আৰু সংগঠক। জীৱনৰ সকলো কামনা-বাসনা, যশস্যা আৰু লোভক আঁতৰত ৰাখি দেশ আৰু জনগণৰ কাৰণে উছৰ্গা কৰা এনে জৈৱিক উদাহৰণ বিৰল। অথচ এইগৰাকী পুৰুষৰ দাৰ্শনিক তত্ত্ব আৰু কৰ্মজীৱনৰ কথা ভালভাৱে আলোচনা বা উদ্ধাৰ নোহোৱাকৈ থাকি গ'ল। এনেকি ত্যাগবীৰ ভাল জীৱনী গ্ৰন্থ এখনো প্ৰকাশ হৈ নোলাল। তেওঁৰ জীৱন সম্পৰ্কে কোনো কথা ঘুণাক্ষৰেও তেওঁৰ ৰচনাবলীৰ মাজততো নিজে উল্লেখ নকৰিলেই এনেকি তেওঁৰ সমসাময়িক লিখক-প্ৰবন্ধকাৰসলৰ পৰাও ত্যাগবীৰৰ জীৱনৰ দ্বাৰা প্ৰভাবান্বিত হ'ব পৰা কথা বা কাহিনীমূলক ঘটনা প্ৰবাহৰ কথাও পোৱা নগ'ল। অৱশ্যে দেশৰ কাৰণে কিদৰে এইগৰাকী পুৰুষে কামত প্ৰবৃত্ত হৈছিল তাৰে কিছু আভাষ পোৱা গৈছে অমিয় কুমাৰ দাস, মুনীন বৰকটকী, পুষ্পলতা দাস, ৰবীন কাকতি আদি বিভিন্ন প্ৰবন্ধকাৰসকলৰ প্ৰকাশিত প্ৰবন্ধসমূহৰ মাজত (যথাস্থানত দ্ৰষ্টব্য)।

হেমচন্দ্ৰৰ জীৱন দৰ্শন আৰু চিন্তন সম্পৰ্কে জানিব পৰাকৈ তেওঁৰ যিখিনি ৰচনা সংগৃহীত হৈছে, তাৰ মাজত দেখা গৈছে যে তেওঁৰ চিন্তা, সংগঠন-কৰ্মৰ বিচিত্ৰতা আৰু ইতিহাস চৰ্চাৰ ধাৰা আছিল সুকীয়া আৰু সেইবোৰ সমলেৰে তেওঁ এখন প্ৰগতিশীল দেশ আৰু সমাজ ৰচনাৰ আগ্ৰহ কৰিছিল। ৰুচ দেশীয় বিপ্লৱৰ আঁৰত থকা শক্তিসমূহৰ কথাৰে ৰাজনৈতিক তথা সামাজিক বিপ্লৱৰ ধাৰণাৰ কথা আগবঢ়োৱা হেমচন্দ্ৰই কিন্তু সেইবোৰ দেশৰ কোনো ৰাজনৈতিক দৰ্শন বা 'বাদ' (ism)ক সমৰ্থন কৰা নাই, তেওঁ জাতীয় জীৱন আৰু জাতীয় সংস্কৃতিৰ নিজস্ব ধাৰাৰে বিকাশ লাভ কৰাৰ প্ৰচেষ্টাতহে অৱতীৰ্ণ হৈছিল। তেওঁৰ কামনাৰ সেইখন দেশ আৰু সমাজ নেদেখাকৈয়ে এইগৰাকী পুৰুষ আঁতৰি গ'ল যদিও ভৱিষ্যতৰ পুৰুষৰ কাৰণে তেওঁ এক মহৎ বাণী থৈ গৈছে। এইখিনিতে আমি উল্লেখ কৰিব খোজো যে দেশৰ কাৰণে জীৱন-যৌৱন, সুখ-স্বাচ্ছন্দ্য বিসৰ্জন দি ১৯৪৫ চনতে

ইহলীলা সম্বৰণ কৰা ত্যাগবীৰ হেম বৰুৱাৰ স্মৃতি ৰক্ষাৰ কাৰণে অসম কংগ্রেছ, কংগ্রেছী চৰকাৰ তথা ৰাইজৰ ফালৰ পৰা আশানুৰূপভাৱে কোনো ব্যৱস্থা হাতত নোলোৱাত এইখন গ্রন্থতে কেইবাজনো লিখকে ক্ষোভ প্রকাশ কৰিছে। অৱশ্যে দেশে স্বাধীনতা লাভ কৰাৰ পিছত ত্যাগবীৰৰ নামত এখন স্মৃতি-ৰক্ষা সমিতি আৰু কিছু টকাৰে এখন ট্রাষ্টবোর্ড গঠন হৈছিল। এই দুয়োটা অনুষ্ঠানৰ চেষ্টাত তেজপুৰ নগৰত হেম বৰুৱা স্মৃতি ভৱনটো গঢ়ি উঠিল আৰু সেইটোৱেই বিভিন্ন ঘাত-প্রতিঘাতৰ মাজেদি আজিও জীৱিত আছে। আনহাতে গুৱাহাটীৰ ষ্টেডিয়ামৰ সন্মুখত হৰিজন কলনিত এখন বিদ্যালয় প্রতিষ্ঠা কৰা হ'ল আৰু তাতে নিৰক্ষৰতা দূৰীকৰণ, মাদক দ্রব্য বৰ্জন আদি প্রশিক্ষণ কেন্দ্র এটা কিছু বছৰ চলি থকাৰ পিছত বন্ধ হৈ গ'ল। স্কুল ঘৰটো অৱশ্যে এতিয়াও আছে।

ট্রাষ্ট বোর্ডৰ জমা টকাৰে ১৯৭১ চনত ড° সত্যেন্দ্রনাথ শৰ্মাৰ সম্পাদনাত 'ত্যাগবীৰ হেমচন্দ্র বৰুৱা স্মৃতিগ্রন্থ' এখন প্রকাশ কৰি উলিয়ালে। তাৰো ২২ বছৰৰ পিছত ১৯৯৩ চনত হেমচন্দ্ৰ বৰুৱা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতিয়ে আন  এখন সৰু স্মৃতিগ্রন্থ প্রকাশ কৰিলে। ৰাইজৰ প্রচেষ্টাত জামুগুৰিত ত্যাগবীৰৰ স্মৃতিত এখন মহাবিদ্যালয় স্থাপন কৰিলে আৰু গাঁৱে-ভূঞে স্বাধীনতাৰ পিছতে দুই-তিনিখন এম-ই আৰু হাইস্কুল স্থাপন কৰিলে।

কিন্তু কালৰ বুকুত তাহানিৰ স্মৃতি-ৰক্ষা সমিতি, ট্রাষ্ট বোর্ডৰ অৱলুপ্তি ঘটিল তাৰ সদস্যসকলৰ মৃত্যুৰ লগে লগে ১৯৭১ চনত প্রকাশিত ত্যাগবীৰ স্মৃতিগ্রন্থখনো পাবলৈ নাইকিয়া হ'ল। আমি এই গ্রন্থখন প্রকাশৰ দায়িত্ব লোৱাৰ পিছত বহু চেষ্টা কৰিহে উক্ত স্মৃতিগ্রন্থখনৰ এটা ক পি বিচাৰি উলিয়াই তাত ৩৮ বছৰৰ আগতে প্রকাশ হোৱা কুমাৰ দাস, মুনীন্দ্র নাথ বৰকটকী, ৰজনীকান্ত গোস্বামী, পুষ্পলতা দাস, ৰবীন কাকতি আদিৰ মূল্যবান প্রবন্ধসমূহ আৰুহেম বৰুৱাই নিজে লিখা সৰু পুস্তিকা, প্রবন্ধকেইটা আমাৰ গ্রন্থখনত পুনৰমুদ্রণ কৰি নতুন প্রজন্মৰ অনুসন্ধিৎসুসকলৰ সুবিধাৰ কাৰণে আগবঢ়োৱা হৈছে।

গুৱাহাটীতো কেইবাবছৰৰ আগতে মুক্তি-যুঁজাৰু সন্মিলন, ত্যাগবীৰৰ গুণ-মুগ্ধসকল আৰু পৰিয়ালবৰ্গৰ কিছুসংখ্যকৰ সহযোগত সমাজকৰ্মী

বীৰেন্দ্ৰমোহন গোস্বামীৰ সভাপতিত্বত আন এখন ত্যাগবীৰ স্মৃতিৰক্ষা সমিতিয়ে বৰুৱাৰ সমাধিস্থলত এটা স্মৃতিস্তম্ভ নিৰ্মাণ কৰি প্ৰতি বছৰে ত্যাগবীৰৰ মৃত্যু তিথি (১১ আগষ্ট তাৰিখত) পালন কৰি আহিছে। (এই সম্পৰ্কে উক্ত সমিতিৰ সম্পাদক কৃষ্ণ শৰ্মাই তেওঁৰ লেখাত প্ৰকাশ কৰিছে)। সেইখন স্মৃতিৰক্ষা সমিতিয়েও ২০০৩ চনৰে পৰা ত্যাগবীৰৰ জীৱনী সংগ্ৰহ এখন সংকলন কৰি প্ৰকাশৰ প্ৰচেষ্টা চলাই আহিছিল যদিও কামত এধানমানো আগবাঢ়িব নোৱাৰাৰ প্ৰতি লক্ষ্য কৰি ২০০৮ চনৰ ১১ আগষ্টৰ স্মৃতিচাৰণ সভাত উপস্থিত সহকৰ্মীসকলৰ লগত কৰা আলোচনা মৰ্মে কামৰূপ জিলা মুক্তিযুঁজাৰু সন্মিলনৰ সভাপতিয়ে ২০০৯ চনৰ ১১ আগষ্ট তাৰিখে জীৱনী সংগ্ৰহ এখন সংকলন আৰু ছপা কৰি উন্মোচন কৰিব বুলি ঘোষণা কৰে আৰু উক্ত সভাই সেই কামৰ কাৰণে জিলা সভাপতি পদ্ম হাজৰিকা আৰু কাৰ্য্যকৰী সভাপতি তথা সাহিত্যসেৱী যতীন গোস্বামীক সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰে। কিন্তু প্ৰবন্ধ-পাতি সংগ্ৰহ কৰাত পলম হোৱাৰ কাৰণে যথা সময়ত গ্ৰন্থখন প্ৰকাশ কৰিব পৰা নহ'ল। 'ত্যাগবীৰৰ জীৱনালেখ্য'খন প্ৰকাশৰ মানসেৰে আমি অসমৰ বহুসংখ্যক লোকক প্ৰবন্ধৰ কাৰণে অনুৰোধ কৰিছিলো; তাৰ বহুজনে এই দিশত আমাক সহায় কৰিব নোৱাৰিলে যদিও কেইবাগৰাকীয়ে অশেষ কষ্ট কৰি আমাক সহায় কৰি কৃতাৰ্থ কৰিছে। প্ৰকাশনৰ ক্ষেত্ৰত কাঃ জিঃ মুঃ যুঃ সন্মিলনে পাতি দিয়া প্ৰকাশন সমিতিৰ সদস্যসকলে দেহা এৰি নখটা হ'লে 'ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ জীৱনালেখ্য'ৰ প্ৰকাশন সম্ভৱ হৈ নুঠিলহেঁতেন। এই সুযোগতে প্ৰকাশন সমিতিৰ সদস্যসকললৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। সদৌ শেষত কিতাপখনি ছপা-বন্ধা কাম নিয়াৰিকৈ কৰি দিয়া বাবে জয়া প্ৰেছৰ কৰ্মীসকল, কিতাপৰ বেটুপাতৰ পৰিকল্পনা আৰু অংকণৰ বাবে শ্ৰীনৱজ্যোতি চৌধুৰী আৰু এইখন জীৱনালেখ্যত আগতে প্ৰকাশ হোৱা কেতবোৰ প্ৰবন্ধ আমাৰ গ্ৰন্থত প্ৰকাশৰ সুযোগ পোৱাৰ বাবে সেইবোৰ গ্ৰন্থ, স্মৃতিগ্ৰন্থৰ কৰ্মকৰ্তাসকলৰ ওচৰত কৃতজ্ঞতা স্বীকাৰ কৰিছো। ইতি—

গুৱাহাটী, ১৫ নৱেম্বৰ, ২০০৯

শ্ৰীপদ্ম হাজৰিকা
শ্ৰীযতীন গোস্বামী

# সূচী-পত্ৰ

# জাতীয় জীৱনলৈ হেম বৰুৱাৰ বৰঙণি

—অমিয়কুমাৰ দাস

বিশ্ব-সাহিত্যিক দান্তেই এটা কথা লিখিছিল—

"মই ডাঠি কওঁ যি গৰাকী মহিলাৰ লগত মই প্ৰণয়ত আবদ্ধ, যি গৰাকী মোৰ প্ৰথম প্ৰণয়িনী, সেই গৰাকী মহিলা হৈছে, বিশ্ব-ব্ৰহ্মাণ্ডৰ সম্ৰাটৰ কুঁৱৰী যাক পিথাগোৰাছে (Pythagoras) বুলিছিল দৰ্শন; ইয়াকেই মূৰ্তিমন্ত জ্ঞান বুলিব পাৰি।" স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ বৰঙণি সম্পৰ্কে আলোচনা কৰিবলৈ লওঁতে এই কথা কেইআষাৰ মনলৈ আহিছে। তেওঁ দান্তেৰ ভক্ত আছিল। ভাবো তেওঁ যেন ভাৱৰ ৰাজ্যত আৰ্গোনাটৰ দৰে জীৱন অতিবাহিত কৰিলে— তেওঁৰ মনলৈ যিবিলাক প্ৰশ্ন আহিছিল তাৰেই যেন উত্তৰ বিচাৰি। দৰ্শনৰ দুটা দিশ; এটা দিশ হৈছে অ-মানৱীয় অৰ্থাৎ যুক্তিৰে বৈজ্ঞানিক জ্ঞানৰ সমন্বয় সাধনৰ চেষ্টা, সকলো কথা যুক্তিৰে এনেদৰে দেখুৱা হয় যেন সকলো এটা অখণ্ড বিষয়। আনটো দিশ হৈছে মানৱীয়, যি জ্ঞান আহৰণ কৰা হয়, জীৱনৰ লগত সেই জ্ঞানৰ সম্পৰ্ক বিচাৰ। মানুহ এজনে নিজৰ সম্পৰ্কে যিমান জানে, তাতকৈ বিশ্ব-ব্ৰহ্মাণ্ডৰ কথা কম জানে। যি কথা তেওঁৰ নিজৰ জীৱনৰ এটা তাৎপৰ্য্যপূৰ্ণ বিষয়, সেইটো আনলৈকো তাৎপৰ্য্যপূৰ্ণ বিষয় বুলি ভাবি লৈ তেওঁৰ সাহ হ'ব পাৰে। তেওঁ বিশ্ব-সাহিত্যিক গেটেৰ 'ফষ্টাছ'ৰ দৰে বিচাৰ কৰে। এনেবিধৰ দৰ্শনত বহুতেই গেটেৰ দৰ্শনকেই শ্ৰেষ্ঠ বুলি ভাবে। বোধকৰো ফষ্টাছৰ অন্বেষণ মানৱ মনৰ সাৰ্বজনীন ভাৱ। মহাত্মা গান্ধীয়ে যেতিয়া নিজৰ কাহিনী— সত্য-অন্বেষণৰ কাহিনী লিখিবলৈ লৈছিল তেতিয়া বোধকৰোঁ মানৱ মনৰ সেই সাৰ্বজনীন ভাৱৰদ্বাৰা প্ৰৰোচিত হৈহে লিখিবলৈ

লৈছিল। স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই তেনেদৰে সত্য-অন্বেষণৰ কাহিনী লিখিবলৈ লোৱা নাছিল যাৰে তেওঁৰ তাৎপৰ্য্যপূৰ্ণ জীৱনৰ প্ৰভাৱ আনকো দিব পাৰে।

এই সম্পৰ্কে আলোচনা কৰোঁতে মনলৈ আহিছে ফৰাছী সাহিত্যিক এণ্ড্ৰেজিডৰ এইষাৰ কথা। তেওঁ 'জাৰ্নালছ'ত লিখিছে, "কলাকাৰে জীৱনটো কেনেকৈ নিয়ে তাৰ বিৱৰণ দিয়াতকৈ নিজৰ জীৱনটো কিদৰে নিয়াব, তাৰ বিৱৰণ দিব লাগে।" স্বৰ্গীয় হেম বৰুৱাই নিজৰ জীৱনৰ আদৰ্শৰে, জীৱনৰ জ্বলন্ত উদাহৰণেৰে তাৎপৰ্য্য বুজাই গ'ল। সেই তাৎপৰ্য্য সমসাময়িক জীৱনৰ কাৰণেই নহয়— তাকো অতিক্ৰম কৰি ভৱিষ্যত জীৱনলৈকো সেই তাৎপৰ্য্যৰ নিশ্চয় প্ৰভাৱ থাকিব। কথাতকৈ জীৱনৰ দৃষ্টান্তৰে দিয়া প্ৰভাৱ এটা ডাঙৰ বৰঙণি।

মহাত্মা গান্ধীয়ে সমাজ-সেৱাৰ কামত লাগিবলৈ সঙ্কল্প কৰোঁতে নিজক কেনেকৈ উপযুক্তভাৱে ইয়াৰ বাবে প্ৰস্তুত কৰিব পাৰি তাকে চিন্তা কৰিছিল। তেওঁৰ মনলৈ ভাৱ আহিছিল— আৰ্থিক আকাঙ্ক্ষা আৰু সত্যাগ্ৰহ— এই দুয়োটা কথা একেলগে থাকিব নোৱাৰে। অপৰিগ্ৰহ, সমভাব, পৱিত্ৰতাৰ প্ৰয়োজনীয়তা— এনেবিলাক কথা মনলৈ আহিছিল, আৰু শেহত তেওঁ ব্ৰহ্মচৰ্য্য ব্ৰত নিজৰ অন্তৰত গ্ৰহণ কৰিছিল। **ত্যাগবীৰৰ জীৱনৰ কথাবিলাক আলোচনা কৰিলে মনলৈ আহে তেওঁৰ ব্ৰহ্মচৰ্য্য।** তেওঁ আদালতত ওকালতি আৰম্ভ কৰাৰ লগে লগে কেইবাজনো নেতৃস্থানীয় লোকে বিয়াৰ প্ৰস্তাৱ লৈ আহিছিল। সেই সময়ৰ সামাজিক অৱস্থা কি আছিল আজিৰ এই যুগৰ লোকে সহজে বুজিব নোৱাৰিব। ব্ৰাহ্মণ সমাজত গৌৰীদানৰ প্ৰথা প্ৰচলিত আছিল। ছোৱালী সৰুতে বিয়া দিয়াটো বাধ্যতামূলক নিয়মৰ দৰেই আছিল। ছোৱালী ডাঙৰলৈ বিয়া নিদিয়াকৈ ৰখাটো সামাজিক অপবাদৰ কথা বুলি পৰিগণিত হৈছিল। ছোৱালী যথাসময়ত বিয়া দি কন্যাদানৰ পৰা মুক্তি পাবলৈ কেইবাজনো লোকে লেখকৰ ওচৰ চাপিছিল— তেওঁৰ দৰে পাত্ৰ এজনত ছোৱালী গঁতাই এই দায়ৰ পৰা মুক্তি পাবলৈ। তেওঁলোকৰ ভাব হৈছিল তেওঁৰ দৰে এগৰাকী মহানুভৱ লোকে তেওঁলোকক এনে এটা সামাজিক দায়ৰ পৰা মুক্ত কৰিবলৈ কুণ্ঠাবোধ নকৰিব। লেখকে তেওঁৰ মন বুজি পালে। তেওঁৰ অন্তৰৰ দৃঢ়তা বুজি তেওঁলোকক জনালে। জনোৱা সত্বেও তেওঁলোক পতিয়ন নগ'ল। জানোচা

লেখকে প্ৰকৃত কথা জনোৱা নাই, এনে ভাৱত নিজেই প্ৰস্তাৱ আগবঢ়াইছিল। কিন্তু ত্যাগবীৰ পূৰ্বৰ দৰে অচল অটল থাকিল। বৰঞ্চ শ্ৰদ্ধাভাজন নেতৃস্থানীয় লোক কেইগৰাকীক সমুখা-সমুখিকৈ প্ৰত্যাহ্বান কৰিবলৈ টান পাই তেওঁলোকৰ ওচৰলৈ যোৱাটো কিছুদিনলৈ এৰিলে। **তেওঁৰ ভাব হৈছিল "যি বাট লৈছোঁ— সমাজ সেৱাৰ, দেশৰ মুক্তিৰ, এনে এটা বাট লৈ সাংসাৰিক জীৱনৰ বান্ধোনত সোমাৱোটো মহাপাপ। যি ঘৰুৱা দায়িত্ব মোৰ আছে তাকে যি পাৰোঁ পালন কৰোঁ, কিন্তু নতুনকৈ নিজৰ বাবে আৰু দায়িত্ব বঢ়াই নলওঁ।"** এনে ভাৱত তেওঁ সংযত পৱিত্ৰ জীৱন অতিবাহিত কৰিলে। মহাত্মা গান্ধীৰ দৰিদ্ৰতা বৰণ কৰা কথাৰ প্ৰতি তেওঁৰ মনত সমৰ্থন নাছিল। আজীৱন দাৰিদ্ৰ্যৰ লগত সংগ্ৰাম কৰিবলগীয়া হে ছাত্ৰজীৱনত তেওঁ বাৰ্ণাৰ্ড শ্বৰ দৰে ভাবিছিল "দুখীয়া হোৱাটো পাপ"। কিন্তু লাহে লাহে মহাত্মা গান্ধীৰ আন এটা দৰ্শনে তেওঁৰ মনলৈ এটা পৰিৱৰ্তন আনিলে। বৰ্তমান সভ্যতা-সংস্কৃতি গঢ়ি উঠাৰ বুৰঞ্জীৰ মনোযোগী ছাত্ৰ হিচাপে তেওঁৰ মনলৈ প্ৰশ্ন আহিল "বৰ্তমান যুগ মধ্যযুগৰ এন্ধাৰৰ পৰা ভালেখিনি বাট আগুৱাই আহিও আধুনিক য়ুৰোপে মধ্যযুগৰ সন্ত ফ্ৰেন্সিছে স্ব-ইচ্ছাত বৰণ কৰি লোৱা দাৰিদ্ৰ্যৰ গুণগ্ৰহণ কৰিবলৈ অসমৰ্থ। বৰ্তমান সভ্যতাৰ কাৰণে ইয়েই এটা ডাঙৰ ট্ৰেজেডী।" বৰ্তমান সভ্যতা সম্পৰ্কে ইংৰাজী সাহিত্যত হোৱা আলোচনা পঢ়ি তেওঁৰ মনলৈ এনে ভাব আহিছিল, সেইবাবে মহাত্মা গান্ধীৰ দৰ্শন মতে তেওঁ আৰ্থিক আকাঙ্ক্ষালৈ উদাসীনতাৰ ভাব ল'ব পাৰিছিল।

১৯২১ চনৰ জানুৱাৰী মাহত যেতিয়া মহাত্মা গান্ধীৰ আহ্বান আহিল— "কলেজ এৰি আহি গাঁৱলৈ গৈ গাঁৱলীয়া জনতাৰ সেৱা কৰা, এবছৰৰ ভিতৰত স্বৰাজ আহিব।" এই আহ্বানত তেওঁৰ মনলৈ পৰস্পৰ-বিৰোধী ভাব আহিল— তেওঁৰ অন্তৰে বিচাৰিলে অসহযোগ আন্দোলনত যোগ দি গাঁৱলীয়া জনতাৰ সেৱা কৰাটো। কিন্তু বাস্তৱ জীৱনে নগ্নমূৰ্তি লৈ সমুখত থিয় দিলে। সেই সময়ৰ পৰিস্থিতি লেখকৰ লগত আলোচনা কৰি ব্ৰহ্মপুত্ৰ নৈত গা ধুবলৈ গৈ কৈছিল— "দুখৰ লগত যুঁজ কৰোতেই ইমান দিন গ'ল। কোনোমতে এতিয়া ল কলেজৰ দ্বিতীয় বছৰ পাইছোঁহি— অহা বছৰলৈ ফাইনেল। এই সময়ত কলেজ এৰি দি ঘৰখনক দাৰিদ্ৰ্যৰ পৰা উদ্ধাৰ কৰিম কেনেকৈ? এনে ভাৱত তেওঁ জানুৱাৰী মাহত হোৱা ছাত্ৰ আন্দোলনত

প্ৰত্যক্ষভাৱে যোগ নিদিয়াকৈ থাকিল। তথাপিও তেওঁ গৰমৰ বন্ধৰ কেইমাহ তেজপুৰলৈ গৈ গাঁৱত কংগ্ৰেছৰ সভ্য ভৰ্তি কৰা, 'তিলক স্বৰাজ ভঁৰাল'লৈ দান সংগ্ৰহ কৰা কামত লাগিল আৰু নিৰ্দ্ধাৰিত কাম ৩০ জুন তাৰিখে পূৰা কৰি পুনৰ কলেজত যোগ দিলে। কিন্তু মানুহে জীৱনত সজ্ঞানে ধীৰ-স্থিৰ চিত্তৰে একোটা সিদ্ধান্ত ল'লেও এনে কিছুমান ঘটনা ঘটে— যিবিলাক ঘটনাই তেওঁক সিদ্ধান্তৰপৰা আঁতৰাই নিয়ে। কাৰণ তেওঁ যি সিদ্ধান্ত কৰিছিল সেই সিদ্ধান্ত তেওঁৰ জীৱনৰ মৌলিক আদৰ্শৰ ভেটিত প্ৰতিষ্ঠিত নাছিল। সেইবাবে ঘটনাৰ প্ৰচণ্ড আঘাতে তেওঁক মৌলিক আদৰ্শৰ লগত খাপখোৱা কথালৈ উটুৱাই লৈ গ'ল। তেওঁ কলেজ এৰি পূৰাকৈ অসহযোগ আন্দোলনত যোগ দিবলগীয়া হ'ল। ঘটনাটো আছিল দেশভক্ত ফুকনৰ ওপৰত ধুবুৰীৰ জিলা মেজিষ্ট্ৰেটে দিয়া নিৰ্দেশ— ৰাজদ্ৰোহৰ বাবে কিয় দণ্ডিত নহয় তাৰ কাৰণ দৰ্শোৱা। ৩০ ছেপ্তেম্বৰ তাৰিখে তেওঁক আদালতত হাজিৰ হ'বলৈ নিৰ্দেশ দিয়াত তেওঁৰ সম্মানাৰ্থে যিখন বিদায় সভা গুৱাহাটীত বহিছিল সেইখন সভাই তেওঁৰ মনত মচিব নোৱাৰা সাঁচ বহুৱাইছিল। তেওঁৰ নিজৰ ভাষাত ক'বলৈ গ'লে— "সেইখন সভাত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে যি বক্তৃতা দিলে তেওঁৰ তেনে বক্তৃতা মই আগতে শুনা নাছিলোঁ। সভা ভাগিল, ঘৰলৈ আহিলোঁ। কলেজ এৰি অসহযোগত যোগ দিয়াটো স্থিৰ কৰিলোঁ।" এইদৰে তেওঁ তেজপুৰ পালেগৈ আৰু অসহযোগ আন্দোলনৰ কামত পূৰ্ণ উদ্যমেৰে লাগিল।

**তেওঁ আছিল আদৰ্শবাদী।** আদৰ্শবাদী বুলিলে নো আমি কি বুজোঁ? যিজন লোকে বস্তুবাদ আৰু আধ্যাত্মিকতাৰ মূল্য নিৰূপণ কৰোঁতে আধ্যাত্মিক মূল্যৰে বস্তুবাদক নিয়ন্ত্ৰণ কৰে তেওঁৱেই আদৰ্শবাদী। এয়েই তেওঁৰ সমগ্ৰ সত্তা।

অসমৰ ৰাজনীতিৰ কৰ্মক্ষেত্ৰত তেওঁৰ বৰঙণি চিৰস্মৰণীয়। ১৯২২ চনত জেলৰপৰা মুক্তি পাই আহি সেই সময়ৰ ৰাজনৈতিক পৰিস্থিতিত যেতিয়া সকলো নেতা আৰু কৰ্মী কাৰাগাৰত বন্দী, সেই সময়ত তেওঁ অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সহকাৰী সম্পাদক হিচাপে কামৰ দায়িত্ব লৈ পণ্ডিত মদনমোহন মালব্যজী আৰু বাবু ৰাজেন্দ্ৰপ্ৰসাদৰ অসম ভ্ৰমণৰ দিহা কৰিলে। তেওঁলোকে সময় দিছিল ৫-দিন। সেইবাবে কামৰূপৰ বকো

অঞ্চলটো ছুফৰত সুমুৱাবলৈ বাবু ৰাজেন্দ্রপ্রসাদক লৈ তেওঁ বকৌলৈ গ'ল আৰু পণ্ডিত মদনমোহন মালব্যক তেজপুৰ, যোৰহাট, শিৱসাগৰ, ডিব্রুগড়লৈ নিয়াৰ আন ব্যৱস্থা কৰিলে।

ইয়াৰ কিছুদিনৰ পাছত জাতীয় কংগ্রেছৰ সভাপতি হাকিম আজমল খাঁৰ নেতৃত্বত গঠিত হোৱা Civil Disobedience Enquiry Committeeৰ বাবে স্মাৰক-পত্র তৈয়াৰ কৰিবলগীয়া হ'ল আৰু এই দুয়োটা কামেই তেওঁ কৃতিত্বৰে সৈতে সম্পন্ন কৰিলে।

সেই সময়ত বকৌলৈ যোৱাটো যে কি দুঃসাধ্য কথা আছিল, সেই সম্পৰ্কে বাবু ৰাজেন্দ্রপ্রসাদে তেওঁৰ জীৱন-স্মৃতিত উল্লেখ কৰিছে। সেই সময়ত পণ্ডিত মদনমোহন মালব্যৰ বয়স আছিল ৬২ বছৰ। এই বয়সত বকোৰ দৰে দুৰ্গম ঠাইলৈ যোৱাটো টান হ'ব, আনহাতে ৫-দিন সময় এঠাইৰ বাবেই লাগিব দেখি দুটা ভাগ কৰা হৈছিল। যি হওক, **বাবু ৰাজেন্দ্রপ্রসাদৰ জীৱন-সোঁৱৰণৰ পৰা অসমীয়া ভাঙনি ইয়াত দিয়া হ'ল ঃ**

"যি ঠাইলৈ আমি যাবলগীয়া হৈছিল সেই ঠাইডোখৰ গুৱাহাটীৰ পৰা ৩৬ মাইল আঁতৰত। ১৬ মাইল বাট আমি মটৰ লৰীৰে গৈ গৰুৰ গাড়ীৰে বাকী ডোখৰ যাবলগীয়া হৈছিল। আমি লৰীৰে গৈ দুপৰীয়া সেই ঠাইডোখৰ যদিও পালোঁগৈ, আৰু তেতিয়াই ৰাওনা হ'ব পাৰিলোঁহেঁতেন, কিন্তু ৰ'দ টান থকা বাবে গাৰোৱানহঁতে গধূলি নোহোৱালৈকে গাড়ী নচলায় বুলি ক'লে। আমি দলটোত ৫ জন আছিলোঁ দেখি দুখন গাড়ী ল'লোঁ। গধূলি ৫ বজাত আমি ৰাওনা হ'লোঁ। বাটটো ঠেক আছিল। ৰাতি ৮ বজাত আমি এডোখৰ ঠাই পালোঁগৈ, তাত বুট ভাজিৰ বাহিৰে আন একো খাবলৈ পোৱা নহ'ল। তাত আমি অলপ পৰ ৰৈ পুনৰ ৰাওনা হ'লোঁ। গাড়ীত মোৰ অলপ টোপনিৰ ভাব আহিছিল। এনেতে চিঞৰ-বাখৰ শুনি চক্‌খাই সাৰ পালোঁ, চাওঁ— মোৰ লগৰীয়াসকলে আৰু আনেও কেৰাচিন তেলৰ শুদা টিন বজাই কাণতাল মৰা চিঞৰ-বাখৰ কৰাত লাগিছে, গাড়ীৰ গাড়োৱানেও গৰুহাল বেগৰে যাবলৈ বুলি তেওঁৰ মতে সহজ উপায় লৈছে। আমি হাবিৰ মাজত; দুয়োকাষে পাহাৰ। লগৰীয়াহঁতক সুধি জানিলোঁ যে এইখন হাবিত বহুতো বনৰীয়া জন্তুৰে ভৰি আছে। বাঘে যুঁৱলীৰপৰা গৰু লৈ যায় হেনো। অলপতে হেনো এনে এটা ঘটনা ঘটিছিল। মোৰ আৰু টোপনি নাহিল, ৰাতিপুৱাতে গন্তব্য ঠাই গৈ পোৱাত আশ্বস্ত হ'লোঁ।

"তাত আবেলি এখন মিটিং পতা হ'ল। গাঁওবিলাকলৈ বাতৰি পঠোৱাত মিটিঙত তিনি শ মান মানুহ গোট খাইছিল। গোট খোৱা লোকসকলে ক'লে যে তাত হেনো আগতে কানি বৰকৈ চলিছিল, কিন্তু কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্যৰ ফলত কানিৰ প্ৰচলন কমিল। গভৰ্ণমেণ্টে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিক বিশেষভাৱে নিৰ্য্যাতন কৰিবলৈ বাছি লৈছিল, ইয়াৰ কাৰণ আছিল কানি প্ৰচলনত বাধা। জুই লগাই পুৰি পেলোৱা কংগ্ৰেছ অফিছৰ ঘৰটোৰ ধ্বংসাৱশেষৰ ছাঁই আমি দেখিবলৈ পালোঁ।

"উভতিবৰ বাটত আমি সেই ঠাই আবেলি তিনি বজাতেই এৰিছিলোঁ আৰু গাড়ীত নুঠি হাবিৰ মাজত আমি সকলোৱে খোজ কাঢ়ি গৈছিলোঁ; কিন্তু অকস্মাতে বাঘৰ গোঁজৰণি শুনি চক্ খালোঁ। কিন্তু চকুৰ আগত বাঘ ওলোৱা নাছিল। যি হওক, এইদৰে ওৰে ৰাতিটো আহি লৰীত উঠা ঠাইডোখৰ পুৱাতে পালোঁহি।' উজনি অসমৰপৰা ছফৰ শেষ কৰি অহা পণ্ডিত মালব্যজীক গুৱাহাটীত লগ ধৰিলোঁহি।" (জীৱন সোঁৱৰণ, ১৭৫-১৭৬ পিঠি)

ইয়াৰ পাছতেই 'চিভিল ডিচঅবিডিয়েন্স ইনকুৱাৰী কমিটী'ৰ সন্মুখীন হোৱাটো, নেতৃস্থানীয় লোকসকল বন্দীশালত বন্দী থকা অসমৰ পক্ষে কি টান কথা আছিল সকলোৱে বুজিব পাৰিব। এই কমিটীত যিসকল সদস্য আছিল সকলোৱেই ভাৰতৰ শীৰ্ষস্থানীয় আৰু অতি বিচক্ষণ লোক আছিল। পণ্ডিত মতিলাল নেহৰু, ভিথলভাই পাটেল, বিজয়ৰাঘৱ আচাৰীয়া, ৰাজাগোপাল আচাৰীয়া খ্যাতনামা আইনজ্ঞ লোক, এওঁলোকৰ বাহিৰে ডাক্তৰ আনচাৰী, বিখ্যাত সাংবাদিক কস্তুৰীৰঙ্গ আয়েঙ্গাৰ এই কমিটীৰ সদস্য আছিল। তেওঁলোকৰ নিজৰ মাজত মতানৈক্য থকাত কোনে কোন ফালৰপৰা জেৰা কৰে বুজা টান হৈছিল।

এই কমিটীৰ মূল কথা আছিল— ৰাজনৈতিক অস্ত্ৰ হিচাপে সত্যাগ্ৰহৰ *(Civil Disobedience)* মূল্যায়ন কৰা। সত্যাগ্ৰহৰ মতবাদ আৰু এই মতবাদ কাৰ্য্যত প্ৰয়োগ বিচাৰৰ বিষয় আছিল। কলা আৰু বিজ্ঞান হিচাপে ৰাজনীতিত সত্যাগ্ৰহৰ প্ৰয়োগ সম্পৰ্কে পুনৰ আলোচনা আৰু তাৰ মূল্যায়ন কৰা— এনেবিলাক দায়িত্ব কমিটীক দিয়া হৈছিল।

এখন গৃহস্থৰ মুৰব্বীজনৰ যেতিয়া মৃত্যু হয়, তেতিয়া পৰিয়ালৰ আন সকলোৱে মাজত নানান কথা লৈ মনৰ অমিল হোৱা দেখা যায়। ভাৰতৰ

ৰাজনীতিৰ ক্ষেত্ৰতো এনে এটা অৱস্থা পৰিলক্ষিত হ'ল। অসহযোগ আন্দোলনৰ আৰম্ভণিৰে পৰা, ওপৰ মহলৰ ৰাজনৈতিক নেতাসকলে অসহযোগৰ অন্তৰ্নিহিত দৰ্শনৰ মূল কথাবিলাকতকৈ অসহযোগৰ বাহ্যিক ৰূপতেই আকৃষ্ট হৈছিল। এই বাবে ১৯২২ চনৰ মাৰ্চ মাহত ৰাজনীতিৰ কৰ্মক্ষেত্ৰৰপৰা অকস্মাতে মহাত্মা গান্ধীক য়াৰবেদা জেইলৰ ওখ দেৱালৰ মাজত বন্দী কৰাত ভাৰতীয় নেতাসকলৰ মনলৈ নানান ভাৱ আহিল। এবছৰ পূৰ্ণ উদ্যমৰে আন্দোলন চলোৱাৰ পাছত সত্যাগ্ৰহৰ মূল্যায়ন কৰিবলৈ ব্যগ্ৰ হৈ উঠিল। ৰাজনীতিত সত্যাগ্ৰহৰ প্ৰয়োগ সম্পৰ্কে তদন্ত কৰা তেওঁলোকে প্ৰয়োজন অনুভৱ কৰিলে। এই কমিটীৰ সদস্যসকলৰ মাজত দুটা মত পৰিলক্ষিত হৈছিল। ৰাজনীতিত সত্যাগ্ৰহৰ ব্যৰ্থতা, আৰু কাউন্সিলত সোমোৱাৰ প্ৰয়োজনীয়তাত এটা দলৰ বিশ্বাস আছিল আৰু আনটো দলৰ সত্যাগ্ৰহৰ সপক্ষে যুক্তি প্ৰদৰ্শনৰ মনোভাব আছিল। পৰস্পৰ-বিৰোধী মতাৱলম্বী এইসকল খ্যাতনামা নেতাৰ সন্মুখীন হ'বলৈ ৰাজনীতিত অনভিজ্ঞ ডেকাৰ পক্ষে কি ডাঙৰ কাম আছিল, সেইটো সহজে অনুমান কৰিব পাৰি। এই কমিটীৰ বাবে সহকাৰী সম্পাদক হিচাপে ত্যাগবীৰে স্মাৰক-পত্ৰ ৰচনা কৰিলে। ৰাজনীতি আৰু জীৱনৰ কাৰ্য্যনীতিত অনভিজ্ঞ হ'লেও যিসকল ডেকাৰ ওপৰত এই কমিটীৰ সদস্যসকলৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ দায়িত্ব পৰিছিল ত্যাগবীৰৰ পৰিচালনাত তেওঁলোকে কৃতকাৰ্য্যতা লাভ কৰিছিল। ৰাজাগোপাল আচাৰীয়াই ইয়ং ইণ্ডিয়া কাকতত *From the Brahmaputra* শীৰ্ষক প্ৰবন্ধত লিখিছিল—

"The civil disobedience Enquiry Committee has finished its long tour in Mr. Phookan's house. We had the privilege to meet and hear the views of some of the bravest and trusted of Gandhiji's followers— young men holding high the torch of faith, amidst curelty and devastation of illegality and unrestrained repression, strong and cheerful inspite of darkness and depression all around. If India had such youths of courage and faith, serving the cause in all her provinces, there would be no doubt of the early attainment of such goal." *(Young India, Aug. 1922)*

ভাৰতৰ মুক্তি যুঁজত ত্যাগবীৰৰ বৰঙণি লেখত ল'বলগীয়া। আন্দোলন একে গতিত একে উদ্যমৰে চলাই থকা টান। একো একোটা সময়ত কৰ্মীসকলৰ মনলৈ অৱসাদ আহে। সেই সময়ত তেওঁৰ উদ্যম আৰু প্ৰেৰণাই কৰ্মীসকলৰ মনৰপৰা অৱসাদ গুচোৱাত সহায় কৰিছিল। ১৯৩০ চনৰ আন্দোলনত অসমত কংগ্ৰেছ অনুষ্ঠানটো নতুনকৈ সংগঠিত কৰিবলগীয়া হৈছিল। এই পুনৰ-সংগঠনত তেওঁৰ বৰঙণি কংগ্ৰেছৰ বুৰঞ্জীত সদায় জিলিকি থাকিব। সেই সময়ৰ অসমৰ ৰাজনৈতিক পৰিস্থিতি স্মৰণ কৰিলে আমি দেখোঁ নেতাসকলৰ ক্লান্তি। পাণ্ডু কংগ্ৰেছৰ অধিবেশনৰ বাবে নেতাসকল আৰ্থিক ক্ষতিগ্ৰস্ত হ'বলগীয়া হোৱাত তেওঁলোকে পুনৰ মুক্তি আন্দোলনৰ দায়িত্ব ল'বলৈ অসমৰ্থ হোৱাত ইয়াৰ দায়িত্ব ল'বলগীয়া হ'ল ডেকাদলে। কিন্তু সেই সময়ত অসমত কংগ্ৰেছৰ সাংগঠনিক পৰিস্থিতি কি আছিল সেই সম্পৰ্কে 'সাপ্তাহিক আৰু দ্বি-সাপ্তাহিক অসমীয়া' কাকতত আভাস পোৱা যায় মৌলানা মহম্মদ তৈয়বুল্লাৰ বিবৃতি আৰু গোহাৰিত। সাধাৰণ সম্পাদক হিচাপে তেওঁ জনাবলগীয়া হৈছিল কংগ্ৰেছৰ ভঁৰাল উদং, সদস্য ভৰ্তিৰ কাম ভালকৈ নোহোৱা জিলা কংগ্ৰেছবিলাকে প্ৰাথমিক কংগ্ৰেছৰ লগত যোগাযোগ ৰখাৰ অৱহেলা। এনে এটা পৰিস্থিতিৰ মাজত মুক্তি আন্দোলন পৰিচালনা কৰাৰ দায়িত্ব ল'বলগীয়া হৈছিল। যি হওক, ডেকাদলৰ মাজত উৎসাহ উদ্দীপনা যিসকলে সৃষ্টি কৰি আন্দোলনৰ বাটত আনক আগবঢ়াই নিছিল, সেই সকলৰ ভিতৰত হেমচন্দ্ৰ বৰুৱা অন্যতম। প্ৰদেশ কংগ্ৰেছৰ নতুনকৈ নিৰ্বাচিত ডেকা সভাপতি শ্ৰীযুত বিষ্ণুৰাম মেধিৰ লগত অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে ফুৰি আন্দোলনৰ বাবে প্ৰস্তুতি কৰাত তেওঁ উঠি পৰি লাগিছিল আৰু অসমৰ দৰে সৰু ৰাজ্য এখনত হেজাৰতকৈ সৰহ সংখ্যক লোকে সত্যাগ্ৰহত যোগ দি কাৰাবৰণ কৰিছিল। নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অফিছৰপৰা পঠোৱা হিচাপ-পৰীক্ষকে বিস্ময় প্ৰকাশ কৰিছিল ১১০০ টকা খৰচত হেজাৰতকৈ সৰহ সংখ্যক মানুহক সত্যাগ্ৰহত যোগ দিয়াবলৈ সমৰ্থ হোৱাত। তেওঁ মৌখিক মন্তব্য কৰিছিল, উত্তৰ প্ৰদেশৰ একো একোখন জিলাত লাখ টকাতকৈ সৰহ খৰচ হৈছিল আৰু ইমান ধন খৰচ হোৱা সত্ত্বেও জিলাখনত হেজাৰমান সত্যাগ্ৰহী দণ্ডিত হৈছিল। প্ৰদেশ কংগ্ৰেছৰ অফিছ ঘৰ নথকা সত্ত্বেও খৰচ-পত্ৰৰ হিচাপ আৰু সকলো প্ৰয়োজনীয় কাকত-পত্ৰ

ভালকৈ ৰাখিব পৰাটো তেওঁৰ কৃতিত্ব। সেই সময়ত গভৰ্ণমেণ্টৰ নিৰ্য্যাতন নীতিৰ ফলত কংগ্ৰেছ অফিছৰ বাবে ঘৰ পোৱাটো অসম্ভৱ হৈছিল। হেমচন্দ্ৰ বৰুৱাই কি একাগ্ৰতা আৰু কৰ্তব্যনিষ্ঠাৰে কাম কৰিছিল, সেই কথাষাৰ ইয়াতেই বুজিব পাৰি। তেওঁ নিজেও গ্ৰেপ্তাৰ হ'বলগীয়া হৈছিল আৰু জেইলত বিচাৰাধীন আছামী হিচাপে বন্দী থাকি মুক্তি পোৱাৰ পাছত ১০৮ ধাৰামতে পুনৰ নোটিচ পাইছিল; কিন্তু বিচাৰকে তেওঁক মুচলুকা নোলোৱাকৈ এৰি দিছিল। গান্ধী-আৰৱিন চুক্তিৰ পাছত অসমত ক'ত চুক্তিৰ চৰ্ত ভঙ্গ কৰা হৈছে সেই সম্পৰ্কে সকলো তথ্যাদি সংগ্ৰহ কৰি নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অফিছলৈ মাহে মাহে ৰিপোৰ্ট পঠাবলগীয়া হৈছিল। চুক্তিৰ চৰ্ত ভঙ্গ কৰাৰ কথাষাৰ সেই সময়ত ইমান গুৰুত্বপূৰ্ণ হৈছিল যে ইয়াৰ বাবে বিলাতৰ মেজ-মেলত মহাত্মা গান্ধীয়ে যোগ নিদিয়াৰ সম্ভাৱনা হৈছিল। মহাত্মা গান্ধী ঘূৰণীয়া মেজ-মেলৰপৰা উভতি অহাৰ পাছত পুনৰ বন্দীশালত সোমাবলগীয়া হ'ল, আৰু লগে লগে ভাৰতবৰ্ষৰ আন ৰাজ্যৰ দৰে অসমতো আন্দোলন পূৰ্ণ উদ্যমেৰে চলিবলৈ ধৰিলে। হেমচন্দ্ৰ বৰুৱা সাধাৰণ সম্পাদক হিচাপে গান্ধী-আৰৱিন চুক্তিৰ সময় ডোখৰত সংগঠনৰ কামত মন দিয়া বাবে এনে সম্ভৱ হৈছিল। এই সময় ডোখৰত কংগ্ৰেছ সেৱাদলৰ ট্ৰেইনিঙৰ বাবে দিহা কৰা, কেম্প পৰিচালনা কৰোৱা, প্ৰদেশ কংগ্ৰেছৰ বাবে স্থায়ী অফিছ ঘৰ সজোৱা আদি কামত মন দিয়া বাবে আন্দোলন আৰম্ভ হ'ল। ক'বলৈ গ'লে, সংগঠনৰ কামবিলাকত অসম দ্ৰুত বেগৰে আগবাঢ়ি যোৱা দেখি অসম গভৰ্ণমেণ্টে পোন প্ৰথমতে যুদ্ধ ঘোষণা কৰি প্ৰদেশ কংগ্ৰেছ কমিটী, সেৱাদল আদি সকলো অনুষ্ঠান ফৌজদাৰী কাৰ্য্যবিধি আইনৰ ১৭ ধাৰা মতে বে-আইনী ঘোষণা কৰিলে। এইবাৰৰ আন্দোলনত সেৱাদলত যোগ দিয়া বাবে অসমৰ প্ৰায় প্ৰত্যেক জিলাতেই ৫/৬ শতকৈ অধিক লোক কাৰাদণ্ডিত হৈছিল। অসমত প্ৰায় ২ হেজাৰতকৈ অধিক লোক কাৰাদণ্ডিত হৈছিল। কিন্তু ১৯৩৩ চনৰ মাজভাগত পৰিস্থিতিৰ সলনি হ'ল। দেশত এটা অৱসাদ আহিল। নানান কাৰণত এনে অৱস্থাৰ সৃষ্টি হৈছিল। ১৯৩২ চনত য়াৰৱদা জেইলত বন্দী হৈ থকা অৱস্থাত প্ৰধান মন্ত্ৰী ম্যেকডোনাল্ডৰ সাম্প্ৰদায়িক সিদ্ধান্তৰ প্ৰতিবাদ স্বৰূপে মহাত্মা গান্ধীয়ে আমৰণ অনশন কৰিবলৈ লোৱাৰ পাছত সাম্প্ৰদায়িক সিদ্ধান্তৰ পৰিৱৰ্তন হ'ল আৰু 'য়াৰৱেদা চুক্তি' নামে

জনাজাত এটা চুক্তি স্বাক্ষৰিত হ'ল। এইমতে অনুসূচিত সম্প্ৰদায়বিলাকৰ বাবে সুকীয়া সমষ্টিৰ ব্যৱস্থাৰ পৰিৱৰ্তে সাধাৰণ সমষ্টিৰ অন্তৰ্ভুক্ত কৰি অনুসূচিত সম্প্ৰদায়ৰ বাবে আসন সংৰক্ষণৰ ব্যৱস্থা কৰা হ'ল আৰু ইয়াৰ পাছত অস্পৃশ্যতা বৰ্জন সম্পৰ্কে কাৰাগাৰত বন্দী থাকিও প্ৰচাৰ কাৰ্য্য চলাবলৈ মহাত্মা গান্ধীক সুবিধা গভৰ্ণমেণ্টে দিছিল। কিন্তু ৰাজনৈতিক পৰিস্থিতিৰ কাৰণে অৰ্থাৎ মহাত্মা গান্ধীক ১৯৩৩ চনৰ মে' মাহত মুকলি কৰাৰ পাছত পুনৰ সত্যাগ্ৰহ কৰি গ্ৰেপ্তাৰ হোৱাত সেই সুবিধাৰপৰা বঞ্চিত হোৱাত মহাত্মাই পুনৰ অনশন আৰম্ভ কৰিলে আৰু পুনৰ তেওঁক মুকলি কৰি দিয়া হ'ল। ইয়াৰ বাবে ৰাজনৈতিক কৰ্মীসকলৰ মনলৈ এটা অসন্তোষৰ ভাব নোহোৱাকৈ নাছিল। **মহাত্মা গান্ধীৰ সত্যাগ্ৰহৰ কেৱল ৰাজনৈতিক লক্ষ্য নাছিল, ইয়াৰ আধ্যাত্মিক লক্ষ্যও আছিল।** অস্পৃশ্যতা নিবাৰণ কৰিবলৈ যত্ন কৰি ৰাজনৈতিকতাৰ পৰা আঁতৰি সমাজ সংস্কাৰৰ কামত লগা বুলি কিছুমান ৰাজনৈতিক কৰ্মীৰ মনলৈ ভাব নোহোৱা নহয়। তেওঁলোকে ভাবিছিল আইন অমান্য আন্দোলন পূৰ্ণ উদ্যমেৰে চলি থকাৰ মাজত অস্পৃশ্যতাৰ কৰ্মক্ষেত্ৰত কাম কৰাৰ সুবিধা নোপোৱাত অনশন কৰিবলৈ গৈ মহাত্মাই ৰাজনৈতিক আন্দোলনক আনফালে পৰিচালিত কৰিব ধৰিছে; ইয়াৰ ফলত দেশবাসীৰ মনলৈ ৰাজনৈতিক উদ্দেশ্যতকৈ সমাজ সংস্কাৰলৈ ধাউতি বাঢ়িব ধৰিছে। এনেবিলাক কথা লৈ কিছুমান ৰাজনৈতিক কৰ্মীয়ে মহাত্মাৰ লগত চিঠি লিখা-লিখি কৰিছিল। আনহাতে বৃটিছ পাৰ্লামেণ্টত ভাৰত-সচিব চাৰ ছেমুৱেল হোৰেও সত্যাগ্ৰহীৰ সংখ্যা এই বাবে কমি যোৱা বুলি মন্তব্য কৰিছিল। কিন্তু আনহাতে আৰু এটা কথা লক্ষ্য কৰিবলগীয়া হ'ল গভৰ্ণমেণ্টৰ নিৰ্য্যাতন-নীতি। গভৰ্ণমেণ্টৰ নিৰ্মম নিৰ্য্যাতনৰ ফলত কংগ্ৰেছে প্ৰকাশ্যে কাম কৰিবলৈ টান পোৱাত গোপনীয়তা অৱলম্বন কৰিছিল। মহাত্মা গান্ধীয়ে গোপনীয়তা এৰি দিবলৈ নিৰ্দেশ দি সত্যাগ্ৰহীৰ সংখ্যাতকৈ অকল গুণলৈ প্ৰাধান্য দিছিল। আৰু ১৯৩৩ চনৰ জুলাই মাহত বহা পুণা সন্মিলনত সমূহীয়া সত্যাগ্ৰহ বন্ধ কৰি ব্যক্তিগত সত্যাগ্ৰহৰ নিৰ্দেশ দিছিল। এইবাবেও সত্যাগ্ৰহীৰ সংখ্যা কমা নাছিল বুলি ক'ব নোৱাৰি। যি হওক, এনে এটা পৰিস্থিতিত ১৯৩০ চনৰ পৰা কেইবাবাৰো কাৰাবৰণ কৰি কৰ্মীসকলৰ মনলৈ ক্লান্তি যে অহা নাছিল তাকো ক'ব নোৱাৰি। এনে এটা পৰিস্থিত উদ্ভৱ হোৱাত ১৯৩৩ চনৰ ছেপ্তেম্বৰ মাহত

হেমচন্দ্ৰ বৰুৱাই ব্যক্তিগত সত্যাগ্ৰহ কৰাটো স্থিৰ কৰিলে। অসমত কানিৰ প্ৰচলন বৰ বেছি আছিল। ইয়াৰ বিৰুদ্ধে শিক্ষিত জনমত গঢ়ি উঠিছিল। **১৯২১ চনৰ পৰা কংগ্ৰেছে কানিকে কেন্দ্ৰ কৰি অসমত আন্দোলন** গঢ়ি তুলিছিল। ১৯২১ চনৰ আগতে অসমত বছৰেকত প্ৰায় ১৬শ মোন কানি ব্যৱহাৰ হৈছিল। আন্দোলনৰ ফলত শতকৰা প্ৰায় ৫০ ভাগ কমিল। অসম কংগ্ৰেছে মহামতি ছি.এফ্, এণ্ড্ৰুজৰ দৰে সভ্য জগতত জনাজাত সমাজসেৱী লোক এগৰাকীৰে সৈতে কানি তদন্ত কমিটী গঠন কৰি কানিৰ বিৰুদ্ধে জনমত আৰু প্ৰবল কৰি তুলিছিল। গভৰ্ণমেণ্টেও কানিৰ প্ৰচলন কমাবলৈ সঙ্কল্প কৰিও কানিৰ পৰা হোৱা আয়ৰ লোভ এৰিব নোৱাৰি এই সম্পৰ্কে স্থিৰ নীতি ল'বলৈ অসমৰ্থ হৈছিল। গভৰ্ণমেণ্টৰ কানি নীতি সমালোচনা কৰি কেইবাটাও মূল্যবান প্ৰবন্ধ লিখি অৱশেষত হেমচন্দ্ৰ বৰুৱাই ৫ ছেপ্টেম্বৰ তাৰিখে কংগ্ৰেছ কৰ্মীসকলক কানি দোকানত পিকেটিং কৰিবলৈ নিৰ্দেশ দিলে আৰু ইয়াৰ বাবে তেওঁ এবছৰৰ কাৰাদণ্ড বৰণ কৰিলে। ইয়াৰ ফলত দেশত এটা নতুন প্ৰেৰণা আহিল আৰু কিছুমান কৰ্মীয়ে ব্যক্তিগত সত্যাগ্ৰহ কৰি কাৰাদণ্ড বৰণ কৰিছিল। মুক্তিৰ অভিযান চলাবলৈ কংগ্ৰেছ কৰ্মীসকলৰ মনলৈ কেনেকৈ উদ্দীপনা প্ৰেৰণা আনিব পাৰি তাৰ বাবে সদায় তেওঁ মন দিছিল।

কংগ্ৰেছে যেতিয়া আন্দোলন স্থগিত ৰাখি কাউন্সিল এছেম্বলীৰ কাৰ্য্যক্ষেত্ৰত কাম কৰা স্থিৰ কৰিলে, তেনে পৰিস্থিতিত নিৰ্বাচনৰ বাবে প্ৰস্তুতি কৰা আদি কামতো তেওঁৰ বৰঙণি উল্লেখযোগ্য। ১৯২২ চনত গয়া কংগ্ৰেছৰ পাছত **স্বৰাজ্য দল** গঠিত হোৱাত তেওঁক দেশভক্ত ফুকনে সহকাৰী সম্পাদক হিচাপে নিযুক্ত কৰাত গোটেই অসম ফুৰি এই দল গঠন কৰি নিৰ্বাচন-প্ৰাৰ্থীৰ দিহা কৰিছিল। ইয়াৰ পাছত ১৯৩৪ চনত পুনৰ কংগ্ৰেছে পাৰ্লামেণ্টৰী কাৰ্য্যক্ষেত্ৰত কাম কৰাটো সিদ্ধান্ত কৰাত আৰু গভৰ্ণমেণ্টে ভাৰতীয় লেজিছলেটিভ এছেম্বলীৰ পুনৰ নিৰ্বাচনৰ দিহা কৰাত অসম প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সম্পাদক হিচাপে এই দায়িত্ব যিদৰে পালন কৰিছিল, সেইটো অসম কংগ্ৰেছৰ বুৰঞ্জীত সদায় স্মৰণীয় থাকিব। এই নিৰ্বাচনত নতুনকৈ সংগঠিত কংগ্ৰেছ এফালে, আনফালে দেশভক্ত ফুকনৰ বিৰাট ব্যক্তিত্বৰ লগত সংঘৰ্ষ উপস্থিত হ'ল। এইবাবে যে ভাৰতীয় নেতাসকলো সমস্যাত পৰা নাছিল সেইটো ক'ব নোৱাৰি। ভাৰতীয়

নেতৃত্বৰ ওপৰ মহলত কিছুমানে নিয়মানুবৰ্তিতা আৰু শৃঙ্খলাতকৈ ব্যক্তিকে আগশাৰী দিয়াৰ ভাব ৰাখিছিল।

দেশভক্ত ফুকনে ১৯৩০ চনত কংগ্ৰেছৰ নিৰ্দেশ অৰ্থাৎ এছেম্বলীৰপৰা পদত্যাগ কৰাটো মানিলেও পাছত নিৰ্বাচন-প্ৰাৰ্থী হৈ এছেম্বলীত সোমাল। দ্বিতীয়তে, কংগ্ৰেছ অনুষ্ঠানৰ নিয়মমতে প্ৰদেশ কংগ্ৰেছলৈ নিৰ্বাচনৰ বাবে আবেদন নিদি আৰু কংগ্ৰেছৰ বাছনিৰ পাছত তেওঁ প্ৰাৰ্থী হোৱাটো অসমৰ নিৰ্বাচক-মণ্ডলীৰ কাৰণে এটা ডাঙৰ সমস্যাৰ কথা হৈছিল। এফালে নতুনকৈ সংগঠিত হোৱা ডেকা কংগ্ৰেছ, আনহাতে দেশৰ মুক্তিৰ বাবে ত্যাগী দেশভক্তৰ দৰে এজন লব্ধপ্ৰতিষ্ঠ নেতাৰ বিৰাট ব্যক্তিত্ব। কংগ্ৰেছ পাৰ্লামেণ্টৰী বোৰ্ডৰ দুজনমান দায়িত্বশীল নেতাই অসম প্ৰদেশ কংগ্ৰেছৰ মনোনয়ন নাকচ কৰি দেশভক্তক মনোনয়ন দিবলৈ বিচাৰিলেও অসমৰ কৰ্মীসকলৰ লগত আলোচনা কৰি শেহত কৰ্মীসকলৰ মতকে সমৰ্থন কৰিলে। ভাৰতীয় নেতৃত্বই অসমৰ নতুনকৈ গঢ়ি উঠা কংগ্ৰেছে এই নিৰ্বাচনত জিকিব বুলি ভবা নাছিল। কিন্তু হেম বৰুৱাৰ অশেষ যত্ন, সংগঠন দক্ষতা নিৰ্বাচনী কৌশল ইত্যাদিত কংগ্ৰেছে জয় লাভ কৰি ভাৰতীয় কংগ্ৰেছৰ ওপৰ মহলৰ শ্ৰদ্ধাৰ পাত্ৰ হ'ল। এই নিৰ্বাচনে অসম কংগ্ৰেছলৈ নতুন শক্তি আনিলে আৰু তাৰ পাছত সাধাৰণ নিৰ্বাচনত কংগ্ৰেছৰ প্ৰভাৱ প্ৰতিপত্তি বঢ়োৱাত সহায় কৰিলে বুলি সকলোৱে স্বীকাৰ কৰিব।

ইয়াৰ পাছত ১৯৩৬-৩৭ চনৰ সাধাৰণ নিৰ্বাচনৰ আগতে অসমৰ কেইজন খ্যাতনামা নেতাই কংগ্ৰেছৰ লগত কথা পাতি আপোছত কেইখনমান আসন পাবৰ কথা ভাবিছিল আৰু এইবাবে এগৰাকী বিশিষ্ট নেতাৰ ঘৰত চাহ-মেলত কথা পতাৰ সুযোগ লৈছিল। সেই সময়ত অসমৰ গভৰ্ণৰৰ উদ্বেগ নোহোৱাকৈ নাছিল। কংগ্ৰেছৰ লক্ষ্য আছিল পাৰ্লামেণ্টাৰী অনুষ্ঠানত সোমাই স্বাধীনতা সংগ্ৰাম শক্তিশালী কৰা আৰু এই বাবে শাসন আইনৰ পৰিচালনাত বাধা দিয়া। সেই গৰাকী নেতাই গভৰ্ণৰৰ দ্বাৰা প্ৰৰোচিত হৈ কথা নপতা নহয়। কিন্তু কংগ্ৰেছ কৰ্মীসকল দৃঢ়প্ৰতিজ্ঞ আছিল; নিৰ্বাচনৰ আগতে আপোছত আসন এৰি দিবলৈ মান্তি নহ'ল। ফলত অসমৰ কংগ্ৰেছ কমিটি সুৰমা আৰু অসম কংগ্ৰেছৰ নিৰ্বাচন অভিযান চলাবলৈ যুটীয়া কংগ্ৰেছ পাৰ্লামেণ্টৰী বোৰ্ড গঠিত হ'বলগীয়া হ'ল। গুৱাহাটী কেন্দ্ৰীয় অফিচত বহি

সকলো ঠাইৰ কৰ্মীসকলৰ লগত যোগাযোগ ৰাখি নিৰ্দেশ দি নিৰ্বাচনী অভিযান পৰিচালনা কৰাত তেওঁৰ কৃতিত্ব সকলোৱে মনত ৰাখিব।

কংগ্ৰেছৰ সাংগঠনিক শক্তি বঢ়াবলৈ সদায় তেওঁ যত্ন কৰিছিল। প্ৰদেশ কংগ্ৰেছৰ সম্পাদক আৰু সভাপতি হিচাপে জিলাবিলাকলৈ গৈ কংগ্ৰেছ কৰ্মীসকলৰ লগত আলোচনা কৰা আৰু সময়ে সময়ে গাঁৱে গাঁৱে সভা-সমিতি পাতি কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰিবলৈ দেহে-কেহে যত্ন কৰিছিল। ১৯৩১'চনত বলিয়াঘাটত বহা শিৱসাগৰৰ ৰায়ত সন্মিলনৰ সভাৰপৰা উভতি আহোঁতে দিখৌৰ গঢ়া খহি ৩০ ফুট তলত পৰি তেওঁ আহত হ'বলগীয়া হৈছিল। শৰীৰত পোৱা এই আঘাতৰ ফলত গোটেই জীৱনৰ বাবে তেওঁৰ স্বাস্থ্যৰ হানি হ'ল। সভা-সমিতিত তেওঁ যুদ্ধোত্তৰ বিশ্বৰ আন্তৰ্জাতীয় পৰিস্থিতি, ভাৰতবৰ্ষৰ ৰাইজৰ এই পৰিস্থিতিত কি কৰ্তব্য তাকে বুজাবলৈ যত্ন কৰিছিল। আবিছিনীয়াৰ ওপৰত ইটালীৰ আক্ৰমণ, য়ুৰোপত হিটলাৰ আৰু মুছোলিনিৰ অভ্যুদয়, ৰুছিয়াত কেনেকৈ কমিউনিজিম আহিল, কমিউনিজিমনো কি ইত্যাদিক ভিত্তি কৰি তেওঁ ৰাইজক কৰ্তব্য সম্পৰ্কে বুজাবলৈ যত্ন কৰিছিল। ছাত্ৰ আৰু ডেকাসকলৰ লগত যোগাযোগ তেওঁ ভালকৈ ৰাখিছিল। কোনজন ছাত্ৰই মেট্ৰিকুলেশন পৰীক্ষাত কৃতিত্বৰে সৈতে উত্তীৰ্ণ হৈছে, কোনজনে কোন বিষয়ত 'লেটাৰ' পাইছে, এইবিলাক তেওঁৰ নখৰ আগত আছিল। এফালে কলেজৰ অধ্যাপকসকলৰ লগত যোগাযোগ, আনফালে ছাত্ৰসকলৰ সম্পৰ্কে প্ৰয়োজনীয় বাতৰি ৰখাত বহুতো ছাত্ৰই তেওঁৰ ওচৰলৈ আহি নানান পৰামৰ্শ লৈছিল। এই বাবে ১৯৩০ চনত অসম ছাত্ৰ সন্মিলনৰ বহুতো কৰ্মী আহি আন্দোলনত যোগ দিলে আৰু সেই সময়ত ছাত্ৰসকল আন্দোলনত নলগা হ'লে নতুনকৈ গঢ়ি উঠা অসম কংগ্ৰেছৰ পক্ষে জাতীয় আন্দোলন ইমান প্ৰৱলভাৱে চলাবলৈ টান হ'লহেঁতেন তাত কোনো সন্দেহ নাই। পুৰণি কংগ্ৰেছ নেতাসকলে ঘৰুৱা অৱস্থাৰ বাবে আন্দোলনত লাগিব নোৱাৰাত গাঁৱৰ ৰাইজৰ মনলৈ পোনতে সিমান প্ৰেৰণা অহা নাছিল। ১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচনৰ পাছত তেওঁ জোৰ দিছিল সেৱাদল গঠন আৰু প্ৰশিক্ষণত। আনহাতে কংগ্ৰেছৰ যিসকল সদস্য এছেম্বলীলৈ নিৰ্বাচিত হৈ শ্বিলঙলৈ গৈছে, তেওঁলোকৰ কাৰ্য্যকলাপলৈ চোকা দৃষ্টি ৰাখিবলৈ ৰাইজক বুজনি দিছিল। "আপোনালোকে এফালে নাঙলৰ মুঠিত ভালকৈ ধৰক,

আনফালে খিলঙলৈ চকু ৰাখক।" প্ৰত্যেকবাৰ এছেম্বলীৰ অধিৱেশনৰ পাছত কংগ্ৰেছী সদস্যসকলে যাতে নিৰ্বাচক-মণ্ডলীক এছেম্বলীৰ কথা বুজাবলৈ যত্ন কৰে তাৰ বাবে নিৰ্দেশ দিছিল।

য়ুৰোপীয় যুদ্ধৰ পৰিস্থিতিত ভাৰতৰ ৰাইজৰ লগত পৰামৰ্শ নকৰাকৈ ভাৰতক তেওঁলোকৰ যুদ্ধত সাঙোৰ খুউৱাৰ ফলত ভাৰতীয় জাতীয় কংগ্ৰেছৰ নিৰ্দেশ মতে অসম কংগ্ৰেছৰ যুক্ত-মন্ত্ৰীসভাই পদত্যাগ কৰাৰ পাছত হেমচন্দ্ৰ বৰুৱাই যি বিবৃতি দিছিল তাৰো চমু আভাস তলত দিয়া হ'ল ঃ

"অসম লেজিছ্‌লেটিভ এছেম্বলী পাতিবলৈ ৩০ নভেম্বৰ তাৰিখ ধাৰ্য্য কৰা সত্বেও, সেই অধিৱেশন বন্ধ কৰি দি গভৰ্ণৰে সংখ্যালঘিষ্ঠ দলক সংখ্যাগৰিষ্ঠ হ'বলৈ সুবিধা দিছে। এই অধিৱেশন বন্ধ কৰিব বুলি প্ৰতিশ্ৰুতি দিয়াতহে সংখ্যালঘিষ্ঠ দলৰ নেতাগৰাকীয়ে মন্ত্ৰীসভা থিয় কৰিবলৈ সাহ পাইছে। গণতন্ত্ৰৰ যুগত এই কাণ্ড নাভূত-নাশ্ৰুত আৰু নিয়মতন্ত্ৰ বিগৰ্হিত। অসমৰ কংগ্ৰেছী যুক্ত-মন্ত্ৰীসভাক অসমৰ য়ুৰোপীয় চাহ-খেতিয়কসকলে বিহ-চকুৰে চাইছিল আৰু আনকি দিল্লীৰ বৰ ডাঙৰ চৰকাৰী বিষয়া এজনে অসমৰ কংগ্ৰেছী মন্ত্ৰীসভাক কমিউনিষ্ট গভৰ্ণমেণ্ট বুলি আখ্যা দিয়াৰ কথা আমি শুনিছো। চাহ-খেতিয়কসকলৰ স্বাৰ্থলৈ চকু দি তেওঁলোকৰ হাতৰ পুতলা স্বৰূপ এটা নতুন গভৰ্ণমেণ্ট হ'বলৈ সুবিধা দি অসমৰ গভৰ্ণৰে ভাৰত শাসন আইনৰ বিধান আৰু *Instrument of Instruction*ৰ মূৰত কুঠাৰ মৰাৰ বাবে গৰিহণা পাবলগীয়া কাম কৰিছে।" (*'অসমীয়া'*, ১৯৩৯ চনৰ নভেম্বৰ) তাৰ পাছত উত্তৰ কামৰূপৰ তামুলপুৰত বহা ৰাজহুৱা সভাত ভাষণ দিওঁতে কৈছিল ঃ

"কংগ্ৰেছে আজি ৬০ বছৰতকৈ সৰহকাল ভাৰতৰ কোটি কোটি নিমাত মানুহৰ ভাত-কাপোৰৰ হাহাকাৰ গুচাবলৈ আন্দোলন কৰি আহিছে আৰু এই আন্দোলনৰ ফলত ভাৰতবাসীৰ হাতলৈ মাত্ৰ চাৰি অনা ক্ষমতা আহিছে। বাকী ক্ষমতা পাবলৈ আন্দোলন কৰি আছে। যি চাৰি অনা ক্ষমতা পাইছে তাৰে সদ্ব্যৱহাৰ কৰি ৰাইজৰ মঙ্গলাৰ্থে কংগ্ৰেছে মন্ত্ৰীসভাৰ দায়িত্ব লৈ এইবিলাক কাম কৰিব পাৰিছে— (১) কানিৰ প্ৰচলন বন্ধ। লক্ষীমপুৰ আৰু শিৱসাগৰ মহকুমাৰ পৰা কানিৰ দোকানবিলাক তুলি দি নিৰক্ষৰতাৰ বিৰুদ্ধে অভিযান চলাইছে। (২) চাহ খেতিয়কে মাটিৰ খাজনা কমকৈ দি সৰহ

উপার্জন কৰিবলৈ যি সুবিধা পাই আছিল, তেনেবিলাক মাটিত কৃষি আয়কৰ বহুৱাই ৰাইজৰ হিত কৰিবলৈ ৰাজহুৱা ভঁৰালৰ অসমর্থতা গুচাবলৈ যত্ন কৰিছে। বৰদলৈ মন্ত্রীসভা মাত্র ১৪ মাহ ক্ষমতাত অধিষ্ঠিত আছিল।" (*'অসমীয়া'*, ১৯৪০ জানুৱাৰী)

তেওঁৰ বৰগুণি সম্পর্কে আলোচনা কৰোঁতে আৰু এটা কথা মনলৈ আহে। ভাৰতবৰ্ষৰ কোনো প্ৰদেশতেই যেতিয়া কংগ্ৰেছ অনুষ্ঠানৰ নিজাকৈ ঘৰ নাছিল, তেতিয়া অসমে কংগ্ৰেছৰ অফিচ চলাবলৈ বুলি এটা ঘৰ সাজি উলিয়াইছিল। ইয়াৰ গুৰিত হেমচন্দ্ৰ বৰুৱাৰ প্ৰেৰণা আৰু সকলোৰে কৰ্মশক্তি সঙঘবদ্ধ কৰিব পৰা তেওঁৰ ক্ষমতা আছিল বুলি তাক সকলোৱে স্বীকাৰ কৰিব। এই কথাষাৰ কি পৰিস্থিতিত হৈছিল সেই সম্পৰ্কে আলোচনা কৰাৰ আগতে বুৰঞ্জীৰ ফালৰপৰা কংগ্ৰেছৰ কাৰ্য্য পৰিচালনা কৰাৰ অফিচ সম্পৰ্কে উনুকিৱা ভাল। ১৮৮৫ চনত কংগ্ৰেছৰ জন্ম হ'বৰ আগতে ৰাজনীতিৰ ক্ষেত্ৰত কাম কৰিবলৈ ঠায়ে ঠায়ে দেশত লোকসেৱাৰ অনুষ্ঠান আৰু ঘৰ সজা হৈছিল। কংগ্ৰেছৰ জন্ম হোৱাৰ পাছত এনেবিলাক ঘৰতেই আশ্ৰয় লৈ কংগ্ৰেছৰ কাম পৰিচালিত হৈছিল। সেই সময়ত কংগ্ৰেছৰ ঘাই কাম আছিল ৰাইজৰ অভাৱ অভিযোগ সম্পৰ্কে চৰকাৰৰ লগত চিঠিৰ আদান-প্ৰদান কৰা আৰু বছৰেকৰ মূৰত সকলো লগ লাগি কিছুমান প্ৰস্তাৱ গ্ৰহণ কৰা। নিজৰ ওপৰত বিশ্বাস ৰাখি আত্মনিৰ্ভৰশীল শক্তি গঢ়িবলৈ যত্ন হোৱা নাছিল। কিন্তু ১৯২১ চনত নতুন গঢ়, নতুন ৰূপ, নতুন ভাবধাৰা লৈ কংগ্ৰেছক সাৰ্বজনীন ভাৰতীয় ৰাইজৰ ৰাজনৈতিক অনুষ্ঠানত পৰিণত কৰা হ'ল আৰু অলপ দিনৰ পাছতেই সংগ্ৰামশীল ভূমিকাৰে সৈতে ভাৰতীয় ৰাইজক সঙঘবদ্ধ কৰাত লাগিল। ১৯২১ চনত অসমেও সুকীয়া প্ৰদেশ কংগ্ৰেছ হিচাপে সুকীয়া প্ৰদেশ কংগ্ৰেছ কমিটী গঠন কৰিবলৈ ক্ষমতা পালে। গুৱাহাটীৰ উজান বজাৰত লতাশিল পুলিচ আউট-পোষ্টৰ কাষতেই এটা ভাড়া ঘৰত অফিচ পতা হ'ল। কিন্তু আন্দোলনৰ বাবে এই ঘৰৰ মালিকে চৰকাৰৰ নোটিচ পাই কংগ্ৰেছৰ কাম চলাবলৈ ঘৰ দিবলৈ অমান্তি হ'ল। ১৯২৬ চনত পাণ্ডুত কংগ্ৰেছৰ বছৰেকীয়া অধিৱেশন পাতিবলৈ কংগ্ৰেছ অফিচৰ বাবে পানবজাৰত ঘৰ ভাড়া লোৱা হৈছিল। ১৯৩০ চনত পুনৰ আন্দোলন আৰম্ভ হওঁতে গভৰ্ণমেণ্টে কংগ্ৰেছৰ অনুষ্ঠান বে-আইনী ঘোষণা কৰাত ঘৰ পোৱা টান হ'ল। শ্ৰীবিজয়চন্দ্ৰ

ভাগৱতীয়ে উজান বজাৰত এটা ঘৰ ভাড়া লোৱা বাবে তেওঁৰ ওপৰত দণ্ড হৈছিল। অফিচ ঘৰ নোহোৱাকৈ ১৯৩০ চনৰ আন্দোলন চলাবলগীয়া হৈছিল আৰু আন্দোলনৰ পাছত গান্ধী-আৰ্‌ৱিন্ চুক্তিৰ সময়ত যেতিয়া নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ ফালৰপৰা হিচাপ-পৰীক্ষক আহি হিচাপ পৰীক্ষা কৰোঁতে অফিচ ঘৰ নোহোৱাকৈ এনে এটা আন্দোলন চলোৱাত বিস্ময় প্ৰকাশ কৰিছিল। কিন্তু পণ্ডিত জৱাহৰলাল নেহৰু সন্তুষ্ট হ'ব নোৱাৰিলে। চুক্তি কেতিয়া ৰদ হয়, কেতিয়া পুনৰ আন্দোলন আৰম্ভ কৰিবলগীয়া হয় তাক ক'ব নোৱাৰা অৱস্থাত তেওঁ অসমৰ সম্পৰ্কে চিন্তিত হ'ল আৰু টান ভাষাত অসম কংগ্ৰেছৰ ওপৰত চোকা মন্তব্য কৰিলে। নেহৰুৰ চিঠিখন সম্পাদক হেমচন্দ্ৰ বৰুৱাই নগাঁৱৰ বৰহমপুৰ গাঁৱত বহা প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাত পঢ়ি শুনালে। কেনেকৈ নিজাকৈ স্থায়ী ঘৰ কংগ্ৰেছে সাজিব পাৰে, সেয়ে সকলোৰে চিন্তা হ'ল, আৰু সকলোৰে মনৰ ভাব ৰূপায়িত হ'ল গুৱাহাটীত কংগ্ৰেছৰ ঘৰ সজা কামত। ১৯৩২ চনত এই ঘৰ আধা সজা অৱস্থাত পুলিচে অধিকাৰ কৰিলে। ১৯৩৪ চনৰ পাছত এই ঘৰ সম্পূৰ্ণ হৈ উঠিল। বঙ্গদেশৰ নেতা ডাক্তৰ বিধানচন্দ্ৰ ৰায়ে ১৯৩৫ চনত এই ঘৰ চাই আচৰিত হৈছিল। সেই সময়ত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অফিচ ঘৰ আছিল পণ্ডিত মতিলাল নেহৰুৰ মৃত্যুৰ পাছত ভাৰতৰ ৰাইজক দিয়া ট্ৰাষ্ট সম্পত্তি আনন্দ ভৱনত। অসমৰ ৰাজনীতিৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱাৰ এই অৱদান স্মৰণ কৰিবলগীয়া।

এইদৰে তেওঁ একনিষ্ঠাৰে সৈতে কংগ্ৰেছৰ কামত মন দিছিল। **অসমীয়া সাহিত্যলৈ তেওঁৰ বৰঙণি** সম্পৰ্কে আলোচনা কৰিবৰ পূৰ্বতে এই শতাব্দীৰ প্ৰথম দুটা দশকত অসমীয়া সাহিত্যৰ অৱস্থা কি আছিল সেই সম্পৰ্কে আলোচনা কৰাৰ প্ৰয়োজন। ইংৰাজী শিক্ষা প্ৰচলন হোৱাৰ পাছত ভাৰতৰ আন আন প্ৰদেশৰ লগতে অসমতো নৱ জাগৰণ আহিল। এই জাগৰণৰ ফলত অসমীয়া সাহিত্যয়ো ভাৰতীয় সাহিত্যৰ লগতে উন্নতিৰ বাটত খোজ লোৱাত লাগিল। কিন্তু প্ৰথম ভাগত যিদৰে বেগতে খোজ দিবলৈ সমৰ্থ হৈছিল, তাৰ পাছত গতি মন্থৰ হ'ল— আৰু মন্থৰ গতিত উঠি-অহা ডেকাসকলৰ মনলৈ উদ্বেগ নহাকৈ নাথাকিল। বছৰেকত কিতাপ প্ৰকাশ হোৱাৰ সংখ্যা বৰ তাকৰ। সাংবাদিকতাৰ অৱস্থা বেজাৰ লগা। উপন্যাস-সাহিত্য, গল্প-সাহিত্যত অসমীয়া বৰ পাছপৰা। পঢ়ুৱৈ সমাজ অসমত গঢ়ি

উঠা নাছিল। অসমীয়া পঢ়ুৱৈৰ এটা বৃজন সংখ্যকে বঙলা আলোচনী, বঙলা উপন্যাসৰ পঢ়ুৱৈ আছিল। যিটো গতিশীলতা পোনতে দেখা গৈছিল সেই গতিশীলতাৰ ঠাইত স্থিতিশীলতাই দেখা দিছিল। এনে এটা পৰিস্থিতিত অসমৰ ডেকাসকলে সাহিত্যত এটা জাগৰণ কেনেকৈ আনিব পাৰি তাকে চিন্তা কৰাত লাগিল। আৰু শেহত সাহিত্যৰথী বেজবৰুৱাক সভাপতি স্বৰূপে লৈ অসম ছাত্ৰ সন্মিলন প্ৰতিষ্ঠা কৰিলে। অসমৰ জাতীয় জীৱনৰ বুৰঞ্জীত অসম ছাত্ৰ সন্মিলনৰ অৱদান যুগমীয়া হৈ থাকিব। ছাত্ৰনেতা হিচাপে হেমচন্দ্ৰ বৰুৱাই এই অনুষ্ঠানত উল্লেখযোগ্য অংশ ল'বলগীয়া হৈছিল।

অসমীয়া সাহিত্যৰ ওজা স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে সস্তীয়া কিতাপ প্ৰকাশৰ সংকল্প কৰি এটা পৰিকল্পনা লোৱা হৈছিল। এই পৰিকল্পনাৰ লক্ষ্য আছিল অসমীয়া পঢ়ুৱৈ সমাজ গঢ়ি তুলিবলৈ সস্তাত যুৰোপীয় সাহিত্যৰ গল্প অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰা। এই পৰিকল্পনা উচ্চাকাঙ্ক্ষী আছিল। এফালে গল্প সাহিত্য, আনফালে ভাৰতৰ জাতীয় আন্দোলন সম্পৰ্কে কিতাপ প্ৰকাশ কৰা। আনফালে চিন্তা-গধূৰ প্ৰবন্ধ প্ৰতিখন বছৰেকীয়া অধিৱেশনৰ পাছত প্ৰকাশ কৰাটো। এইদৰে ৪-খন সন্মিলন প্ৰবন্ধাৱলী প্ৰকাশ হ'ল। অসমীয়া অভিধান লেখক স্বৰ্গীয় হেম বৰুৱা সোঁৱৰণী চিৰিজৰ ভিতৰত শ্বাৰলক হোমছৰ গল্প, ৰহস্য কাহিনী ৰেগনাৰৰ সাধু প্ৰকাশ হ'ল। সেই সময়তে গালিভাৰ কাহিনীৰ 'ৰবিঞ্চন ক্ৰুছো' আদিও প্ৰকাশিত হ'ল। হফৰ সাধু *(Hauf's Tales)*, আমেৰিকাৰ নিগ্ৰো নেতা বুকাৰ ৱাশ্বিংটনৰ জীৱনী, আৰব্যোপন্যাস আদি কিছুমান কিতাপ প্ৰকাশিত হোৱাটোৱেই ডেকাসকলৰ কৰ্মতৎপৰতাৰ চিনাকি দিয়ে। ভাৰতৰ গৌৰৱ ভাৰতীয় নেতাসকলৰ জীৱনী, কংগ্ৰেছৰ বুৰঞ্জী ইত্যাদিও প্ৰকাশ কৰা স্থিৰ হ'লেও, ১৯২১ চনৰ আন্দোলনত ছাত্ৰসকল লাগিবলগীয়া হোৱাত প্ৰকাশ নহ'ল। অসমীয়া সাহিত্যৰ ওজা স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ সোঁৱৰণী চিৰিজৰ অসম ছাত্ৰ সন্মিলনৰ হৈ প্ৰকাশক আছিল ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা।

ছাত্ৰ জীৱনৰ এই অভিজ্ঞতা লৈ তেওঁ পাছৰ ৰাজনৈতিক জীৱনত সাহিত্যলৈ মন দিলে। বিশেষকৈ ১৯৩০ চনৰ পাছত ৰাজনৈতিক আন্দোলন চলোৱাৰ নেতৃত্ব ল'বলগীয়া হোৱাত সাহিত্যৰ প্ৰয়োজনীয়তা অনুভৱ কৰি এই ক্ষেত্ৰত কাম কৰিবলৈ মন মেলিলে। সেই সময়ত সাদিনীয়া অসমীয়া

চলাওঁতা আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাবলিছাৰ্ছৰ ডিৰেক্টৰে তেওঁক প্ৰবন্ধ-লেখক হিচাপে ১০০্ টকা দৰমহাত নিযুক্ত কৰিলে আৰু সপ্তাহে সপ্তাহে প্ৰবন্ধ লিখি 'অসমীয়া'ৰ জৰিয়তে ৰাজনৈতিক চিন্তাধাৰা প্ৰচাৰ কৰাত লাগিল। ছাত্ৰ-জীৱনত অসম ছাত্ৰ সন্মিলনৰ কাৰ্য্যনিৰ্বাহক হিচাপে সাহিত্য সম্পৰ্কে যি পৰিকল্পনা লৈছিল সেই পৰিকল্পনা মতে ভাৰতত ৰাজনৈতিক আন্দোলন শীৰ্ষক কেইবাটাও প্ৰবন্ধ লিখিছিল। কিন্তু প্ৰেছ অৰ্ডিনান্সৰে প্ৰেছৰপৰা ছিকিউৰিটী ডিপজিট বিচৰাত অসমীয়া কাকত বন্ধ হ'বলগীয়া হ'ল। যিয়েই হওক, তেওঁ ১৯৩৪ চনত কাৰাগাৰৰপৰা মুকলি হৈ আহি এই প্ৰবন্ধবিলাক বহলাই সংশোধন কৰি কংগ্ৰেছৰ বুৰঞ্জী শীৰ্ষক এখন কিতাপ প্ৰকাশ কৰিলে। 'সাদিনীয়া অসমীয়া'ত লেখক হিচাপে নিযুক্ত থকা কালত তেওঁ কেইবাটাও ৰাজনৈতিক প্ৰবন্ধ লিখিছিল— 'হুইট্‌লী কমিশ্যন', 'অসমৰ চাহ বনুৱা' ইত্যাদি। ইয়াৰ বাহিৰেও ৰুছ সাহিত্যৰ উপন্যাসৰ সম্পৰ্কে মূল্যবান প্ৰবন্ধ লিখিছিল— তাৰ পাছত সাহিত্যৰথী বেজবৰুৱাৰ 'বাঁহী'ৰ দায়িত্ব এই লেখকে লওঁতে এইবিলাক প্ৰবন্ধ আৰু অলপ বহলাই লিখিছিল। লগে লগে ৰুছ সাহিত্যিক ডষ্টয়ভস্কি আৰু টুৰ্গেনিভৰ কিতাপৰ সাৰাংশ অসমীয়াত প্ৰকাশ কৰিবলৈ যত্ন কৰিছিল। টুৰ্গেনিভৰ *Virgin Soil* খন তেওঁ সাৰাংশ কৰি উলিয়াবলৈ যত্ন কৰিলেও কাম শেষ কৰিব নোৱাৰিলে। তেওঁৰ যত্নত সেই কেইবছৰত 'মেজ-মেলত মহাত্মা', 'বিলাতত মহাত্মা', 'অনশনত মহাত্মা', 'দেশৰ আয়-ব্যয়ত ভূমুকি', 'ভাৰতৰ ৰাজকীয় ঋণ' শীৰ্ষক কিতাপবিলাক সস্তাত প্ৰকাশিত হৈছিল। অসমৰ কংগ্ৰেছ কৰ্মীসকলৰ হাতে হাতে এইবিলাক কিতাপ আছিল। ধনৰ নাটনি সত্বেও তেওঁৰ সাহ আৰু প্ৰেৰণাত মহাত্মা গান্ধীৰ বিশ্ববিখ্যাত গ্ৰন্থ 'মোৰ সত্য অন্বেষণৰ কাহিনী' অসমীয়াত প্ৰকাশিত হয়। এইবিলাক সকলো কিতাপৰ তেৱেঁই প্ৰকাশক আছিল। এইবিলাক কিতাপৰ ভিতৰত 'মোৰ সত্য অন্বেষণৰ কাহিনী' বোলা কিতাপখন তেওঁৰ উৎসাহতে তিনিটা সংস্কৰণ ওলাবলৈ পাইছিল কিন্তু চতুৰ্থ সংস্কৰণ উলিয়াবলৈ দিও শেষ নৌহওঁতেই তেওঁ শেহ উশাহ ল'বলগীয়া হ'ল। এয়েই তেওঁৰ বৰঙণি। ❐

# জাতীয় নেতৃত্ব আৰু হেমচন্দ্ৰ বৰুৱা

—মুনীন্দ্ৰ নাথ বৰকটকী

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ জীৱন আৰু কৰ্মলৈ মনত পেলালে যি এটা বিষয়ে অন্ততঃ মোৰ মনটো জুমুৰি দি ধৰে সেইটো হ'ল আমাৰ দেশৰ নেতৃত্বৰ বিষয়। নেতৃত্ব বহল অৰ্থত জাতীয় নেতৃত্ব, অকল ৰাজনৈতিক নেতৃত্বই নহয়; যদিও পৰাধীনতাৰ যুগৰ 'হেং-অভাৰ' বা অৱশেষ ৰূপে নেতৃত্ব বুলিলে পোনে পোনে ৰাজনৈতিক নেতৃত্বৰ কথাকেহে মনলৈ অনাটো আমাৰ একপ্ৰকাৰ অভ্যাসতে পৰিণত হৈছে। অৱশ্যে জাতীয় নেতৃত্ব বোলা কথাষাৰতো প্ৰচলিত অৰ্থত যথেষ্ট অস্পষ্টতা আছে আৰু ঠিক কেনেবোৰ গুণ থাকিলে সুপৰিচিত ৰাজনৈতিক নেতৃত্ব জাতীয় নেতৃত্বৰ পৰ্য্যায়লৈ উন্নীত হ'ব পাৰে আৰু ৰাজনৈতিক নেতৃত্বতকৈ বৃহত্তৰ আৰু প্ৰশস্ততৰ 'কনোটেচন্' তথা সংজ্ঞা লাভৰ যোগ্য হয় সেই বিষয়ে আমাৰ ধাৰণা সুনিৰ্দিষ্ট নহয়। জাতীয় নেতৃত্ব বুলিলে যে নিজক ৰাজনৈতিক নেতৃত্বতকৈ ব্যাপক আৰু গভীৰ একপ্ৰকাৰ নেতৃত্বৰ ইংগিত দিয়া হয় সেই বিষয়ে পৰিষ্কাৰ হৈ লোৱা ভাল। এক হিচাপে কুৰি শতিকাৰ শেষাৰ্দ্ধত প্ৰকৃততে জাতীয় নেতৃত্ব বস্তুটোও সংকীৰ্ণ হৈ পৰাৰ দৰে হৈছে, কিয়নো মাৰ্ক্স, লেনিন, গান্ধীজী প্ৰভৃতি নেতাৰ সন্দৰ্ভত নেতৃত্বই জাতীয়তাৰ অভ্যুত্থানৰ ভিতৰেদি বিশ্বায়তন নেতৃত্বৰ ৰূপ পৰিগ্ৰহ কৰে।

সমগ্ৰ দেশৰ পৰিপ্ৰেক্ষিতত চালে ভাৰতবৰ্ষত সুউচ্চ, সমস্ত জাতীয় জীৱন সামৰিব পৰা, হিমালয়ৰ পাদদেশৰপৰা সমুদ্ৰ প্ৰান্তলৈকে বিয়পি থকা অগণন ভাৰতীয় জনতাক নিৰ্দেশনা আৰু অনুপ্ৰেৰণাৰ বলেৰে উদ্বুদ্ধ আৰু

নিয়ন্ত্রিত কৰিবপৰা নেতাৰ ঐতিহাসিক কালৰ কোনো পৰ্য্যায়তে আমাৰ ইয়াত অভাৱ হোৱা নাই। চক্ৰৱৰ্তী ৰাজসূয় যজ্ঞ কৰিব পৰা নৃপতি-নেতাবৰ্গৰ কথা এৰিলেও অশোক-শিৱাজীৰ লেখীয়া সৰ্বময় ঐতিহাসিক নেতাৰ কথাকো আওকাণ কৰিলেও, আধুনিক কালতো আমাৰ দেশত বিৰাট সময়াতনত প্ৰতিষ্ঠিত হ'ব পৰা নেতৃত্বৰ কোনো সময়তে আকাল হোৱা নাই। দৰাচলতে পৰম্পৰানুযায়ী গুৰুবাদত আস্থাশীল ভাৰতভূমিত বহুজনকে প্ৰতাপী নেতৃত্বৰে বিভূষিত কৰাটো আমাৰ একপ্ৰকাৰ জাতীয় দুৰ্বলতা স্বৰূপেই হৈ আহিছে বুলি কোৱাৰো যুক্তিযুক্ততা নোহোৱা নহয়। মনস্তাত্বিক সমীক্ষণৰ দৃষ্টিৰে আমাৰ জাতীয় চৰিত্ৰৰ মাজতে ক'ৰবাত একনায়কত্বপ্ৰৱণ প্ৰভুত্ব-প্ৰশ্ৰয়ী মনোভাব এটা সোমাই আছে নেকি বুলি সন্দেহ থকাৰো কেতিয়াবা কাৰণ পোৱা যায়।

গোখ্‌লে-তিলক-অৰবিন্দ-বিবেকানন্দ, গান্ধী-জৱহৰলাল-সুভাষ : ভাৰতৰ এইসকল যুগজয়ী অবিসম্বাদী জাতীয় নেতাৰ নেতৃত্বৰ পৰম্পৰাৰ প্ৰতি নিৰীক্ষণ কৰিলে কি বৈশিষ্ট্যই আমাৰ দৃষ্টি এৰাই যাব নোৱাৰে? দেশপ্ৰেমতো হয়েই, স্বদেশহিতৈষণা জাতীয় নেতৃত্বৰ অপৰিহাৰ্য্য লক্ষণ। কিন্তু অকল ৰাজনৈতিক দেশপ্ৰেমৰ বলতে ভাৰতবাসীৰ অন্তৰত অক্ষয়, অমলিন নেতৃত্বৰ আসনত প্ৰতিষ্ঠিত হ'লহেঁতেন নে বাৰু? আমাৰ ভাৰতীয় জনতাৰ হৃদয় জয় কৰিবৰ বাবে অকল বিশুদ্ধ দেশপ্ৰেম নাইবা ৰাজনৈতিক বিচক্ষণতাতকৈও আৰু কেতবোৰ বিশেষ গুণ লাগে যেন বোধ হয়। সেই সমূহ গুণৰ ভিতৰত একপ্ৰকাৰ ধৰ্মমুখী, আধ্যাত্মিক শ্ৰেষ্ঠতা যদিও নিঃসন্দেহে এটা, তথাপি জৱহৰলাল নাইবা সুভাষচন্দ্ৰই তেনেকুৱা ধৰ্মীয়তাৰ জ্যোতি নোহোৱাকৈও জনগণৰ অবিসম্বাদিত নেতৃত্বৰ সন্মান লাভ কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে সমূলি ধৰ্মীয় দিশ এটা নথকা কথাটোৱে জৱহৰলালৰ নেতৃত্বৰ স্থায়িত্বত কেনেবাকৈ প্ৰভাৱ পেলাইছেনে নাই, অথবা সুভাষচন্দ্ৰৰ ধৰ্মনিৰপেক্ষ নেতৃত্বৰ মাজতো কোনোবাখিনিত কিবা এক অৰ্দ্ধধৰ্মীয় লক্ষণ আছিল নেকি— তাৰ বিচাৰ সুকীয়া কৌতুহলোদ্দীপক চিন্তাৰ সূত্ৰ হ'ব পাৰে। ধৰ্মীয় উপাদান বা ধৰ্মভাবমিশ্ৰিত আনুগত্যৰ উপকৰণ লাগক বা নেলাগক, আমাৰ জাতীয় নেতাসকলৰ মাজত আমি যে ৰাজনীতিৰ উপৰিও আৰু বেছি কিবাকিবি প্ৰত্যাশা কৰোঁ, সেইটো একপ্ৰকাৰ সুনিশ্চিত যেনেই লাগে।

গান্ধীজীৰ ক্ষেত্ৰত আমি যেনেকৈ ৰাজনীতি আৰু আধ্যাত্মিকতা মিহলাই পেলাওঁহক, তিলকৰ বেলিকাও দেশপ্ৰেমৰ লগে লগে তেওঁৰ অগাধ পাণ্ডিত্যৰ প্ৰতিও আমি আমাৰ শ্ৰদ্ধা যুগবৎ অনুভৱ কৰোঁ। জৱহৰলালৰ সম্পৰ্কত সম্ভৱতঃ সি আৰু বেছি সঁচা। প্ৰকৃতপক্ষে মোৰতো কেতিয়াবা ভাব হয় নেহৰু যদি তেওঁ যেনে আছিল তেনেকুৱা, সকলোপিনে উন্মুক্ত, উদাৰ হৃদয়, চঞ্চলচিত্ত, মানৱীয়, কবিপ্ৰাণ, শিল্পীমনা, সংস্কৃতিবিধৌত ব্যক্তি এগৰাকী নহৈ কেৱল ৰাজনৈতিক কংগ্ৰেছ নেতা বা ভাৰতৰ প্ৰধানমন্ত্ৰীয়েই মাথো হ'লহেঁতেন, তেতিয়া হ'লে তেওঁৰ নেতৃত্ব হিচাপে প্ৰতিষ্ঠা এনে সবল হ'ব নোৱাৰিলেহেঁতেন।

অকল এয়ে নহয়। সীমাবদ্ধভাৱে ৰাজনৈতিক নেতৃত্বৰ কথা বিচাৰ কৰি চালেও ৰাজনীতি আৰু ৰাজনীতিৰ স্বৰূপ-বৈচিত্ৰ্যৰ কথাও অনিবাৰ্য্যভাৱেই আহি পৰে। ইংৰাজী 'ষ্টেট্‌ছমেন' আৰু 'পলিটিচিয়ান'ৰ সূক্ষ্ম অথচ ভুল থাকিব নোৱাৰা তাৰতম্যৰ বাহিৰেও, সাম্প্ৰতিক কালৰ প্ৰেক্ষাপটত ক্ষমতা-ৰাজনীতি কৰা ৰাজনীতিজ্ঞৰ বিপৰীতে বহলভাৱে জাতীয় ভাব আৰু স্বদেশ-চিন্তাৰ দ্বাৰা অনুপ্ৰাণিত ৰাজনীতিকে নেতৃত্বৰ উচ্চ শিখৰত অধিষ্ঠিত হোৱা যেনেকৈ অধিক সম্ভৱপৰ, তেনেকৈয়ে ঐতিহাসিক দৃষ্টিভঙ্গীৰে অনুধাৱন কৰিলে বুজা যায় যে দেশৰ স্বাধীনতাৰ বাবে সংগ্ৰাম কৰা, মুক্তি যুদ্ধত জীৱন পণ কৰা, বিপ্লৱীৰ জুইৰ ফিৰিঙতি সিঁচা আৰু বিপ্লৱাত্মক জাতীয় আৰ্জ বা আৱেগৰ শিহৰণ তুলিব পৰা বিধৰ ৰাজনীতিজ্ঞই যিমান সোনকালে নেতৃত্বৰ জয়-তিলক পাব পাৰে তেনেকৈ আগতে পৰাধীনতামুক্ত জনগণৰ শাসনাধিষ্ঠ ৰাজনীতিকে পাব নোৱাৰে। মেজিনী, গেৰিবল্ডি, লেনিন, কামাল পাছা, নাইবা সমসাময়িক কালত গান্ধী, সুভাষ, হো-চি মিনে বিপ্লৱাত্মক চেতনাৰ সংস্কাৰৰ দ্বাৰা যেনে অপ্ৰতিদ্বন্দ্বী নেতৃত্বৰ গৰাকী হ'ব পাৰে, ৰাজনৈতিক অৰ্থনৈতিক সংস্কাৰ সাধন কৰি অসীম কৃতিত্ব প্ৰদৰ্শন কৰা বহুতো তথাকথিত গঠনমূলক দেশনায়ক ৰাজনীতিবিদেও তেনে জনপ্ৰিয় নেতৃত্ব আহৰণ কৰিবলৈ সমৰ্থ নহয়। স্বাধীনতা সংগ্ৰামৰ সেনানী, পৰাধীনতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা জৱহৰলাল আৰু স্বাধীনোত্তৰ ভাৰতৰ প্ৰশাসক প্ৰধানমন্ত্ৰী নেহৰুৰ নেতৃত্বৰ মূল্যভেদেই এই পাৰ্থক্যৰ উজ্জ্বল নিদৰ্শন। পৰিকল্পনাৰ সুদূৰপ্ৰসাৰী পৰিৱৰ্তনৰ অগ্ৰদূত স্বৰূপে দেশক যিমানেই

অগ্ৰগতিৰ পথত আগবঢ়াই নিয়ক, কংগ্ৰেছী সংগ্ৰামৰ নেতা জৱহৰলালৰ ভাবমূৰ্তি নিশ্চয় পাছৰজন গঠনমূলক নেতা নেহৰুৰ ভাবমূৰ্তিতকৈ অধিক উদ্দীপনাময়, আকৰ্ষণীয় আৰু প্ৰভাৱশালী।

সৰ্বভাৰতীয় পটভূমিৰপৰা আমাৰ অসমৰ নেতৃত্বৰ পৰম্পৰা আৰু অৱস্থিতিৰ প্ৰতি দৃষ্টিপাত কৰিলে আত্ম-প্ৰসাদ আঘাতপ্ৰাপ্ত হ'লেও স্বীকাৰ নকৰি উপায় নাই যে আমাৰ ইয়াত আধুনিক কালত প্ৰথম স্তৰৰ সৰ্বভাৰতীয় নেতৃত্বৰ সমানে সমানে যাব পৰা নেতাৰ উদ্ভৱ হোৱা নায়েই নে, ঠিক দ্বিতীয় শাৰীৰ নেতা ওলাইছেনে নাই তাকো অকুণ্ঠচিত্তে কোৱা টান। ঐতিহাসিক শ্ৰীমন্ত শঙ্কৰ নাইবা প্ৰায়-ঐতিহাসিক হৈ পৰা মণিৰাম দেৱানৰ পাছত আমাৰ মাজৰপৰা এনে কোনো জাতীয় আয়তনৰ নেতা ওলোৱা নাই যিসকলৰ কথা আমি গান্ধী-তিলকহে নালাগে চিত্তৰঞ্জন-বিনোৱা-নেহৰু-পেটেলৰ সৈতে একেলগে স্মৰণ কৰিব পাৰোহঁক। আমাৰ তৰুণ ফুকন, নবীন বৰদলৈ, ছাৰ ছাদুল্লা, গোপীনাথ বৰদলৈৰ দৰে নেতৃবৰ্গ অকল প্ৰাদেশিক নেতাই নহয়, সৰ্বভাৰতীয় পৰ্য্যায়ৰ নেতাৰূপে পৰিগণিত হোৱাৰ কোনোৰূপে যে অযোগ্য নাছিল সেইটো সঁচা হ'লেও প্ৰকৃত নেতৃত্বই যি এটা স্মৰণীয়তা আৰু আদৰ্শনীয়তা ৰাখি থৈ যায়, তেওঁলোকে তেনেকুৱা কিবা ৰাখি গৈছে বুলি অকপটভাৱে ক'ব নোৱাৰোহঁক। এইসকলৰ আদৰ্শকে সাৰোগত কৰি তেওঁলোকৰ আৰ্যাতে আমাৰ নতুন পুৰুষে নিজক গঢ়িবলৈ লোৱা টান।

এনে হ'বলৈ পালে কিয়? নিশ্চয় ইয়াৰ এটা কাৰণ এই যে এইসকল বৰেণ্য নেতাৰ জাতীয় নেতৃত্বৰ মৰ্য্যাদা পাব পৰাকৈ অনেক গুণ আৰু বৈশিষ্ট্য আছিল যদিও নেতৃত্বৰ আন ভালেমান গুণৰো অভাৱ আছিল। তৰুণৰাম ফুকন বাগ্মী আছিল, সাহসী আছিল, মহৎ আছিল, উদাৰ-হৃদয় আছিল, যথেষ্ট ব্যক্তিগত প্ৰতিভাসম্পন্ন লোকো আছিল। নবীনচন্দ্ৰ বৰদলৈৰ ঐকান্তিকতা, প্ৰখৰতা, ত্যাগ আৰু দেশমাতৃকানুৰক্তি অপূৰ্ব আছিল। ছাৰ ছাদুল্লাৰ ৰাজনৈতিক বিচক্ষণতা আৰু প্ৰশাসনীয় নৈপুণ্য যেনেকৈ লেখত ল'বলগীয়া আছিল, তেনেকৈয়ে লক্ষ্য কৰিবলগীয়া আছিল গোপীনাথ বৰদলৈৰ ৰাজনৈতিক দূৰদৃষ্টি, আনুগত্য আৰু সেৱাৰ ভাব। তথাপি তেওঁলোকে একক নেতৃত্বৰ সন্মান অৰ্জন কৰিব নোৱাৰিলে, বোধকৰো এইবাবেই যে অৱস্থাক জয় কৰিব পৰা ধৰণৰ অনন্যসাধাৰণ দৃঢ়তা আৰু

শক্তিমত্তা, সকলোৰে অন্তৰ স্পৰ্শ কৰিবপৰা ধৰণৰ সম্মোহনী ব্যক্তিত্ব আৰু গুণ-বৈচিত্ৰ্য তেওঁলোকৰ মাজত নাছিল। তদুপৰি ৰাজনৈতিক সফলতাৰ লগে লগে তীক্ষ্ণ মানসিক, বৌদ্ধিক নাইবা আধ্যাত্মিক পৰিপক্কতাৰ প্ৰবল পৰিচয় দিব নোৱাৰাটোও কিজানি এনে বিফলতাৰ বাবে কিছু পৰিমাণে দায়ী। জৱহৰলালক আমি যেনেকৈ ৰাজনৈতিকতাৰ বাহিৰেও শিল্পীসুলভ মনোবৃত্তি আৰু বহুমুখী ব্যক্তিত্বৰ বাবে মনত ৰাখো, সুভাষচন্দ্ৰক যেনেকৈ বৈপ্লৱিক তীব্ৰতা আৰু অভাৱনীয় সংগঠন শক্তিৰ বাবে নুসুঁৱৰি নোৱাৰো— আমাৰ ফুকন বৰদলৈহঁতলৈ তেওঁলোকৰ ৰাজনৈতিকতাৰ বাহিৰে আন কোনো উল্লেখনীয় বৈশিষ্ট্য বা কৃতিত্বৰ বাবে আমাৰ মনত নপৰে। তেওঁলোকৰ আন একো যে নাছিল তেনে নহয়, কিন্তু সেইবোৰ তেনে দৃষ্টি গ্ৰাস কৰিবপৰা ধৰণৰ নাছিল। আনহাতেদি প্ৰাক্-স্বাধীনতা যুগৰ নেতাসকলে একে সংগ্ৰামী আৰু আন্দোলনী ৰাজনীতি থকা বাবেই হওক, সৰ্বভাৰতীয় ৰাজনীতিতো নিজৰ বাবে একোটা ভূমিকাৰ কথা মনত ৰাখি কাম কৰিছিল যদিও স্বাধীনোত্তৰ যুগৰ আমাৰ ৰাজনীতিকসকলৰ স্বকীয় ক্ষেত্ৰত নিজে আগবাঢ়ি গৈ ভাল পোৱাতকৈ বাহিৰৰ ওপৰৱালা নেতৃত্বৰ নিৰ্দেশ পালনৰ প্ৰতি অনুসৰণ-প্ৰৱণতাই আমাৰ নেতৃত্বক বহলভিত্তিক আৰু প্ৰভাৱশালী কৰাত অন্তৰায়ৰ সৃষ্টি কৰিছে বুলি নাভাবি নোৱাৰি।

অসমৰ জনপ্ৰিয়, বৰেণ্য ৰাজনৈতিক নেতা স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ প্ৰসঙ্গত জাতীয় নেতৃত্বৰ সম্পৰ্কে এনে বাহুল্য আলোচনাৰ কিহৰ থাকিব পাৰে বহুতে হয়তো ভাবি আচৰিত হ'বলগীয়াই হ'ব। এনেকি গান্ধীজী, নেতাজী, পণ্ডিতজীৰ সৈতে একে উশাহতে হেম বৰুৱাৰ নাম লোৱাটো বহুতৰ বাবে হাস্যস্পদভাৱে সীমাজ্ঞানৰহিত কাম যেনে লগা অসম্ভৱ নহয়। মহীৰূহ সদৃশ নেতৃত্বৰ 'ক্ৰনিক্' অভাৱ থকা আমাৰ অসমত স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাক এজন বিৰাট নেতাৰূপে প্ৰতিষ্ঠা কৰা মোৰ উদ্দেশ্য নহয় আৰু তেওঁক আমাৰ ৰাজনৈতিক নেতৃত্বৰ পৰম্পৰাৰ জাতীয় অথবা প্ৰাদেশিক 'মেন্টৰ' বা গুৰু বুলি গ্ৰহণ কৰাৰ ওকালতি কৰিবলৈকো মই ওলোৱা নাই। গৰিষ্ঠতা নাইবা প্ৰভাৱৰ পিনৰপৰা হেমচন্দ্ৰ বৰুৱাতকৈ ওপৰ খাপৰ ৰাজনৈতিক নেতা আমাৰ ইয়াত বৰ্তমান সময়ত থাকক নেথাকক, আগতে স্বাধীনতাপূৰ্ব কালত নিশ্চয় আছিল। জাতীয় নেতৃত্বৰ সন্দৰ্ভত হেমচন্দ্ৰ বৰুৱালৈ মোৰ আৰু

সম্ভৱতঃ মোৰ দৰে ভবা বহুতৰ, শ্ৰদ্ধাৰে সৈতে মনত পৰে এইবাবেই যে আমাৰ এই স্বল্পায়ু, 'ৰিটায়াৰিং' প্ৰকৃতিৰ, আৰু পাদ-প্ৰদীপৰপৰা আঁতৰত থাকি ৰাষ্ট্ৰীয় আন্দোলন পৰিচালনা কৰি যোৱা এই নেতাজনৰ নেতৃত্বৰ এনে কেতবোৰ বৈশিষ্ট্য আছিল আৰু তাৰ এনে এটা স্বকীয় চৰিত্ৰ আছিল— যিটো মোৰ বিবেচনাৰে অসমৰ জাতীয়-ৰাজনৈতিক ক্ষেত্ৰত নিতান্ত দুৰ্লভ। বস্তুতঃ কিছুমান দিশত হেমচন্দ্ৰ বৰুৱাৰ নেতৃত্ব অসমৰ ৰাজনীতিৰ ক্ষেত্ৰত একপ্ৰকাৰ একক। সেইবাবে অসমত জাতীয় নেতৃত্বৰ বিকাশ আৰু পৰম্পৰাৰ দৃষ্টিত স্বৰ্গীয় বৰুৱাৰ স্থিতি আৰু মূল্য ভালদৰে অধ্যয়ন কৰাৰ উপযুক্ত বুলি মোৰ মনে ধৰে। এইটো অনুভৱ নকৰি নোৱাৰি যে বহুতো কথাত হেম বৰুৱাৰ নেতৃত্ব আমাৰ সাধাৰণ নেতৃত্বৰ মাজত আছিল এক উল্লেখনীয় ব্যতিক্ৰম।

হেম বৰুৱা সাংবিধানিক ৰাজনীতি বা সংসদী ৰাজনীতিলৈ তেনেকৈ প্ৰকটভাৱে ওলাই অহা নাছিল যদিও প্ৰদেশখনৰ শাসনতান্ত্ৰিক ডবা-খেলাৰ সকলো চাল বা মুভমেণ্টৰ আঁৰত তেওঁৰ অদৃশ্যমান উপস্থিতি আৰু নিৰ্দেশনাৰ প্ৰভাৱ বাহিৰৰ কৰ্মক্ষেত্ৰত অনুভূত নোহোৱাকৈ থকা নাছিল। তেওঁ মন্ত্ৰী নহ'ল, মন্ত্ৰীসভাত নোসোমাল; কিন্তু ৰজা ভঙা-পতাৰ কাৰবাৰত সম্ভৱতঃ আঁতৰত থকা বাবেই তেওঁ অতিশয় শক্তিশালী ভূমিকা ল'ব পাৰিছিল। ৰাজনীতিক হিচাপে বৰুৱা আছিল ঘাইকৈ সংগঠনৰ মানুহ, শাসনতান্ত্ৰিক ক্ষেত্ৰলৈ প্ৰতিনিধি বাছি দিয়া অনুষ্ঠানৰ লোক, এসময়ত কংগ্ৰেছ প্ৰাদেশিক অনুষ্ঠানৰ অধ্যক্ষ। তুলনামূলক চৰকাৰ আৰু ৰাষ্ট্ৰনৈতিক তত্ত্বৰ গভীৰভাৱে অনুধ্যানী হ'লেও আৰু মানসিক দৃষ্টিভঙ্গীৰে কিছু পৰিমাণে তাত্ত্বিক আৰু বৌদ্ধিক হ'লেও বৰুৱা আদিৰপৰা অন্তলৈকে আজিকালি ইংৰাজীত যিসকলক grass-root worker বুলি বৰ্ণোৱা হয় তেনে কৰ্মী-নেতা হৈয়ে থাকিল— যিসকল নেতাৰ সম্পৰ্ক বাহ্যিক চাতুৰ্য্যতকৈ ভিতৰুৱা বুনিয়াদী মূল গাঁথনিৰে সৈতে বেছি নিবিড় আৰু ঘনিষ্ঠ হয়। বৰুৱাৰ কৰ্মজীৱনৰ সৰহছোৱা সংগ্ৰামী ৰাজনীতিৰ সৈতে জড়িত হোৱাৰ বাবেই হওক নাইবা নিজৰ মানসিক অভিৰুচিৰ স্বাভাৱিক প্ৰৱণতাৰ ফলতেই হওক, হেম বৰুৱাৰ সংগঠনী আৰু আন্দোলনাত্মক ৰাজনীতিৰ প্ৰতি আনবিধ সোনকালে-সফলতা-দিবপৰা ৰাজনীতিতকৈ অনুৰাগ সৰহ আছিল। বৰুৱাই

সংগ্ৰামী ৰাজনীতি নকৰি বিপ্লৱী, প্ৰত্যাহ্বানমূলক আন্দোলনমুখী ৰাজনীতিত নামিছিল। বিপ্লৱী হ'লেও হেম বৰুৱা আছিল গঠনাত্মক বিপ্লৱী, বিদ্ৰোহী ৰাজনীতিক হ'লেও সংস্কাৰকামী নিৰ্মাণধৰ্মী বিদ্ৰোহী— অৰ্থাৎ বিপ্লৱেই শেষ কথা নহয়, শেষ কথা নকৈ গঢ় দিয়াহে।

হেমচন্দ্ৰ বৰুৱাৰ ৰাজনীতিৰ এটা বৈশিষ্ট্য আছিল এই যে তেওঁৰ আছিল একালে বৈপ্লৱিক সংগ্ৰামশীল আদৰ্শবাদী মানসিকতা আৰু আনফালেদি ৰচনাত্মক ধৈৰ্য্যমুখী অনুশাসনপ্ৰেমী বাস্তৱানুগ ব্যক্তিত্বৰ অসাধাৰণ সমন্বয়। হেম বৰুৱা গান্ধী-পন্থাৰ একনিষ্ঠ অনুগামী আছিল সঁচা, প্ৰকৃত সৈনিকৰ দৰে সেনানায়ক স্বৰূপ গান্ধীজীৰ নেতৃত্ব তেওঁ অবিচলিতভাৱে মানি লৈছিল সঁচা— কিন্তু তেওঁৰ প্ৰত্যেকটো মানসিক প্ৰস্তুতি 'ষ্টান্চ্' দৃষ্টিভংগী এনে সুদৃঢ়ভাৱে যুক্তি আৰু বিচাৰৰ ওপৰত আধাৰিত আছিল যে সেই গান্ধী-ভক্তি কোনো সময়তে গান্ধীবাদিতাত স্থিৰতাপ্ৰাপ্ত হোৱা নাছিল। তেওঁৰ নিজৰ সূক্ষ্ম পুংখানুপুংখ বিচাৰৰ সমুৎত তিষ্টিব নোৱাৰিলে গান্ধীজীৰ পন্থা তথা অন্য কোনো সৰ্বভাৰতীয় নেতাৰ বিচাৰতো ভুল আঙুলিয়াই দিব পৰা সাহস আৰু মত-স্বাধীনতা তেওঁ কোনো সময়তে হেৰুৱা নাছিল। নিজৰ তীব্ৰ প্ৰত্যয়ৰূপৰা অহা সিদ্ধান্তৰ প্ৰতি তেওঁৰ নিষ্ঠা এনে অটল আছিল যে বাহিৰৰপৰা অহা কোনো বিচাৰকে তেওঁ সহজে মানি ল'বলৈ প্ৰস্তুত নাছিল। মানুহৰ ব্যক্তিগত জীৱন যেনেকৈ বাস্তৱ অৱস্থানুযায়ী ৰফাতো আপোচৰ সমষ্টি নহৈ নোৱাৰে, তেনেকৈ ৰাজনৈতিক আচৰণতো বহুক্ষেত্ৰত 'কম্প্ৰোমাইজ' অনিবাৰ্য্য হৈ পৰে— অনেক শীৰ্ষস্থানীয় নেতাৰ ক্ষেত্ৰতো। গান্ধীজীৰ লেখীয়া অনন্য নেতৃত্বৰ কথা এৰিলেও— কাৰণ 'গান্ধীজীৰ ক্ষেত্ৰত আপোচ আৰু দূৰদৰ্শিতাৰ সীমাৰেখা বিচাৰি উলিওৱাটো একপ্ৰকাৰ নিষ্ফল প্ৰয়াস আৰু তেওঁৰ বেলিকা সমস্ত বিচাৰটোৱেই এটা সুকীয়া বিভূতি পৰিগ্ৰহ কৰে— খুব কম সংখ্যক নেতাৰ ক্ষেত্ৰতহে সম্পূৰ্ণভাৱে আপোচবিহীন নেতৃত্ব দিয়া সম্ভৱপৰ হৈছে বুলি ভাবিব পৰা যায়। সৰহভাগৰে ক্ষেত্ৰত আপোচে সিবিলাকৰ নেতৃত্বৰ মহিমা ম্লান কৰিছে আৰু তেওঁবিলাকৰ নেতৃত্বৰ গুণগত শ্ৰেষ্ঠতাত ঢেকা পেলাইছে। চক্ৰৱৰ্তী ৰাজা গোপালাচাৰী, ছৰ্দাৰ পেটেল, আনকি স্বয়ং জৱাহৰলালৰ নিচিনা নেতাৰো সময়ত ঠিক আপোচ কৰিব নলগীয়া অৱস্থা একোটাতো সময়ত আপোচ কৰাৰ প্ৰবৃত্তি

এটা প্ৰতিভাত নোহোৱা হ'লে তেওঁবিলাকৰো নেতৃত্ব যিমান শক্তিশালী হৈছিল তাতকৈ আধা অনুপ্ৰেৰণামূলক হ'ব পাৰিলেহেঁতেন বুলি ৰাজনৈতিক বিশ্লেষণকাৰীয়ে ভাবে।

পেটেল-জৱহৰলালৰ ক্ষেত্ৰতে যদি কেতিয়াবা 'কম্প্ৰোমাইজ' আৰু 'এক্সপিডিয়েন্সি'ৰ ব্যৱধান মাৰ গৈছে বুলি ভবাৰ অৱকাশ থাকিব পাৰে তেন্তে আমাৰ ফুকন-বৰদলৈৰ ক্ষেত্ৰত তেনেকুৱা হোৱাটোত আচৰিত হোৱাৰ কি থাকিব পাৰে? মোৰ কিন্তু সদায়ে ভাব হয়, অসমৰ নেতাসকলৰ মানত এই এটা দিশত হেমচন্দ্ৰ বৰুৱাৰ দৰে নেতৃত্ব আন নেতাসকলে প্ৰদৰ্শন কৰিব পৰা নাই। হেম বৰুৱা কিজানি আঙুলিৰ মূৰলৈকে আপোচবিহীন আছিল বুলি ক'ব পৰা যায়। তেওঁৰ নাতিদীৰ্ঘ ৰাজনৈতিক জীৱনত বৰুৱাই কোনো ক্ষেত্ৰতে 'কম্প্ৰোমাইজ' কৰিছিল বুলি মই নাজানো। এই আপোচবিহীনতা অকল যে ৰাজনৈতিক 'পলিচি'ৰ ক্ষেত্ৰতে আবদ্ধ আছিল তেনে নহয়। প্ৰকৃতপক্ষে হেমচন্দ্ৰ বৰুৱাৰ সমগ্ৰ ৰাজনৈতিক দৰ্শনৰে আপোচবিহীনতা সাৰ কথা আছিল বুলি ক'ব পাৰি। সেইবুলি এই আপোচবিহীনতা সংকীৰ্ণ 'জেদ' বা গোড়ামি বা আকোঁৰগোজ মনোবৃত্তিৰ সিপিঠি আছিল বুলি ভাবিলেও ভুল কৰা হ'ব।

এনে কথা হেম বৰুৱাৰ জীৱনৰ কাৰ্য্যাৱলীৰপৰা উদাহৰণ দি সাউংকৰে বুজাই দিব পৰাকৈ তেওঁৰ কাম-কাজৰ কোনো নিৰ্দিষ্ট স্মৃতি মনলৈ অহা নাই। তথাপি কিছু পৰিমাণে ব্যক্তিকেন্দ্ৰিক কথা যেন হ'লেও তৰুণৰাম ফুকনৰ সম্পৰ্কত সেই সময়ৰ অসম কংগ্ৰেছৰ মুখিয়াল ৰূপে হেম বৰুৱাৰ মনোভাৱৰ কথা মনত পেলাব পাৰি। এটা বহলভাৱে প্ৰচাৰিত ভ্ৰান্ত ধাৰণা আছে যে তৰুণৰাম ফুকনৰ ৰাজনৈতিক জীৱনৰ শেষছোৱা সেখাজ্বল আৰু সিমান আকৰ্ষণীয় নোহোৱা হৈ পৰাৰ মূলতে আছিল হেম বৰুৱাৰ বিৰোধিতা। মোৰ বোধেৰে এই ধাৰণা ফুকনৰ চমকপ্ৰদ ব্যক্তিত্বই অলপতে আনৰ শ্ৰেষ্ঠতা মানি লোৱা আমাৰ বহুতৰে চকুত চাট মাৰি ধৰা স্বভাৱৰ ফলশ্ৰুতি মাথোন। মানুহ হিচাপে, দেশপ্ৰেমিক হিচাপে ফুকনৰ অগ্ৰগণ্যতাৰ প্ৰতি শ্ৰদ্ধা হেম বৰুৱাৰ আন কাৰোতকৈ কম নাছিল। কিন্তু বৰুৱাৰ বাবে সদায় নীতি, আদৰ্শ আৰু অনুষ্ঠান আছিল সবাতোকৈ আগ; তাৰ পিছতহে ব্যক্তি, বুদ্ধি তথা 'পাৰ্চনেল'। তৰুণৰাম ফুকন ব্যক্তিগতভাৱে যিমান ডাঙৰ নেতাই নহওক, এটা অনুষ্ঠানৰ ঐতিহ্য আৰু আদৰ্শৰ বিপৰীতে তেওঁক অধিক গুৰুত্ব দিয়াটো হেম বৰুৱাৰ দৰে অক্লান্ত কৰ্মী

কঠোৰ পৰিশ্ৰমী অনুশাসননিষ্ঠ নেতাৰ পক্ষে সম্ভৱ নাছিল। বৰুৱাৰ মাজত এক অনমনীয় আপোচবিহীনতাৰ লক্ষণ নথকা হ'লে এই কথা ইমানদূৰ নেপালেগৈহেঁতেন আৰু তৰুণ ফুকনৰ নেতৃত্বও হয়তো নিৰঙ্কুশ হৈ থাকিলেহেঁতেন। কিন্তু লগতে কংগ্ৰেছ অনুষ্ঠানটোৰ গৰিমাও যে সামান্যভাৱে লাঘৱ নহ'লহেঁতেন, সেইটোকো অনায়াসে ক'ব নোৱাৰি।

এই আপোচবিহীনতাৰপৰা আৰু আগলৈ ভটিয়াই গ'লে হেম বৰুৱাৰ ব্যক্তিত্ব তথা নেতৃত্বৰ আৰু এটা উল্লেখযোগ্য দিশত আমি উপনীত হওঁহঁক। সেইটো হ'ল তেওঁৰ বিপ্লৱী মনীষা তথা সংগ্ৰামী মনোভঙ্গী। দেশ-বিদেশৰ বিপ্লৱী ভাবধাৰা আৰু সংঘৰ্ষপ্ৰধান পৰিক্ৰমাৰ গভীৰ আৰু নিষ্ঠাবান অনুধাৱনকাৰী হেম বৰুৱাই লেনিন, ট্ৰট্স্কি, জৰ্জ ৱাশ্বিংটন, মেকচুইনী, চান-ইয়াৎ-চেন আদি বিশ্ববিপ্লৱীসকলৰ কাৰ্য্যপন্থা আৰু নীতি-নিষ্ঠাৰ বিষয়ে বহলভাৱে অধ্যয়ন কৰিছিল আৰু ভাৰতীয় স্বাধীনতা-সংগ্ৰামৰ আদৰ্শবাদাত্মক -আইডিঅ'লজিকেল দিশটোৰ প্ৰতি সমসাময়িক আন বহুততকৈ অধিক প্ৰখৰভাৱে সচেতন আছিল। তেওঁ কেৱল দেশখনক স্বাধীন কৰাৰ উগ্ৰ আনুভূতিক আগ্ৰহতে মুক্তি-যুদ্ধত জঁপিয়াই পৰা নাছিল। সমগ্ৰ বিশ্বৰ নিষ্পেষিত পৰ-পদানত দেশ আৰু নিপীড়িত জনগণৰ আন্দোলনৰ সৈতে ঐতিহাসিক পৰিপ্ৰেক্ষিতত আমাৰ সংগ্ৰামক অংকিত কৰি তেওঁ ভৱিষ্যতৰ এখন স্পষ্ট চিত্ৰ কল্পনাৰ সমুখত ৰাখিহে যাৱতীয় জাতীয়তামূলক কৰ্মত প্ৰবৃত্ত হৈছিল। ইতিহাসৰ অনুসন্ধিৎসু ছাত্ৰৰূপে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ৰাজনৈতিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক তাৎপৰ্য্য সম্বন্ধে তেওঁৰ কিছুমান স্পষ্ট ধাৰণা আছিল। হেম বৰুৱাই স্বাধীনতা সংগ্ৰামক ৰাজনৈতিক প্ৰচেষ্টাতকৈও এটা বৈপ্লৱিক জাগৰণ আৰু সামাজিক ৰূপান্তৰৰ আন্দোলন ৰূপেহে পৰিকল্পনা কৰিছিল। অসংখ্যবাৰ ফাটেক খোৱা, শাৰীৰিকভাৱে জুৰুলা, ধীৰ-গম্ভীৰ এই স্বৰ্গগত নেতাগৰাকীক ব্যাধিজৰ্জৰিত জীৱনৰ শেষ পৰ্য্যায়ত দেখা যাৰ মনত আছে, তেওঁ এই ধ্যানমগ্ন যোগীৰূপ দেশপ্ৰাণ মহৎ-হৃদয় ব্যক্তিৰ সুদূৰ প্ৰসাৰিত তীক্ষ্ণ দৃষ্টি আৰু প্ৰকৃত বিপ্লৱীসুলভ আন্তঃপ্ৰৱাহিত বিদ্ৰোহী চেতনাৰ বহিঃপ্ৰকাশৰ স্মৃতি মনত নেপেলাই নোৱাৰে।

অসমীয়া ৰাজনৈতিক নেতাসকলৰ ভিতৰত অদূৰ অতীতৰ যি

কেইগৰাকী নেতাই ৰাজনীতি আৰু দেশসেৱাৰে মননশীলতা, বৌদ্ধিকতা আৰু অধ্যয়নানুৰাগৰ এক নতুন প্ৰবাহ বহন কৰিছিল সেই সকলৰ ভিতৰত স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা যে অন্যতম আছিল তাত মোৰ অকণো সন্দেহ নাই। আমাৰ ৰাজনৈতিক নেতৃত্ব দিয়া তথা ৰাজনীতি চৰ্চা কৰা লোকসকলৰ মাজত সাধাৰণতে অধ্যয়ন আৰু চিন্তাশীলতাৰ প্ৰতি যি এটা বীতস্পৃহ আৰু উদাসীনতাৰ ভাব সততে পৰিলক্ষিত হৈ আহিছে অবশেষত আমাৰ ৰাজনীতি এতিয়াও কিমানদূৰ মুক্ত হ'ব পাৰিছে সেইটো বিতৰ্কৰ বিষয়। প্ৰাক্-স্বাধীনতাৰ যুগত যেতিয়া একমাত্ৰ স্বাধীনতা লাভৰ প্ৰচেষ্টাতে আমাৰ সকলো স্বাৰ্থ কেন্দ্ৰীভূত কৰিবলগীয়া হৈছিল, তেতিয়া আমাৰ নেতাসকলে ভালদৰে পঢ়াশুনা কৰিবলৈ আহৰি নোপোৱাটো স্বতঃসিদ্ধ নহ'লেও বোধগম্য কথা। তথাপি গান্ধীজী, তিলক, চিত্তৰঞ্জন, জৱাহৰলাল আদিয়ে যি সময়ত ৰাজনীতিৰ লগে লগে দৰ্শন, ইতিহাস, কাব্য, বিজ্ঞান আদিৰ চৰ্চা কৰি আমাৰ মানসিক দিগন্ত প্ৰসাৰিত কৰি যাব পাৰিছিল, সেই সময়ত তুলনামূলকভাৱে আমাৰ নেতাসকলে তেনে ধৰণৰ কৃতিত্ব দেখুৱাব নোৱাৰাটো উৎসাহজনক কথা নহয়। তথাপি তেওঁলোকে কাৰাগাৰত আৱদ্ধ হৈ থকা দিনবোৰৰ সৰহভাগেই সদ্ব্যৱহাৰ কৰিবলৈ যত্ন কৰিছিল। স্বাধীনতাৰ যুগৰ যোৱা আঢ়ৈ দশকত আমাৰ ৰাজনৈতিক নেতাসকলৰ অ-ৰাজনৈতিক কৃতিত্বৰ ফালে লক্ষ্য কৰিলে ভাব হয় এতিয়া জেললৈ যাবলগীয়া নোহোৱা হ'ল বাবে মস্তিষ্কৰ চৰ্চা কৰাৰো উপায় নোহোৱা হ'ল। আন নহ'লেও তৰুণ ফুকনে চিকাৰ কাহিনী লিখিছিল, স্তুতিমালা লিখিছিল; নবীন বৰদলৈয়ে নাট লিখিছিল, কবিতা লিখিছিল। কিন্তু স্বৰ্গীয় হেম বৰুৱা আৰু শ্ৰীঅমিয়কুমাৰ দাসৰ দৰে আন কেইজনে প্ৰকৃতাৰ্থত গহীন বিধৰ লিখনীৰ সৃষ্টি কৰিছে? সাম্প্ৰতিক কাললৈ মন কৰিলে এই দিশত আমাৰ দীনতা আৰু দৃষ্টিকটু হৈ পৰে। সৰ্ব-ভাৰতীয় চিন্তাধাৰালৈ আমাৰ কোনোবা ৰাজনীতিবিদে কিবা উল্লেখযোগ্য বৰঙণি দিব পাৰিছেনে?

হেম বৰুৱাৰ এইটো মন কৰিবলগীয়া বিশিষ্টতা আছিল যে ৰাজনৈতিক আন্দোলন কৰাৰ লগে লগে অধ্যয়নশীলতা আৰু আন প্ৰকাৰৰ সাংস্কৃতিক সাধনা কৰাত তেওঁ নিজে যেনেকৈ সময় পালেই নিযুক্ত থাকিছিল তেনেকৈ উঠি অহা ছাত্ৰৰ মাজত আৰু ৰাজনৈতিক কৰ্মীসকলৰ মাজত এটা সবল সচেতনতা আৰু আলোচনা-গৱেষণাৰ বাতাবৰণ বৰ্তাই ৰাখিবলৈকো হেলা কৰা নাছিল।

ৰাজনৈতিক সাহিত্যৰ লগে লগে বিশ্ব-সাহিত্যৰ কেইখনমান বিখ্যাত গ্ৰন্থ তেওঁ অসমীয়ালৈ ভাঙিছিল। প্ৰকৃত নেতৃত্বৰ ই এটা লক্ষণেই যে সীমিত ৰাজনৈতিক ক্ষেত্ৰৰ বাহিৰে আন আন ক্ষেত্ৰতো তেওঁবিলাকে এক জাগৰণ আৰু সচেতনতাৰ পৰিমণ্ডল গঢ়ি তোলাত বদ্ধপৰ হয়। ৰাজনীতি কৰাৰ লগে লগে শিক্ষাদানো তেওঁলোকৰ কৰ্তব্য বুলি ধৰে। হেম বৰুৱা অসমৰ মুখ্যমন্ত্ৰী হ'ব নোৱাৰিলে নাইবা ভাৰত-জিনিবা কংগ্ৰেছী নেতাও হ'ব নোৱাৰিলে। কিন্তু তেওঁ যি এটা সুসংস্কৃত, জ্ঞানান্বেষী, চিন্তাপ্ৰৱণ, পৰিশীলিত উদাৰমনা আদৰ্শবাদী নেতৃত্বৰ ভাবমূৰ্তি আমাৰ মাজত থৈ গৈছে সেয়ে তেওঁৰ স্মৃতি আজিও আৰু অনাগত পুৰুষৰ অন্তৰত সজীৱ কৰি ৰাখিব।

হেমচন্দ্ৰ বৰুৱা এজন ৰাজনীতিক-দাৰ্শনিক আছিল আৰু বাস্তৱিক কাৰ্য্যকৰী ৰাজনীতিকো আছিল। তেওঁ পণ্ডিত লোক আছিল— বিশেষকৈ বিপ্লৱ আৰু সংগঠনৰ বিষয়ে তেওঁ অসাধাৰণ জ্ঞানী লোক আছিল। লগে লগে তেওঁ আছিল এজন আদৰ্শমূলক কৰ্মী, যাৰ কাৰণে দল গঢ়া আৰু তাক শক্তিশালী কৰি তুলিবৰ অৰ্থে কোনো কামেই তুচ্ছ নাছিল, কোনো শ্ৰমেই অত্যধিক নাছিল। তেওঁ আছিল বিপ্লৱী, আদৰ্শবাদী, ভাববাদী, ভৱিষ্যতৰ প্ৰতিকৃতি অন্তৰত ৰাখি কাম কৰা দেশসেৱক, সাধক। লগে লগে হেম বৰুৱা আছিল উচ্চ খাপৰ, গঠনমূলক, ধৈৰ্য্যশীল, উত্তেজনাবিহীন, ধীৰ-গম্ভীৰ, যুক্তিবাদী, ঐতিহাসিক, দূৰদৃষ্টিসম্পন্ন ৰাজনীতিক। নিৰ্মল চৰিত্ৰ, মুক্তিসাধক, উদাৰ হৃদয়, সাংসাৰিক বন্ধনমুক্ত, নীতিনিষ্ঠ, সংযমী, কঠোৰ অনুশাসন-বিশ্বাসী হেম বৰুৱা আনহাতেদি আছিল স্নেহ আৰু সুহৃদয়তাৰে ভৰপূৰ, বন্ধুবৎসল, দয়াবান, আনন্দময়, অমিত সাহস, সুদৃঢ় ব্যক্তিত্বসম্পন্ন, সৰল, ঋজু মানুহ। এনেবোৰ একে ঠাইতে খুপ নোখোৱা গুণৰ অধিকাৰী এজন ব্যক্তিয়েই যদি নেতা নহয়, নেতা হ'ব কোন? হেম বৰুৱা নিশ্চিতভাৱে আগশাৰীৰ নেতৃত্বৰ উপযোগী গুণসম্পন্ন নেতা আছিল। কিন্তু আমি সাধাৰণতে যিসকলক নেতা বুলি লওঁহঁক তেনে ধৰণৰ নেতা বুলি তেওঁ গৃহীত হৈছিল নে? নাজানো। আমাৰ জনপ্ৰিয় নেতাসকলৰ মাজত তেওঁৰ নামটো অৱলীলাক্ৰমেই আহি পৰা সততে লক্ষ্য কৰা নাযায়। হেমচন্দ্ৰ বৰুৱাৰ কৰ্মক্ষেত্ৰ আছিল অসম, কিন্তু বৰুৱা কেৱল অসমৰহে ৰাজনৈতিক নেতা আছিল বুলি ক'লে ভুল কৰা হ'ব, তেওঁৰ পৰিব্যাপ্ত প্ৰতিভাৰ অনাদৰ কৰা

হ'ব। জাতীয় আন্দোলনৰ সৈতে ওতপ্ৰোতভাৱে জড়িত এক সৰ্বভাৰতীয় সংগঠনৰ পৰিচালক হিচাপে হেমচন্দ্ৰ বৰুৱা আছিল মূলতঃ জাতীয় নেতা, সৰ্বভাৰতীয় বিভূতিৰ জননায়ক। তথাপি তেওঁ সৰ্বভাৰতীয় নেতৃত্ব-মহলত কিমানদূৰ সুপৰিচিত আছিল সেইটো মই সিমান নেজানো যদিও তেওঁৰ প্ৰতিভা আৰু গুণাৱলীৰ জোখাৰে যে হোৱা নাছিল তাত সন্দেহ নাই। আমিয়েই যেতিয়া আমাৰ এজন দেশপ্ৰাণ বিশিষ্ট নেতাক পাহৰি পেলোৱাৰ উপক্ৰম কৰিছোঁ, বিৰাট দেশৰ পৰিপ্ৰেক্ষিতত তেওঁলৈ বাহিৰৰ চকু তেনেকৈ নপৰাত আচৰিত হ'বলগীয়া কি আছে?

আমি হেম বৰুৱাৰ নেতৃত্ব আৰু কৃতিত্বৰ প্ৰতি উদাসীন আৰু কিঞ্চিৎ অকৃতজ্ঞ হৈ পৰিলেও তেওঁ যে অকল অসমৰে নহয়, সদৌ দেশৰে এগৰাকী প্ৰথম শাৰীৰ বিশিষ্ট জাতীয় নেতা আছিল সেই কথাৰ সত্যতা টুটিব নোৱাৰে। নেতৃত্ব আৰু জাতীয়তাৰ সন্দৰ্ভত হেম বৰুৱাৰ স্মৃতি ৰোমন্থন কৰাৰ প্ৰধান যুক্তিযুক্ততা হ'ল এই যে তেওঁক শ্ৰেষ্ঠ নাইবা অতি উচ্চ স্থান দিবলৈ কোনোবা প্ৰস্তুত নহ'লেও অসমৰ নেতৃত্বৰ পৰম্পৰাত যে তেওঁ এজন গৌৰৱপূৰ্ণ ব্যতিক্ৰম আছিল তাক অগ্ৰাহ্য কৰিব নোৱাৰি। অসমৰ ৰাজনৈতিক নেতৃত্বৰ ক্ষেত্ৰত কোনো কোনো দিশত হেম বৰুৱাতকৈ সৰহ গুণ থকা আৰু ভালেমান দিশত অধিক চিত্তাকৰ্ষক সফলতা দৰ্শোৱা নেতা ওলাইছে সঁচা, কিন্তু অতি তাকৰ জন-নেতাৰ মাজতহে হেম বৰুৱাৰ দৰে সুদৃঢ় ব্যক্তিত্ব, নিঃস্বাৰ্থ দেশপ্ৰেম, চাৰিত্ৰিক দৃঢ়তা আৰু আদৰ্শৰ উচ্চমুখিতা দেখা গৈছিল। আৰু সচৰাচৰ প্ৰাদেশিকতাৰ ঠেক গণ্ডীৰ মাজত আবদ্ধ হৈ থকা আমাৰ ৰাজনৈতিক নেতৃত্বক সেই সময়ত এটা নতুন সৰ্বভাৰতীয় আদৰ্শাত্মক 'ডাইমেনচন্' বা ৰূপ প্ৰদান কৰি হেমচন্দ্ৰ বৰুৱাই নিজক প্ৰচলিত নেতৃত্বৰ এক ব্যতিক্ৰমৰূপে প্ৰতিষ্ঠা কৰাৰ উপৰিও আমাৰ নেতৃত্বৰ ব্যাপ্তি আৰু পৰিধি অভাৱনীয়ভাৱে প্ৰসাৰিত কৰিলে। আন্দোলনকাৰী, যুঁজাৰু হেম বৰুৱাই উত্তৰ কালৰ স্বাধীন ভাৰতৰ প্ৰশাসনীয় নেতৃত্বত কেনে স্থান অধিকাৰ কৰিলেহেঁতেন ক'বলৈ যোৱাটো নিৰৰ্থক জল্পনা-কল্পনা হ'ব যদিও এইবুলি নিশ্চয় প্ৰত্যয়পূৰ্ণভাৱে ক'ব পাৰি যে বৰুৱাই প্ৰকৃত নেতৃত্বৰ স্বৰূপ আৰু উন্মুখিতা কেনে হোৱা উচিত তাৰ এক জীৱন্ত আৰ্হি আমালৈ এৰি থৈ গৈছে। ❑

# ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ জীৱন-কথা

—পুষ্পলতা দাস

পৃথিৱীৰ বুকুলৈ প্ৰতি মুহূৰ্তে কত মহাপ্ৰাণ আহি আছে, কত শত মহাপ্ৰাণৰ মহানিৰ্বাণ ঘটিছে, এনেকুৱা এটি মুহূৰ্ততে এদিন এজনা সাধক পুৰুষে জন্ম লৈছিল তেজপুৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত। সেইদিনটো আছিল ১৮১৫ শকাব্দৰ ১২ বহাগ সোমবাৰ (ইং ১৮৯৩ চনৰ এপ্ৰিল মাহৰ ২৫ তাৰিখ) নিজ সাধনাৰে কালজয়ী হোৱা এই বীৰসাধকজনে আমাৰ সকলোৰে প্ৰেৰণাৰ উৎস ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা। স্বৰ্গীয় বৰুৱাদেৱৰ পিতাদেৱেকে স্বৰ্গীয় গোপালচন্দ্ৰ বৰুৱাই কপিলীৰ পাৰৰপৰা ব্ৰহ্মপুত্ৰৰ পাৰলৈ উঠি আহিছিল, স্বইচ্ছাৰে নহয়, চাকৰিৰ কাৰণে। শেহত নগাঁৱৰ বহুত থকা মূল ঘৰৰ মায়া এৰি তেজপুৰৰ ঘৰখনকে ঘাই ঘৰ বুলি লৈ তাতেই থিতাপি ল'লে।

স্বৰ্গীয় গোপাল বৰুৱাদেৱে দুখৰ মাজতো সুখৰ ছবি এখন কল্পনা কৰিছিল; কিন্তু কালে কল্পনাক ৰূপ দিয়ালৈ বাট চাব নোৱাৰিলে। নিয়তিয়ে ঘৰখনক নিঠৰুৱা কৰি তেওঁক অকালতে কাঢ়ি লৈ গ'ল। কিশোৰ হেম বৰুৱাৰ শেষ আশ্ৰয় হ'ল ককাইদেৱেক প্ৰিয়লাল বৰুৱা॥

দুখীয়া পৰিয়াল এটিত জন্মগ্ৰহণ কৰা হেম বৰুৱা মনত দুখীয়া নাছিল, সাহসতো দুখীয়া নাছিল। অকালতে পিতৃ-বিয়োগ হোৱা সত্ত্বেও জীৱনৰ নাওখনি চাকনৈয়াৰ মাজেৰেই পাৰ কৰি লৈ গ'ল। ত্যাগবীৰৰ ককাইদেৱেক স্বৰ্গীয় প্ৰিয়লাল বৰুৱা যথেষ্ট মেধাৱী ছাত্ৰ থকা সত্ত্বেও জ্যেষ্ঠ পুত্ৰক পিতৃ-বিয়োগে আনি দিয়া দায়িত্ব শিৰ পাতি ল'লে। ছাত্ৰ হেম বৰুৱা একমাত্ৰ গণিতৰ বাহিৰে আন কোনো বিষয়তে পাছ পৰা ছাত্ৰ নাছিল যদিও, গণিতৰ

কাৰণেই জীৱনৰ তিনিটা বহুমূলীয়া বছৰ হেৰুৱাবলগীয়া হয়। এবাৰ তেওঁ হেনো গণিতৰ শিক্ষক এগৰাকীক এইবুলি সুধিছিল যে দুডাল সৰল ৰেখা অসীম অনন্তত গৈ মিলিছেনে নাই কোনে ক'ব পাৰে? আত্ম-সন্মানী হেম বৰুৱাই ককাইদেৱেকৰ বোজা পাতলাবলৈ ছাত্ৰ অৱস্থাতে বন্ধৰ দিনকেইটিৰ যথেষ্ট সদ্ব্যৱহাৰ কৰিছিল। বন্ধ পালেই চাকৰি এটা যোগাৰ কৰি অভাৱৰ সংসাৰত নিজৰ অৰিহণা যোগাইছিল। তেওঁ সপোন দেখিছিল— তেওঁ ছাত্ৰ জীৱনৰ ডেওনা পাৰ হ'ব, অৱচ্ছল সংসাৰখনলৈ অলপ স্বচ্ছলতা আনিব আৰু তেওঁতকৈ সৰুখিনিৰ দায়িত্ব কান্ধ পাতি লৈ ককাইদেৱেকৰ জীৱনলৈ অলপ সকাহ আনিব। নিয়তিয়ে কিজানি এই সপোনৰ ছবি দেখি মিচিকি হাঁহিছিল।

শিক্ষাৰ বাটত গণিতৰ পৰীক্ষাই তেওঁক তিনি বছৰ বাধা দিলেও ১৮১৫ চনত মেট্ৰিকুলেচনৰ ডেওনা পাৰ হ'বলৈ সক্ষম হ'ল। ১৯১৫ চনৰ আগলৈকে স্কুলৰ এই শেষ পৰীক্ষাক এণ্ট্ৰেন্স বোলা হৈছিল। ১৯১৫ চনৰ পৰাহে মেট্ৰিকুলেচন পৰীক্ষা আৰম্ভ হয়। গণিত বিষয়টো সেইবাৰ অলপ সহজ পোৱাত তেওঁ পৰীক্ষাত অনায়াসে উত্তীৰ্ণ হ'ব পাৰিলে। কাৰণ ছাত্ৰ হিচাপে হেম বৰুৱাদেৱৰ প্ৰতিভা প্ৰকাশ পাইছিল ইতিহাস, অসমীয়া আৰু ইংৰাজী সাহিত্যত। ভাগৱীৰ জীৱনে এইটোৱেই প্ৰকাশ কৰে যে কোনো এটি বিষয়ত দুৰ্ব্বল হ'লেও জীৱনৰ বাটত ই হেঙাৰ হৈ থিয় নিদিয়ে; স্বভাৱজাত প্ৰতিভাইহে কৃতকাৰ্য্যতাৰ দুৱাৰ মুকলি কৰে। বৰুৱাদেৱৰ মনৰ দৃঢ়তা আৰু ধৈৰ্য্যৰ কথা পৰিয়ালৰ সকলোৱে জানিছিল কাৰণেই তেওঁৰ গণিত-শাস্ত্ৰৰ ব্যৰ্থতা শিক্ষাৰ ক্ষেত্ৰত বাধা হৈ থিয় দিয়া নাছিল। বৰুৱাদেৱে কঠোৰ শ্ৰমৰ ওপৰত বিশ্বাস কৰিছিল কাৰণেই পৰীক্ষাৰ পৰাজয়ৰ ওচৰত নতি স্বীকাৰ কৰা নাছিল। কলেজলৈ গৈ গণিত বিষয়টো যেতিয়া বাদ দিব পাৰিলে, বৰুৱাদেৱৰ প্ৰতিভাই প্ৰকাশ পালে। ১৯১১ চনত ইংৰাজীত অনাৰ্চ লৈ তেওঁ সুখ্যাতিৰে বি.এ. পৰীক্ষা পাছ কৰে আৰু আইনজ্ঞ হৈ স্বাধীন ব্যৱসায় কৰাৰ অভিপ্ৰায়েৰে গুৱাহাটীৰ আৰ্ল-ল কলেজত ভৰ্তি হয়। বৰুৱাদেৱে চৰকাৰী বিষয়-বাববতকৈ যে ৰাজহুৱা কামক আগ ঠাই দিব তাৰ প্ৰমাণ সহপাঠীসকলে ১৯১৮ চনতে পাইছিল, যেতিয়া তেওঁবিলাকে তেওঁক কটন কলেজৰ য়ুনিয়ন ছেক্ৰেটাৰীৰ বাবে মনোনীত কৰিছিল। বি.এ পাছ কৰি

উঠাৰ পিছত ছাত্ৰ বন্ধুসকলে তেওঁক গোলাঘাট অধিৱেশনত অসম ছাত্ৰ সন্মিলনৰ সম্পাদক নিৰ্বাচিত কৰে। এই অধিৱেশনতে ছাত্ৰ সন্মিলনে আবেদন-নিবেদনৰ নীতি সলাই এটি গঠনমূলক দৃষ্টিভঙ্গীৰে কামত আগবঢ়াৰ সংকল্প লয়। অসমৰ ছাত্ৰ সমাজক তথা ৰাইজক বিশ্বসাহিত্যৰ লগত চিনাকি কৰি দিয়াৰ অভিপ্ৰায়েৰে সন্মিলনে অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাদেৱৰ স্মৃতিক শ্ৰদ্ধা জনাই 'হেমচন্দ্ৰ সোঁৱৰণী গ্ৰন্থাৱলী' নামে ছিৰিজ এটি প্ৰকাশ কৰে। এই চিৰিজ ১৯২০ চনত বৰুৱাদেৱ সম্পাদক হৈ থকা কালতে প্ৰকাশ হয়। 'ৰেগনাৰৰ সাধুকথা' আৰু 'ৰহস্য কাহিনী' এই গ্ৰন্থাৱলীৰে দুটি ধুনীয়া ভাওনি। বৰুৱাদেৱে চন্দ্ৰ শৰ্মাদেৱৰ প্ৰেৰণাৰ কথা, তেওঁৰ অন্তৰঙ্গ বন্ধুসকলৰ প্ৰেৰণাৰ কথা কৈ যেন গৌৰৱ অনুভৱ কৰিছিল। বিনয় আৰু কৃতজ্ঞতা ত্যাগবীৰৰ চৰিত্ৰ দুটি যেন বিশেষ অলংকাৰ।

বৰুৱাদেৱৰ জীৱনৰ সপোনে গতি সলালে ১৯২১ চনত, খুব সম্ভৱ নিজৰ অজ্ঞাতে। সেই সময়ত অসমত দুটি লেখত ল'বলগীয়া অনুষ্ঠান আছিল— *'অসম এছোচিয়েশ্যন'* আৰু *'অসম ছাত্ৰ সন্মিলন'*। ১৯০৪ চনত জন্ম হোৱাৰেপৰা ১৯২০ চনলৈকে অসমৰ ৰাজনীতিৰ ঘাঁই কেন্দ্ৰ আছিল 'অসম এছোচিয়েশ্যন'; কিন্তু ১৯২১ চনৰ অসহযোগ আন্দোলনক একমাত্ৰ কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাদেৱৰ বাহিৰে আন সভ্যসকলে সমৰ্থন কৰিবলৈ টান পালে। ছাত্ৰসকলে স্কুল-কলেজ এৰা কথাটোৰ তেওঁলোক বিপক্ষে আছিল। ইপিনে ১৯২০ চনৰ ৪ ছেপ্তেম্বৰত লালা লাজপত ৰায়ৰ সভাপতিত্বত কলিকতাত বহা কংগ্ৰেছৰ বিশেষ অধিৱেশনত **গান্ধীজীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱ** গৃহীত হয়। সেই একে বছৰৰে ডিচেম্বৰ মাহত বিজয় ৰাঘৱাচাৰিয়াৰৰ সভাপতিত্বত বহা নাগপুৰ কংগ্ৰেছৰ বছৰেকীয়া অধিৱেশনে অসহযোগৰ এই প্ৰস্তাৱৰ প্ৰতি পূৰ্ণ সমৰ্থন জনায়। ঘটনাচক্ৰত নিখিল ভাৰত ছাত্ৰ সন্মিলনো সেই একে বছৰতে একে মাহতে একে ঠাইতে বহিছিল। নাগপুৰৰ এই ছাত্ৰ সন্মিলনত গুৱাহাটীৰ কটন কলেজৰ আৰু কলিকতাৰ কলেজসমূহত পঢ়া অসমীয়া ছাত্ৰ সমাজে দলে দলে যোগ দিছিল। এই সন্মিলনতে ছাত্ৰসকলে চৰকাৰী স্কুল-কলেজ বৰ্জন কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। বৰুৱাদেৱ তেতিয়া অসম ছাত্ৰ সন্মিলনৰ সম্পাদক। নিখিল ভাৰত ছাত্ৰ সন্মিলনৰ এই প্ৰস্তাৱে তেওঁৰ মনৰ ওপৰত যি ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সৃষ্টি

কৰিছিল তাক তেওঁ নিজেই এটি প্ৰবন্ধত এইদৰে লিখি থৈ গৈছে ঃ "ছাত্ৰসকলে প্ৰথমে যেতিয়া কলেজ বৰ্জন কৰি ওলাই আহে তেতিয়া মই গুৱাহাটীৰ ল কলেজত পঢ়ি আছিলোঁ। তেতিয়া মই মোৰ বন্ধুসকলক কলেজ নেৰোঁ বুলি কৈছিলোঁ। যদিও মই কলেজ এৰা নাছিলোঁ তথাপি মই এই বছৰ গৰমৰ বন্ধত তেজপুৰৰ হলেশ্বৰ মৌজাত কংগ্ৰেছৰ কাম কৰিছিলো। বন্ধ শেষ হোৱাত আকৌ কলেজলৈ গৈ পঢ়িবলৈ লাগিলো। কলেজ বৰ্জন আন্দোলনটোৱে ল কলেজক লৰাব পৰা নাছিল। পূজাৰ বন্ধৰ আগতে শ্ৰীযুত তৰুণৰাম ফুকনদেৱৰ ওপৰত ধুবুৰীত এটা বক্তৃতা দিয়াৰ বাবে ১০৮ ধাৰাৰ নটিচ দিয়া হয়। ১ অক্টোবৰ তাৰিখে ধুবুৰীত হাজিৰ হ'বলৈ শ্ৰীযুত ফুকন ওলাল। ১৯২১ চনৰ ৩০ ছেপ্তেম্বৰ তাৰিখে ফুকনৰ ঘৰৰ আগত থকা ময়দানত এখন বিৰাট বিদায় সভা বহিল। মানুহে বিৰ দি সন্ধি পাবলৈ নাই। শ্ৰীযুত ফুকনে সেইদিনা অলপ কথা কৈছিল যদিও তেওঁৰ কথাই মানুহৰ মনত দকৈ সাঁচ বহুৱাইছিল। সেই সভাত নবীনচন্দ্ৰ বৰদলৈয়ে যি বক্তৃতা দিলে তেনে বক্তৃতা আৰু তেওঁৰ পৰা শুনা নাছিলোঁ। সভা ভাঙিল; ঘৰলৈ আহিলোঁ। কলেজ এৰি অসহযোগ আন্দোলনত যোগ দিয়াই স্থিৰ কৰিলোঁ। তেজপুৰ কেম্পত উপস্থিত হোৱাত বন্ধুসকলে ৰং পালে। তেজপুৰ জিলা কংগ্ৰেছ কমিটীৰ তেতিয়াৰ সভাপতি শ্ৰীযুত অমিয়কুমাৰ দাসে ক'লে, 'আহিলি তই? সভা-সমিতিত বক্তৃতা দিব নালাগে। আমাৰ গ্ৰেপ্তাৰৰ পিছত তই তেজপুৰ কংগ্ৰেছৰ ভাৰ ল'ব লাগিব।'

বৰুৱাদেৱে জীৱনত কেতিয়াও ভাবপ্ৰৱণতাক প্ৰশ্ৰয় দিয়া নাছিল। সেই দেখি কোনো হুজুগে তেওঁক কলেজীয়া জীৱনৰ বুকুৰপৰা আঁজুৰি আনিব পৰা নাছিল। কিন্তু যেতিয়া পূৰ্ণ বিশ্বাসেৰে তেওঁ আহিল সেই দৃঢ়মনৰ বজ্ৰকঠোৰ সংকল্পক কোনেও টলাব নোৱাৰিলে— জীৱনৰ শেষ মুহূৰ্তলৈকে নিজ প্ৰতিজ্ঞাত অলৰ-অচৰ হৈ থাকিল।

কলেজ এৰাৰ আগতে বৰুৱাদেৱে নিজকে শত-সহস্ৰ প্ৰশ্ন কৰিহে শেষ সিদ্ধান্ত বন্ধুসকলক জনাইছিল। ছাত্ৰ সন্মিলনৰ সম্পাদক হিচাপে নিজৰ গুৰুদায়িত্ব তেওঁ ভালদৰে উপলব্ধি কৰিব পাৰিছিল কাৰণেই এই দায়িত্ব এৰাৰ আগতেই সহকাৰী সম্পাদকক সন্মিলনৰ নামত গুৱাহাটী চেণ্ট্ৰেল বেঙ্কত জমা থকা প্ৰায় ১৮০০ মান টকাৰ হিচাপ তন্ন-তন্নকৈ বুজাই দিয়াৰ

উপৰিও সন্মিলনৰ অফিচৰ সকলো কাগজ-পত্ৰ কিতাপ আদিৰ তালিকা নিজে প্ৰস্তুত কৰি সকলো কথা ভালদৰে বুজাই দিহে এই দায়িত্বৰ পদ ইস্তাফা দিছিল। অসহযোগৰ ঢৌৱে যেতিয়া ভাৰত ঢৌৱালে, অসম ঢৌৱালে, বৰুৱাদেৱৰ বুকুতো নিজকে এই মহাপ্লাৱনৰ লগত উটুৱাই দিয়াৰ কিবা এটা প্ৰেৰণা আনি দিলে। সেয়ে তেওঁ ১৯২১ চনৰ আন্দোলনত জঁপিয়াই পৰিল।

এই মহাযজ্ঞত অংশ গ্ৰহণ কৰাৰ যি গৌৰৱ সেই সত্যক তেওঁ নিজ লিখনিৰেই আঁকি থৈ গৈছে। ১৯২১ চনৰ ২১ নৱেম্বৰ। সংশোধিত ফৌজদাৰী আইনৰ ১৬ ধাৰামতে কংগ্ৰেছ, খিলাফৎ আৰু স্বেচ্ছাসেৱক সংঘবিলাকক বে-আইনী ঘোষণা কৰা হ'ল। এইবাৰ অসমৰ কংগ্ৰেছ অফিচবিলাকত খানাতালাচী চলিল। লগে লগে বহু কৰ্মীক গ্ৰেপ্তাৰো কৰা হ'ল। এই সময়ছোৱাত বৰুৱাদেৱৰ মনত বিপ্লৱ আৰু আনন্দৰ যি মহোৎসৱ চলিছিল তাৰে আভাস পোৱা যায় তলত উল্লেখ কৰা লিখাখিনিত—

"১৯২১ চন। নবেম্বৰ মাহ। ২৫ তাৰিখ, সন্ধ্যা লাগিছে। তেজপুৰ জিলা কংগ্ৰেছ অফিচটো আছিল স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মাৰ ভাড়াতীয়া ঘৰত। অসমীয়া জাতিৰ আত্মপ্ৰতিষ্ঠা আৰু কংগ্ৰেছী আন্দোলনৰ গতিবেগ সৃষ্টি কৰোঁতা চন্দ্ৰ শৰ্মা মৃত্যুৰ আহ্বানৰ অপেক্ষাত আছিলগৈ পুৰীত। আমি সেৱকসকল তেওঁৰ ঘৰৰ মালিক। ভাৰতৰ ৰাজনীতিয়ে কি আকাৰ ধৰে, সেইদিনা গধূলি সেয়ে আছিল আলোচনাৰ বিষয়। অসহযোগ আন্দোলনে তেতিয়া ঘোৰ মূৰ্তি ধাৰণ কৰাৰ ছবি আমাৰ মনত পৰিস্ফুট হৈ উঠিছিল। অলপতে মহাত্মা গান্ধীয়ে গুজৰাটৰ বাৰদলীত খাজনা বন্ধ কৰি আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ বাতৰিয়ে আমাৰ মনত তীব্ৰ উত্তেজনাৰ সোঁত বোৱাইছিল। ইফালে বোম্বাইত যুৱৰাজ অহাৰ সময়ত হোৱা গণ্ডগোলৰ বাতৰিয়ে আমাক ঘোৰ বিমোৰত পেলাইছিল। কাৰণ এই গণ্ডগোলৰ বাবে ইমানদিন বাট চাই থকা আইন অমান্য আন্দোলন মহাত্মাজীয়ে বন্ধ কৰাৰ কথা আমাৰ কাণত পৰিছিল।"

"এইবিলাক কথাৰ আলোচনাত মগ্ন হৈ থকা অৱস্থাতে এজন ভদ্ৰলোকে মোক বাহিৰলৈ মাতি নি ক'লে, 'আজি ৰেলখন ৰঙাপাৰাৰপৰা আমাৰিবাৰীলৈ যোৱাৰ দিন নহয় যদিও গৈছে। বোধহয়, লক্ষ্ৰাৰপৰা মিলিটেৰী চিপাহী আনিবলৈ গৈছে। কাইলৈ কংগ্ৰেছ অফিচ খানাতালাচ হ'ব

পাৰে। সাৱধানে থাকিবা।' মই ঘূৰি আহি সকলোকে এই কথা ক'লোঁ। ইমান দিনে আমি আন ঠাইত হোৱা খানাতালাচৰ খবৰ বাতৰি কাকতত পঢ়িছিলোঁ। এতিয়া আমাৰ পাল অহাত আমাৰ আনন্দৰ সীমা নোহোৱা হ'ল। জীৱনৰ এই ভাবী অভিজ্ঞতাৰ কাল্পনিক চিত্ৰ আঁকি থাকোঁতেই ৰাতি প্ৰায় শেষ হ'ল।"

দেশভক্ত তৰুণৰাম ফুকনদেৱক কাৰাৰুদ্ধ কৰাৰ প্ৰতিবাদত গুৱাহাটীৰ ডেকাসকলৰ যি সমদল আৰম্ভ হয় সেই সমদলত অসহযোগৰ ধ্বনি দিয়াৰ অপৰাধত লগতে পাঁচ গৰাকী কৰ্মীৰে সৈতে বৰুৱাদেৱো দণ্ডিত হয়। তেওঁৰ দণ্ডৰ কাল আছিল চাৰে-পাঁচ মাহ। দণ্ড আছিল সশ্ৰম। বৰুৱাদেৱৰ নিপোটল স্বাস্থ্যই কিজানি এই দণ্ড দিয়াইছিল। গুৱাহাটীৰপৰা যোৰহাট জেললৈ নিওঁতেই তেখেতক হাত-কেৰেয়া মাৰি কঁকালত জৰীৰে বান্ধি নিয়া হৈছিল। সেই সময়ৰ সশ্ৰম কাৰাদণ্ড আজিকালিৰ সশ্ৰম দণ্ডতকৈ বহুগুণে কঠোৰ আছিল। শুৱনি স্বাস্থ্যৰ অধিকাৰী দণ্ডিতসকলক পশু-শক্তিৰ শ্ৰমৰ বিনিময়ত ঘানীৰ কামত নিয়োগ কৰা হৈছিল। তাৰ উপৰিও আৰু এটি কষ্টদায়ক কামত তেওঁবিলাকক নিয়োগ কৰা হৈছিল— সেই কাম আছিল এলোপাত খুন্দি ৰছী তৈয়াৰ কৰা কাম, যি পাতৰ এঠা লাগিলে হাতত সচৰাচৰ ঘা হোৱা দেখা গৈছিল। জেলৰ সকলো কষ্টদায়ক কাম তেওঁ নিয়াৰিকৈ পালন কৰি কৰ্তৃপক্ষক, যি অহিংস অসহযোগৰ ধ্বনিৰ কাৰণে তেওঁবিলাকক দণ্ড দিয়া হৈছিল, তাৰেই সাৰ্থকতা যেন প্ৰমাণ কৰি দেখুৱাইছিল।

জেলৰ যন্ত্ৰণাক যন্ত্ৰণা নুবুলি ওলাই আহিল জনগণৰ সেৱাত তাতোকৈ বৃহৎ যন্ত্ৰণাক আলিঙ্গন কৰিবলৈ। অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সম্পাদক আৰু সভাপতিৰূপে নিজৰ কৰ্তব্য পালন কৰোঁতে জেলৰ জীৱনতকৈও কৰুণ জীৱন যাপন কৰিবলগীয়া হৈছিল। অনাহাৰ, অৰ্দ্ধাহাৰ, অনিদ্ৰা, অৰ্থ-সংকটে জীৱনৰ যুঁজৰ বাটত, আদৰ্শৰ ৰাজআলিত হেঙাৰ ধৰি থিয় দিলেও সেই বাধা হেলাৰঙে অতিক্ৰম কৰাৰ প্ৰতিজ্ঞা মনত আছিল কাৰণেই সকলো বাধাই নিজ লাজেৰেই উভতি যাবলৈ বাধ্য হৈছিল। সেই অজেয় মনৰ পৰিচয়েই তেওঁৰ সংগ্ৰামী জীৱনৰ পূৰ্ণ পৰিচয়। তেওঁৰ এই মনন শক্তিক বন্ধুসকলে চিনি পাইছিল কাৰণেই জেলৰপৰা ওলাই অহাৰ লগে লগেই তেওঁক **অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ অস্থায়ী সম্পাদক** নিৰ্বাচিত কৰা হ'ল। অস্থায়ীভাৱে হ'লেও কিয় তেওঁকেই এই দায়িত্ব দিয়া হৈছিল সেই ছবিখনি

ফুটি উঠিছে তেওঁৰে সহকৰ্মী বন্ধু এগৰাকীৰ এটি লিখাত। তেওঁৰ এই বন্ধুগৰাকীয়ে এইদৰে লিখিছে ঃ "১৯২১ চনত জনসাধাৰণৰ মাজত যি ভাব আছিল, যি সহানুভূতি তেওঁলোকৰ পৰা পোৱা গৈছিল আৰু তেওঁলোকৰ যি আগ্ৰহ আছিল এতিয়া সেই ভাব নাই। দেশত এটা অৱসাদ। এবছৰৰ ভিতৰত স্বৰাজ হ'ব এই আশাতেই সকলো ভোল গৈ আছিল। সেইবাবে এবছৰ পাৰ হৈ যোৱাত অৱসাদৰ মাত্ৰা বাঢ়িল। আকৌ গাঁৱলৈ গৈ দেশৰ ৰাজনৈতিক পৰিস্থিতিৰ কথা বুজিবলৈ যত্ন কৰাটো তেতিয়া একান্ত প্ৰয়োজনীয় কথা আছিল। কিন্তু কৰ্মীসকলৰ নিজৰ মনতেই এটা বিৰাট অৱসাদ। সমুখত ভৱিষ্যতৰ এখন ৰঙীন ছবিয়ে কৰ্মীৰ মনত উত্তেজনা আনি তেওঁক আগবঢ়াই নিয়ে। কিন্তু এতিয়া সেই ৰঙীণ ছবি নাই। মহাত্মাজী য়াৰৱেডা জেলত বন্দী। আন্দোলন শাম কটাত ১৯২২ চনৰ ১৩ মাৰ্চ তাৰিখে তেওঁক গ্ৰেপ্তাৰ কৰা হয় আৰু ৬ বছৰ ফাটেক দিয়া হয়। নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ নেতাসকলৰ মাজত মতানৈক্য। এনে এটা অৱস্থাৰ মাজত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ দায়িত্ব ল'বলৈ, সম্পাদক হ'বলৈকেও আগবাঢ়ি নাহিল। অৱশেষত সকলোৱে শ্ৰীযুত হেমচন্দ্ৰ বৰুৱাৰ গাত এই দায়িত্ব জাপি দিলে।"

গান্ধীজীক প্ৰত্যেক কৰ্মীয়ে নিজৰ মতে গ্ৰহণ কৰিছিল— স্বৰ্গীয় হেম বৰুৱা ইয়াৰ ব্যতিক্ৰম নাছিল। গান্ধীজীৰ অহিংস অসহযোগ কিছু কৰ্মীৰ কাৰণে আছিল কৌশল নীতি আৰু আন কিছুমানৰ কাৰণে আছিল বিশ্বাস। ত্যাগবীৰ হেম বৰুৱাই গান্ধীজীক সুচতুৰ ৰাজনৈতিক নেতা হিচাপে গ্ৰহণ কৰি তেখেতৰ অহিংসাৰ বাণীক ভাৰতীয় জনতাৰ মুক্তিৰ আলমৰূপে লৈ স্বাধীনতাৰ সংগ্ৰামৰ বুকুত সিংহবিক্ৰমেৰে জঁপিয়াই পৰিছিল। **তেওঁ গান্ধীজীক অধিনায়কৰূপে গ্ৰহণ কৰিছিল** কাৰণেই সৈনিকৰ কঠোৰ অনুশাসনেৰে নিজকে বান্ধি ৰখাৰ উপৰিও কংগ্ৰেছ অনুষ্ঠানৰ প্ৰতিগৰাকী কৰ্মীৰেপৰা সেই আনুগত্য বিচাৰিছিল। গান্ধীজীৰ পৃথিৱী কঁপোৱা অহিংস অসহযোগৰ বাণীয়ে ভাৰতক তীৰ্থক্ষেত্ৰ কৰাৰ লগতে অসমৰ বুকুলৈকো প্ৰেৰণাৰ যি ঢল আনি দিলে তাৰ হোতাসকলৰ ভিতৰত ত্যাগবীৰ হেম বৰুৱা এই কাৰণেই আছিল অন্যতম।

বৰুৱাদেৱে কংগ্ৰেছৰ এই দায়িত্ব লোৱাৰ লগে লগেই পণ্ডিত মদনমোহন মালব্য আৰু ৰাজেন্দ্ৰ প্ৰসাদজীৰ অসম ভ্ৰমণৰ ব্যৱস্থা কৰিবলগীয়া

হ'ল। অসম প্ৰদেশৰ সকলো নেতা আৰু কৰ্মী বন্দী হৈ থাকিবলগীয়া হোৱাত অসমে যি নিৰ্য্যাতন ভোগ কৰিবলগীয়া হৈছিল সেই সম্পৰ্কে সকলো খবৰ ল'বলৈ এই দুইগৰাকী নেতা অসমলৈ অহাটো স্থিৰ হ'ল। তেখেতসকলে অসমৰ বাবে এসপ্তাহ সময় দিয়াত তেখেতসকলক দুটা দলত ভাগ কৰিবলগীয়া হৈছিল। এটা দলে পণ্ডিত মদনমোহন মালব্যজীক লৈ তেজপুৰ, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়লৈ যাবলগীয়া হৈছিল আৰু আনটো দলে বাবু ৰাজেন্দ্ৰ প্ৰসাদজীক লৈ বকোলৈ যাবলগীয়া হৈছিল। বকোলৈ যোৱাটো সেই সময়ত দুৰূহ কথা আছিল দেখি তাঁলৈ তেওঁ আনক নপঠিয়াই নিজেই গৈছিল। এখেতসকল যোৱাৰ পিছত নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে নিযুক্ত কৰা আইন অমান্য তদন্ত কমিটীৰ সভ্যসকলো অসম পৰিদৰ্শনৰ কাৰণে আহিব বুলি খবৰ পোৱা গ'ল। এই কমিটীৰ সভ্যসকল আছিল পণ্ডিত মতিলাল নেহৰু (জেলৰপৰা ওলায়েই তেখেত অসমলৈ আহে), বিঠলভাই পেটেল, ৰাজাগোপালাচাৰিয়া, ডং আন্সাৰী, কস্তুৰী ৰঙ্গ আয়াৰ আৰু হাকিম আজমল খাঁ।

বৰুৱাদেৱৰ নেতৃত্বত অসমৰ ডেকা কৰ্মীদলে আয়োগৰ সকলো প্ৰশ্নৰে উত্তৰ ইমান নিয়াৰিকৈ, ইমান পৰিপাটীভাৱে দিয়াইছিল যে আয়োগৰ প্ৰতিগৰাকী সভ্যই অসমৰ ডেকা কৰ্মীসকলৰ প্ৰশংসাত মুখৰ হৈ উঠিছিল। ভাৰত ভ্ৰমণ শেষ হোৱাৰ পিছত ৰাজাজীয়ে *'ইয়ং ইণ্ডিয়া'* কাকতৰ সম্পাদক হিচাপে (গান্ধীজী সেই সময়ত জেলত থকাত ৰাজাজীয়ে 'ইয়ং ইণ্ডিয়া' কাকত চলাইছিল) সেই আলোচনীখনিত এই ধৰণে মন্তব্য প্ৰকাশ কৰে— "ভাৰতৰ আন আন প্ৰদেশত অসমীয়া কৰ্মীদলৰ দৰে কৰ্মী থকা হ'লে স্বৰাজ পোৱাটো অতি উজু কথা।" ৰাজাজী লিখাত আৰু কোৱাত সদায়েই মিতব্যয়ী। অযথা শব্দ প্ৰয়োগ, অতিৰঞ্জিত কথা ৰাজাজীৰ নিচিনা মানুহৰ ব্যক্তিত্ববিৰোধী কথা। এনে এজনা মনীষীৰ কাপৰপৰা ওলোৱা এই দুটি পংক্তিয়েই সেই সময়ৰ ত্যাগী কৰ্মীসকলৰ জীৱনৰ এখনি উজ্বল ছবি দাঙি ধৰি গোটেই জাতিটোকে যেন যাউতিযুগীয়া সন্মানৰ অধিকাৰী কৰি গ'ল। যি কেইগৰাকী কৰ্মীৰ আশাশুধীয়া যত্নত অসমে এই গৌৰৱ অৰ্জন কৰিব পাৰিছিল তেখেতসকলৰ ভিতৰত বৰুৱাদেৱো অন্যতম।

বৰুৱাদেৱে নিজেই অসমত অসহযোগ আন্দোলনৰ পৰিচালনা আৰু সফলতা সম্পৰ্কে এইদৰে লিখি থৈ গৈছে ঃ "অসমীয়া ছাত্ৰসকলে দলেবলে

স্কুল-কলেজ এৰি আহি কংগ্ৰেছ চলাবৰ বাট মুকলি কৰি দিলে যদিও এই ছাত্ৰসকলৰ বেছিভাগেই কিছুদিনৰ পিছতে স্কুল-কলেজত পুনৰ যোগ দিলে। বাকী এমুঠি ছাত্ৰই আৰু তেওঁলোকৰ লগ লগা আন আন গাঁৱলীয়া ৰাইজে অসাধ্য সাধিলে। তেওঁলোকৰ এই সময়ৰ কাৰ্য্য দেখি আন প্ৰদেশৰ মানুহে শলাগিছিল। কংগ্ৰেছে দাঙি ধৰা কাৰ্য্য-তালিকা মতে তেওঁলোকে গাঁৱে-ভূঞে সোমাই কানিৰ ৰাগীত অচেতন হৈ পৰি থকা অসমীয়াক কানি, ভাং, মদ, চিগাৰেট এৰি স্বদেশী গ্ৰহণ কৰি, অস্পৃশ্যতা বৰ্জন কৰি মানুহ হ'বলৈ বুজনি দি ফুৰিছিল। মহাত্মাজী অসমলৈ আহি তেখেতৰ বাণী প্ৰচাৰ কৰাত কংগ্ৰেছৰ এই তৰুণ কৰ্মীসকল স্বদেশ-ভক্তিৰ সাধনাত আত্মহাৰা হৈ উঠিল। তেওঁলোকৰ প্ৰচাৰৰ ফলত ১৯২১-২২ চনত, আগৰ বছৰৰ হিচাপ মতে ১৬৯৪ মোন কানিৰ ঠাইত ১০১৩ মোন ১ সেৰ কানি বিক্ৰী হৈছিল। আন্দোলনৰ বাৰ মাহৰ ভিতৰত ৬০১ মোন কানিৰ, ১৮০ মোন ১০ সেৰ ভাঙৰ আৰু আগৰ বছৰতকৈ শতকৰা ৫০ ভাগ মদৰ প্ৰচলন কমিল। এই প্ৰচাৰ কাৰ্য্য চলাওঁতে সেৱকসকলে জোৰ-জুলুমৰ আশ্ৰয় লোৱা নাছিল। তথাপিও অসমৰ সেৱক সংঘবিলাক বে-আইনী বুলি ঘোষিত হোৱাত দলে দলে সেৱক গ্ৰেপ্তাৰ হ'বলৈ ধৰিলে। জিলা কংগ্ৰেছ কমিটীৰ কাৰ্য্যকাৰকসকল, প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ কাৰ্য্যকাৰকসকল এজনৰ পিছত এজনকৈ জেললৈ যাবলৈ ধৰিলে। ডিচেম্বৰ মাহৰ প্ৰথম সপ্তাহৰপৰা ভাৰত জুৰি গ্ৰেপ্তাৰৰ বান উঠিল। অসহযোগ আন্দোলনত ৩৩ কোটি ভাৰতবাসীৰ ভিতৰত ২৫ হেজাৰে জেল খাটিছিল। ২০ লাখ অসমীয়াৰ ভিতৰত প্ৰায় ১২০০ জন অসমীয়াই জেল খাটিছিল। ১৯২১ চন শেষ হোৱাৰ আগতেই প্ৰত্যেক প্ৰদেশৰ কৰ্মীসকল জেললৈ গ'ল। গোটেই দেশ কৰ্মীশূন্য হ'ল।"

যি প্ৰকৃত অধিনায়ক তেওঁ নিজে চূড়ান্ত নিয়মানুৱৰ্তিতা মানি চলে কাৰণেই আনকো নিয়মানুৱৰ্তিতাৰ নেতৃত্ব দিব পাৰে। ত্যাগবীৰৰ জীৱনৰ বহু ঘটনাই এই সত্যফাকিৰ চিনাকি দিয়ে। ১৯১৯ চনত তেজপুৰত অসম প্ৰাদেশিক ছাত্ৰ সন্মিলনৰ বাৰ্ষিক অধিৱেশন। আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়ৰ সভাপতিত্বত হোৱা এই অধিৱেশনে অসমৰ ছাত্ৰশক্তিক যেন তেজপুৰৰ কোলালৈ আঁকোৱালি আনিলে। এই বিৰাট সমাৱেশৰ অভ্যৰ্থনাৰ আৰু খোৱা-লোৱাৰ যাতে কোনো প্ৰকাৰে ব্যতিক্ৰম নহয় তাৰ বাবে ৰান্ধনি ঘৰৰ

দায়িত্ব দিয়া হ'ল ত্যাগবীৰ হেম বৰুৱাৰ ওপৰত। মুকলি অধিবেশনৰ দিনা তেজপুৰ দলদোপ-হেন্দোলদোপ হৈ আছে— সকলো ছাত্ৰ, সকলো নাগৰিক আচাৰ্য ৰায়দেৱৰ বক্তৃতা শুনিবলৈ উদ্‌গ্ৰীৱ হৈ সভাস্থলী ওপচাই পেলাইছে— কেৱল এজন সক্ৰিয় কৰ্মীয়ে— কেইগৰাকীমান তেওঁৰে দৰে একনিষ্ঠ কৰ্মী লৈ তেতিয়াও ৰান্ধনি ঘৰৰ দায়িত্বত, যাতে শেষ মুহূৰ্তত অহা অতিথি প্ৰতিনিধি কাৰো অভ্যৰ্থনাত একো ত্ৰুটী-বিচ্যুতি নহয়। সেই বিৰাট অধিবেশনত কোনো প্ৰতিনিধিয়ে অভ্যৰ্থনাৰ একো আসোঁৱাহ উলিয়াব নোৱাৰিলে। অভ্যৰ্থনাৰ দায়িত্বত থকা কৰ্মীসকলক মুক্ত চিত্তেৰে শলাগি প্ৰতিনিধিসকলে নিজেই যেন কৃতাৰ্থ অনুভৱ কৰিছিল। স্বৰ্গীয় হেম বৰুৱাৰ দৰে মনীষা থকা কৰ্মী এগৰাকীৰ কাৰণে ৰান্ধনি ঘৰৰ দায়িত্বৰ ক্ষেত্ৰতকৈ কামৰ আৰু উত্তম ক্ষেত্ৰ থকা সত্বেও তেওঁ নিজেই এই দায়িত্ব ল'বলৈ আগবাঢ়ি আহিছিল। কৰ্মী বন্ধুসকলে কৰ্তব্যনিষ্ঠা আৰু নিয়মানুবৰ্তিতাৰ প্ৰতীক বৰুৱাদেৱে নিজে এই দায়িত্ব লোৱাত কিজানি স্বস্তিও অনুভৱ কৰিছিল।

কৰ্মীসকলে বৰুৱাদেৱক এজন বিশেষ ব্যক্তিতকৈও এটি বিশেষ অনুষ্ঠান বুলিহে কিজানি শ্ৰদ্ধা কৰিছিল। কাৰণ বৰুৱাদেৱৰ দেশখনৰ বাহিৰে নিজৰ একো সত্তা নাছিল। দেশৰ মুক্তি আৰু দুখীয়া জনগণৰ সেৱাকে মাথোন তেওঁ জীৱনৰ মহাব্ৰত বুলি গ্ৰহণ কৰিছিল। বিশ্বৰ দলিতজনৰ কাৰণে মনে কান্দিছিল কাৰণেই বিশ্বৰ বিপ্লৱী চিন্তানায়কসকলৰ চিন্তাৰ লগত তেওঁৰো মনৰ সোঁতে গতি বিচাৰিছিল। কানিৰ গৰাহত পৰি নিষ্পেষিত হোৱা মহাচীনক পৰাধীনতাৰ শিকলি ছিঙি জগাই তোলাৰ ৰোমাঞ্চক অভিযানৰ অধিনায়ক সান ইয়েৎ সানৰ প্ৰতিটি আহ্বানে যে তেওঁৰ মনতো সঁহাৰি পাইছিল। শিল্প-বিপ্লৱে সৃষ্টি কৰা পুঁজিবাদক প্ৰত্যাহ্বান জনোৱা শোষিত-দৰদী কাৰ্লমাৰ্ক্স, লেনিন আদিৰ চিন্তাজগতত তেওঁৰ মনেও সমান দৰদেৰেই বিচৰণ কৰিছিল, সকলো অন্যায়ৰ সমাধান বিচাৰি। সেয়ে ৰাছিয়াৰ বিপ্লৱী অভ্যুত্থানে অসমৰ কৰ্মীসকলক সেই সময়ত নতুন প্ৰেৰণা দিছিল।

বৰুৱাদেৱ নিজেই আছিল বিপ্লৱী। সৰুৰেপৰা তেওঁৰ বিপ্লৱী মনে যুক্তি-তৰ্কেৰে বিচাৰ নকৰাকৈ কোনো কথাকেই স্বতঃসিদ্ধ বুলি গ্ৰহণ নকৰিছিল। এই প্ৰকাশভঙ্গীৰ কাৰণেই বহুতৰে চকুত তেওঁ আছিল নাস্তিক।

তেওঁৰ এই নাস্তিক ৰূপটোৱেও ভাৰতীয় দৰ্শনৰ অদৃষ্টবাদক এদিন শলাগিছিল যিদিনা অসমবাসীয়ে জাপানৰ আক্ৰমণৰ সময়তো দেশৰ মাটি এৰি আন দেশলৈ গৈ ভগনীয়া হোৱাতকৈ ভাগ্যৰ নিৰ্দেশত দেশৰ মাটিতে জাহ যোৱাৰ সংকল্প লৈছিল। তেওঁ কৈছিল, ভাৰতীয় দৰ্শনৰ এই অদৃষ্টবাদেই ব্যক্তিৰ সন্মান ৰক্ষা কৰি আহিছে।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ ভিতৰত **১৯৪২ চনৰ আন্দোলনেই তেওঁক আটাইতকৈ বেছি আকৃষ্ট কৰিছিল**। তেওঁৰ বিপ্লৱী মনে অতদিনে মনে বিচাৰি ফুৰা আন্দোলনৰ ৰূপ এই গণ বিপ্লৱতেই দেখিছিল; সেয়ে তেওঁক এজনে এই আন্দোলনৰ সাফল্য সম্পৰ্কে প্ৰশ্ন কৰাত উত্তৰত কৈছিল,— *"আন্দোলনেই আন্দোলনৰ সাফল্য। ই জাতিৰ স্বাধীনতাৰ চৰম যুদ্ধৰ কাৰণে শিক্ষা, শক্তি আৰু একাগ্ৰতা দিছে, তৈয়াৰ কৰিছে।"* — এই উক্তিষাৰত তেওঁৰ ভাব-প্ৰৱণতাতকৈও গঠনমূলক দৃষ্টিভঙ্গীহে প্ৰকাশ পাইছিল। তেওঁ সকলো প্ৰশ্নৰে বিজ্ঞানৰ দৃষ্টিকোণৰপৰা বিচাৰ কৰিছিল কাৰণেই স্বাধীন ভাৰতৰ কাৰণেও এখন বিজ্ঞানসন্মত আঁচনি মনত কল্পনা কৰিছিল। ভাৰতৰ জাতীয় কংগ্ৰেছে জাতীয় পৰিকল্পনাৰ আঁচনি লোৱাত তেওঁ সন্তোষ পাইছিল কাৰণ সমাজবাদৰ অৰ্থনৈতিক পৰিকল্পনাৰ ওপৰত তেওঁৰ গভীৰ আস্থা আছিল।

বৰুৱাদেৱে অন্তৰে সমৰ্থন নকৰা কোনো উক্তিকেই অন্ধভাৱে অনুসৰণ নকৰিছিল— সেই উক্তি লাগিলে যি কোনো মহান নেতাৰপৰাই আহক। সেয়ে স্বৰাজ্য দল গঠনৰ প্ৰস্তাৱত বৰুৱাদেৱে নিৰ্ভীকভাৱে নিজৰ মতামত প্ৰকাশ কৰিছিল। ১৯২২ চনত দেশবন্ধু চিত্তৰঞ্জন দাসৰ সভাপতিত্বত গয়াত যি কংগ্ৰেছ বহে সেই কংগ্ৰেছতে কেইগৰাকীমান নেতাই কাউন্সিলত সোমাই চৰকাৰৰ দোষ-ত্ৰুটি সমালোচনা কৰা আৰু চৰকাৰৰ শোষণকাৰী নীতিক বাধা দিয়াৰ উদ্দেশ্যেৰে স্বৰাজ্য দল গঠনৰ প্ৰস্তাৱ দিয়ে। এই নীতিৰ সমৰ্থকসকল আছিল দেশবন্ধু চিত্তৰঞ্জন দাস, মতিলাল নেহৰু, বিঠলভাই পেটেল প্ৰমুখ্যে কেইগৰাকীমান নেতা। ৰাজাজী প্ৰমুখ্যে এদল শক্তিশালী নেতাই ইয়াৰ বিৰোধিতা কৰিছিল। সৰহ সংখ্যক নেতাই ইয়াৰ বিৰোধিতা কৰাত এই প্ৰস্তাৱ গৃহীত হ'ব নোৱাৰিলে। এই পৰিৱৰ্তন-বিৰোধী দলটোক সকলোৱে 'নো চেঞ্জাৰ' (No changer) দল বুলি কৈছিল। অসমৰ সৰহভাগ কৰ্মীয়েই এই

দলটোকে সমৰ্থন কৰা স্বত্বেও বৰুৱাদেৱে ইয়াৰ বিৰুদ্ধে যুক্তি-তৰ্ক দাঙি ধৰি স্বৰাজ্য দল গঠনৰ হকে আপ্ৰাণ চেষ্টা কৰিলে। গয়া কংগ্ৰেছ শেষ হোৱাৰ লগে লগে 'টিকাৰী হাউছ'ত (য'ত দেশবন্ধু প্ৰমুখ্যে নেতাসকল আছিল) এখন সভা বহি স্বৰাজ্য দল গঠন কৰা হ'ল। সেই সভাতেই স্বৰাজ্য দলৰ 'মেনিফেষ্ট'ৰ এখন আঁচনি কৰি সকলো প্ৰদেশৰ সমৰ্থকসকলৰ চহীও লোৱা হ'ল। অসমৰ প্ৰতিনিধিসকলৰ ভিতৰত কেৱল ৬ গৰাকী প্ৰতিনিধিয়ে এই গোহাৰিত সমৰ্থন জনালে। তেখেতসকল হ'ল তৰুণৰাম ফুকন, লক্ষ্মীধৰ শৰ্মা, ৰোহিণীকুমাৰ চৌধুৰী, শ্ৰীঅমিয়কুমাৰ দাস আৰু শ্ৰীকালিপ্ৰসাদ বৰুৱা।

১৯২৩ চনৰ ছেপ্তেম্বৰ মাহৰ মৌলানা আজাদজীৰ সভাপতিত্বত বহা দিল্লী কংগ্ৰেছৰ বিশেষ অধিৱেশনে কংগ্ৰেছৰ মাজত হোৱা এই অনৈক্যৰ এটি সু-সমাধান আনি দিয়ে। যিসকল কৰ্মীয়ে কাউন্সিল বৰ্জনৰ প্ৰস্তাৱ আনিছিল তেখেতসকলক গঠনমূলক আঁচনিৰ জৰিয়তে দেশসেৱা কৰাৰ অনুমতি দি বাকী কৰ্মীসকলক **স্বৰাজ্য দল গঠন** কৰি উপযুক্ত প্ৰাৰ্থী নিৰ্বাচনৰ অধিকাৰ দিয়া হ'ল। অসমত এই দায়িত্বৰ গুৰুভাৰ ল'বলগীয়া হৈছিল বৰুৱাদেৱে। অসমৰ সৰহভাগ কংগ্ৰেছ কৰ্মীয়েই কাউন্সিল বৰ্জন প্ৰস্তাৱৰ সমৰ্থক হোৱাত বৰুৱাদেৱে কিমান অসুবিধাৰ মাজত প্ৰাৰ্থী নিৰ্বাচন কৰিবলগীয়া হৈছিল সি সহজে অনুমেয়। অসমৰ বহু কৰ্মীৰ বিৰোধিতা স্বত্বেও তেওঁ অসমত স্বৰাজ্য দল গঠনত এই বিশ্বাসেৰেই জোৰ দিছিল যে সেই সময়ত দেশত যি অৱসাদে দেখা দিছিল সেই অৱসাদ গুচাবৰ কাৰণে কিছু সক্ৰিয় ৰাজনীতিৰ প্ৰয়োজন— যি ৰাজনীতিৰ জৰিয়তে চৰকাৰৰ দোষবোৰ চোকা দৃষ্টিৰে সমালোচনা কৰিব পৰা যায়। তেওঁ নিজে প্ৰাৰ্থী হ'বলৈ বিচৰা নাছিল; কিন্তু আনৰ কাৰণে নিঃস্বাৰ্থভাৱে খাটিয়েই আনন্দ পাইছিল। নিৰ্বাচনত প্ৰায় আটাইকেইজন স্বৰাজিষ্ট প্ৰাৰ্থীৰ জয়ে তেওঁৰে ব্যক্তিত্বৰ আৰু কৰ্ম-সামৰ্থ্যৰ জয় ঘোষণা কৰিছিল। দেশভক্ত তৰুণৰাম ফুকনৰ নিচিনা বিৰাট ব্যক্তিত্বৰ নেতা এগৰাকীয়ে নিজে এই দায়িত্ব নলৈ ডেকা কৰ্মী এগৰাকীক আগবঢ়াই দিয়া কথাষাৰে তেওঁৰ ওপৰত থকা বিশ্বাসৰ কথাষাৰকে মাথো সূচায়।

১৯২৩ চনৰ নিৰ্বাচনৰ পিছৰেপৰা ১৯২৯ চনলৈকে জীৱন যুঁজে আৰু এটি অধ্যায়ৰ সৃষ্টি কৰিলে। কৰ্মীসকলৰ সমস্যা হ'ল বাচি থকা যায় কেনেকৈ— এই প্ৰতিকূল অৱস্থাৰ মাজত কংগ্ৰেছকেই বা বচাই ৰাখিব পাৰি কেনেকৈ?

যিসকল কৰ্মীয়ে সাময়িক উত্তেজনাত আন্দোলনত জঁপিয়াই পৰিছিল তেওঁবিলাকৰ কাৰণে এই প্ৰশ্ন ইমান জটিল হোৱা নাছিল। জটিল হৈ দেখা দিছিল সেইসকলৰ কাৰণে যিসকলে দেশৰ মুক্তিৰ কাৰণে মৰিবলৈকে বাচিবলৈ বিচাৰিছিল। বৰুৱাদেৱৰ অন্তৰঙ্গ বন্ধু শ্ৰীদাসদেৱে 'গয়া কংগ্ৰেছৰ পাছত পুৰণি স্মৃতি' নামে প্ৰবন্ধত লিখা দুটিমান কথাৰপৰাই কৰ্মীসকলৰ মনৰ দ্বন্দ্বৰ এটি চমু আভাস পোৱা যায়। তেখেতে লিখিছিল ঃ "১৯২১ চনৰ আন্দোলনত সমগ্ৰ অসমীয়া জাতিৰ অন্তৰত এটা নতুন প্ৰেৰণা আহিছিল; সকলোৱে এটা অপূৰ্ব উদ্যমেৰে কামত লাগিছিল। সেই জাতীয় উদ্যম আৰু কৰ্মশক্তিক এটা গঠনমূলক পন্থাত লগাই দিবলৈ যিসকল ডেকা কৰ্মী ওলাইছিল তেওঁলোক নেতৃত্বৰ অভাৱত বিচ্ছিন্ন হৈ পৰিল। ভাৰতৰ আন আন প্ৰদেশে গয়া কংগ্ৰেছৰ পাছত জাতীয় কৰ্মশক্তিক এটা বাটত লগাই দিবলৈ যত্ন কৰিলে। প্ৰায় সকলো প্ৰদেশতে নানান বিধৰ অনুষ্ঠান গঢ়ি উঠিল আৰু কৰ্মীৰ দলে এনেবিলাক অনুষ্ঠানত সোমাই জীৱনৰ সপোন দিঠকত পৰিণত কৰিবলৈ যত্ন কৰিলে। কিন্তু অসমৰ এইসকল কৰ্মীয়ে কামত লাগিবলৈ সুবিধা নাপালে।

"এদিন গধূলি আমি বুদ্ধগয়াত বহি আছোঁ এটা শিলত। পূৰ্ণিমাৰ জোন ওলাইছে। চকুৰ সমুখত ধুনীয়া দৃশ্য; কিন্তু আমাৰ সকলোৰে অন্তৰত আঁউসীৰ এন্ধাৰ। সকলোৰে অন্তৰত একেটা প্ৰশ্নই খুন্দিয়াই আছে "এতিয়া কি কৰা যায়?"

মনৰ এই সংঘৰ্ষ লৈ লক্ষ্মীধৰ শৰ্মা, ৰোহিণী হাতীবৰুৱা, শ্ৰীদেৱেশ্বৰ শৰ্মা প্ৰমুখ্যে উজ্জ্বল ভৱিষ্যতৰ অধিকাৰী কৰ্মীসকলে নিজৰ নিজৰ বাট বিচাৰি ল'লে। হেম বৰুৱা আৰু শ্ৰীঅমিয়কুমাৰ দাসদেৱে কংগ্ৰেছৰ কামৰ হানি-বিঘিনি নোহোৱাকৈ কি ব্যৱসায়ৰ আশ্ৰয় ল'ব বিচাৰি নাপাই শেষত সৰুকৈ এখন গেলামালৰ দোকান দি অন্ন সংস্থানৰ লগে লগে কংগ্ৰেছৰ কামো চলাই যাব ধৰিলে। তেখেতসকলে দোকান দিছিলে নিজতকৈও অনুষ্ঠানৰ সেৱাৰ কাৰণে— সেয়ে অনুষ্ঠান টনকিয়াল হ'ল, দোকান দুখীয়া হ'ল। বিক্ৰেতা দুগৰাকীৰ উদাৰতাৰ সুযোগ লৈ খৰিদ্দাৰসকলে শোষণৰ বিৰুদ্ধে যুদ্ধ কৰা দুগৰাকীকে শোষণ কৰিলে। দোকান বন্ধ কৰিবলগীয়া হ'ল আৰু মহাজনে টকাৰ বিনিময়ত বৰুৱাদেৱৰ পৰিয়ালৰ গুৱাহাটীত থকা মাটি

এটুকুৰাকে বিচাৰি ল'লে। জীৱন সংগ্ৰামত পৰাজিত নহ'লেও ব্যৱসায়ত পৰাজিত হ'ল— যি ধন ঘটা ব্যৱসায় তেওঁলোকৰ তেজত নাছিল।

ইয়াৰ পিছত কেনেকৈ চলা যায়— এয়েই হ'ল ডাঙৰ প্ৰশ্ন। বৰুৱাদেৱ আৰু দাসদেৱ আছিল অভিন্ন আত্মাৰ দৰে। দাসদেৱে উপাৰ্জনৰ দায়িত্ব ল'লে, বৰুৱাদেৱক কেৱল অনুষ্ঠানৰ কামত লাগি থাকিবলৈ অনুৰোধ জনাই বৰুৱাদেৱৰ বন্ধুৱে তেওঁক আশাশুধীয়াভাৱে কংগ্ৰেছৰ কামত লাগি থাকিবলৈ আজৰি কৰি দিলে। বাতৰি কাকত, আলোচনী, সৰু সৰু পুস্তিকা আৰু হাবিৰ মাজত সোমাই কাঠৰ ব্যৱসায়,— ইয়াৰ ক্ষুদ্ৰ উপাৰ্জনৰেই তেওঁলোকৰ ৰাজহুৱা সংসাৰ চলিল।

ইয়াৰ উপৰিও কংগ্ৰেছ অধিৱেশনবিলাকলৈ যাওঁতে দুয়ো বন্ধুৱে কিছু চাহপাত, কোমল চাউল আৰু এড়ি মুগাৰ কাপোৰ লৈ গৈও নিজৰ খোৰাকৰ উপৰিও অনুষ্ঠানৰ খোৰাকী উলিয়াইছিল আৰু সৰ্বভাৰতীয় নেতাসকলৰ লগত যোগাযোগ ৰক্ষা কৰিছিল।

১৯২৪ চনত বৰুৱাদেৱে নিজেও কিছু উপাৰ্জনৰ অংশ গ্ৰহণ কৰাৰ সংকল্প লৈ কলিকতালৈ আইন পঢ়িবলৈ গ'ল। বৰুৱাদেৱৰ অন্তৰ পিতৃতুল্য ককাইদেৱেক প্ৰিয়লাল বৰুৱাদেৱৰ উপৰিও আৰু এগৰাকী ককায়েক ক্ষীৰ বৰুৱাদেৱৰ (এখেত বৰুৱাদেৱৰ বৰদেউতাকৰ ল'ৰা আছিল) ওচৰত সদায়েই ঋণী আছিল— কাৰণ ক্ষীৰ বৰুৱাদেৱৰ লগত থাকি মেট্ৰিকুলেশ্যন পাছ কৰাৰ উপৰিও বৰুৱাদেৱক ১৯২১ চনত গ্ৰেপ্তাৰ কৰিবৰ হুকুম দিয়াত গুৱাহাটীতে দাৰোগাৰ কামত থকা ক্ষীৰ বৰুৱাদেৱে নিজহাতে ভায়েকক গ্ৰেপ্তাৰ কৰাৰ বেজাৰতকৈ নিজৰ পুলিচৰ য়ুনিফৰ্ম দলিয়াই পেলাই মহাত্মা গান্ধীৰ জয়ধ্বনি দি চৰকাৰী কামকে ইস্তাফা দিলে। এই ঘটনাই আনি দিয়া দৰিদ্ৰতাৰ লগত বহু সংগ্ৰাম কৰি পিছত গৌৰীপুৰৰ মহাৰজা আৰু লক্ষেশ্বৰ বৰঠাকুৰদেৱৰ চেষ্টাত গঢ় লোৱা বাগিচা এখনত মেনেজাৰৰ কামত সোমায়গৈ। এই সকলো ঋণ পৰিশোধৰ মানসেৰেই বৰুৱাদেৱ আকৌ আইন পঢ়িবলৈ ওলাল।

১৯২৫ চনত বি-এল পৰীক্ষা পাছ কৰি আহিয়েই ১৯২৬ চনৰ ফেব্ৰুৱাৰী মাহত **গুৱাহাটীত ওকালতি আৰম্ভ** কৰে আৰু নগাঁৱৰ পৰা অহা এটি নৰহত্যাৰ মকৰ্দমাত অকলশৰে আচামীৰ পক্ষ সমৰ্থন কৰিবলগীয়াত

পৰে। ফৰিয়াদীৰ পক্ষে আছিল গুৱাহাটীৰ প্ৰসিদ্ধ উকীল হেমন্ত লাহিড়ী ডাঙৰীয়া। প্ৰথম মকৰ্দমাতে তৰ্ক-যুদ্ধত নামি তেওঁ জয়ী হয়। সকলো আচামীয়ে খালাছ পায়। এইটো এটা জটিল নৰহত্যাৰ মকৰ্দমা আছিল আৰু বৰুৱাদেৱৰ যুক্তি ইমান অকাট্য আছিল আৰু এনেকুৱা দক্ষতাৰে মকৰ্দমাটো চলাইছিল যে লাহিড়ীয়ে নিজে হাৰিও এই ডেকা উকীলজনক অন্তৰ উজাৰি শলাগিছিল।

**ওকালতি ত্যাগ :**

সৰুৰেপৰা ওকালতিৰ সপোন দেখা,— ছাত্ৰ অৱস্থাত বেৰিষ্টাৰ ফুকনদেৱৰ ওকালতি শুনিবলৈ উৎকণ্ঠাৰে ৰৈ থকা এই জীৱনে শেষত মনৰ সপোনক নেওচি অনুষ্ঠানৰ ওচৰত আনুগত্য স্বীকাৰ কৰিলে। তেওঁ যেতিয়া অনুভৱ কৰিলে যে দুটা মন লৈ একনিষ্ঠ সাধনা কৰিব নোৱাৰি— তেওঁ যেতিয়া বুজিলে যে ওকালতি কৰাত দেশৰ প্ৰতি থকা কৰ্তব্যৰ ক্ৰটী হৈছে তেওঁ হেলাৰঙে এই ব্যৱসায়ক বিসৰ্জন দি গুচি আহিল। ধন-মৰ্য্যাদা সকলোকে মানৱতাৰ যজ্ঞত আহুতি দি আকৌ দৰিদ্ৰতাৰ কাঁইটীয়া মুকুটকে শিৰৰ ভূষণ কৰি ল'লে। চাৰিত্ৰিক বীৰ্য্যৰ জয় হ'ল।

**১৯২১ চনত বৰুৱাদেৱ আছিল ছাত্ৰ-নেতা— ১৯৩০ চনৰপৰা তেওঁ হ'ল জননেতা।**

১৯২১ চনত অসমক নেতৃত্ব দিয়া দুয়োগৰাকী সিংহপুৰুষেই যেন ভাগৰি পৰিছিল— দুয়ো জিৰণি বিচাৰিছিল। ১৯৩০ চনৰ ভাৰত কঁপোৱা আন্দোলনত অসম পিছ পৰি থাকিব এই কথাষাৰ কল্পনা কৰিবলৈ কৰ্মীসকলে টান পালেও ফুকন-বৰদলৈবিহীন অসম কংগ্ৰেছে ৰাইজক নেতৃত্ব দিব পাৰিব নে নোৱাৰে সেই বিষয়েও যেন সন্দিহান হৈ পৰিছিল।

১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ নিশা ১২ বজাত পণ্ডিত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত লাহোৰ কংগ্ৰেছে **পূৰ্ণ স্বাধীনতাৰ ঐতিহাসিক প্ৰস্তাৱ** গ্ৰহণ কৰাৰ লগে লগে অসমৰ ডেকাশক্তিয়ে যেন এটি নতুন প্ৰেৰণা পায়। গোটেই ভাৰতবৰ্ষ জুৰি একে মনোভাবৰ সৃষ্টি হোৱাত ১৯৩০ চনৰ মাৰ্চ মাহত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিৱেশনে ভাৰতীয় স্বাধীনতাৰ কাৰণে আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ সম্পূৰ্ণ ক্ষমতা গান্ধীজীক দিয়ে।

গান্ধীজীয়ে এই আন্দোলনক দুখীয়া জনসাধাৰণৰ জীৱন ধাৰণৰ নিম্নতম দাবীৰ প্ৰতীক হিচাপে লৈ লোণ আইন অমান্য কৰাৰ সংকল্পৰে কিছু কৰ্মীৰে সৈতে সবৰমতী আশ্ৰমৰপৰা দাণ্ডি অভিমুখে যাত্ৰা কৰি ৫ এপ্ৰিলত প্ৰসিদ্ধ দাণ্ডি যাত্ৰা সমাপন কৰি লোণ আইন অমান্য কৰে। ১৯৩০ চনৰ ৫ মে'ত গান্ধীজী গ্ৰেপ্তাৰ হ'ল আৰু গান্ধীজীয়ে নিজে বাছি থৈ যোৱা অধিনায়ক বিনোৱাজীয়ে দায়িত্ব ল'লে।

গান্ধীজীৰ গ্ৰেপ্তাৰৰ লগে লগে অসমত আন্দোলনৰ জুই বিয়পি পৰিল— দেশৰ নেতৃত্বৰ ভাৰ ল'লে এই দুগৰাকী ডেকা কৰ্মীয়ে। দ্বিধাগ্ৰস্ত, বিভ্ৰান্ত কৰ্মীসকলক সম্বোধন কৰি কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে যেতিয়া গুৰুগম্ভীৰ স্বৰে কৈ উঠিল— "আজি ফুকন, বৰদলৈ নাইকিয়া হ'লে অসমত এনে কোনো ডেকাশক্তি নোলাবনে যি তেওঁবিলাকৰ ঠাই ল'ব পাৰে? ইংলণ্ডৰ খ্যাতনামা বীৰ নেলছনৰ দৰে আমি ক'ব পাৰিব লাগিব যে আজি এজন নেলছন নাইকিয়া হ'লেও এই দেশত শত সহস্ৰ নেলছন ওলাব।" বৰদলৈদেৱৰ এই তেজোদীপ্ত বাণীয়ে ডেকা তেজক আকৌ জগাই উতলাই তুলিলে। গুৱাহাটীৰ লব্ধপ্ৰতিষ্ঠ ডেকা উকীল শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই ওকালতি ব্যৱসায় এৰি কংগ্ৰেছ সভাপতিৰ বাব ল'বলৈ আগবাঢ়ি আহিল আৰু সম্পাদকৰ দায়িত্ব লৈ অনুষ্ঠানক সকলো পিনৰে পৰা গুৰি ধৰিলে ডেকা কৰ্মী বৰুৱাদেৱে। ১৯৩০ চনৰ আন্দোলনৰ মূল প্ৰেৰণা আছিল বৰুৱাদেৱৰ নেতৃত্ব— তেওঁ যেন আন্দোলনৰ প্ৰাণশক্তি আছিল।

গান্ধীজীৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদকল্পে অসমৰ ছাত্ৰশক্তিয়েও ৬ মে' তাৰিখে হৰতাল পালন কৰিলে। চৰকাৰ শঙ্কিত হৈ উঠিল। অসমৰ শিক্ষা বিভাগৰ ডিৰেক্টৰ কানিংহাম চাহাবে পৰিস্থিতিক বশলৈ আনিব পাৰিব বুলি ভাবি এখন চৰ্কুলাৰ জাৰি কৰিলে এইবুলি যে অভিভাৱকসকলে যদি ছাত্ৰ-ছাত্ৰীসকলক আন্দোলনত অংশগ্ৰহণ কৰিবলৈ নিদিয়ে বুলি প্ৰতিশ্ৰুতি দিয়ে তেতিয়াহে তেওঁলোকে গৱৰ্ণমেণ্ট স্কুলত পঢ়িব পাৰিব— নহ'লে পঢ়াৰ অনুমতি নাপাব।

এই আত্মসন্মান-হানিকৰ প্ৰস্তাৱত বহুসংখ্যক অভিভাৱক গৰজি উঠিল আৰু তেওঁবিলাকে ইয়াৰ প্ৰতিবাদত জাতীয় বিদ্যালয় কিছুমান খোলাৰ প্ৰস্তাৱ ল'লে। বন্ধৰ পিছত কলেজ খোলাৰ লগে লগে কটন কলেজ আৰু

আর্ল-ল কলেজৰ ছাত্ৰসকলেও যেতিয়া ইয়াৰ প্ৰতিবাদত হৰতাল পালন কৰিলে চৰকাৰে এই চাৰ্কুলাৰ তুলি ল'বলৈ বাধ্য হ'ল।

উৎসাহ, উদ্দীপনা আৰু ত্যাগৰ মূৰ্ত প্ৰতীক হৈ অহা ছাত্ৰ সমাজে সেই সময়ত প্ৰেৰণা আৰু নেতৃত্ব পাইছিল হেম বৰুৱাদেৱৰপৰা। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাদেৱৰপৰা হেম বৰুৱাদেৱে যি প্ৰেৰণা পাইছিল সেই একে প্ৰেৰণাৰে ধল যেন তেওঁ বোৱাই দিব পাৰিছিল ভৱিষ্যতৰ এই শক্তিসমূহৰ বুকুত। **১৯৩০ চনৰ আন্দোলনে বৰুৱাদেৱক অসমৰ ৰাজনীতিত অবিসম্বাদী নেতাৰূপে প্ৰতিষ্ঠা কৰিলে।** ছাত্ৰশক্তিৰ লগত বৰুৱাদেৱৰ সম্পৰ্ক অতি নিবিড় আছিল কাৰণেই সেই সময়ৰ ছাত্ৰ আন্দোলনে ৰাজনৈতিক আন্দোলনৰ লগত যেন লীন হৈ গৈছিল। সেয়ে ১৯৩০ চনৰ আন্দোলনত ছাত্ৰশক্তিৰ অৰিহণা লেখত ল'বলগীয়া। এই আন্দোলনৰ গুৰি ধৰাৰ অপৰাধত ১৮ ছেপ্তেম্বৰ তাৰিখে বৰুৱাদেৱক কামৰূপৰ টিহুত গ্ৰেপ্তাৰ কৰি এমাহমান কাল হাজোতত ৰাখি মুকলি কৰি দিয়া হয়। ১৯৩১ চনৰ ৫ মাৰ্চত গান্ধী আৰউইন চুক্তি সম্পাদন হ'ল আইন অমান্য আন্দোলন আকৌ স্থগিত কৰা হ'ল। বৰুৱাদেৱে এইবাৰ তেওঁৰ সকলো শক্তিৰে কংগ্ৰেছ অনুষ্ঠানৰ সংগঠনৰ কামত জঁপিয়াই পৰিল।

**১৯৩২ চনৰ আন্দোলনৰ আগলৈকে বৰুৱাদেৱে ধুমুহাৰ গতিৰে সংগঠনৰ কামত লাগি যায়।** ১৯৩০ চনত গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ সভাপতি হৈ থাকোঁতেই অসমত কংগ্ৰেছৰ ভেটি তেখেতে টনকিয়াল কৰি তোলে। ১৯৩১ চনত যেতিয়া তেখেতক অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সম্পাদকৰ দায়িত্ব দিয়া হ'ল তেখেতে অসমৰ ইমূৰৰপৰা সিমূৰলৈকে ঘূৰি অনুষ্ঠানটোক সুদৃঢ় ভেটিত গঢ়ি তুলিবলৈ সুবিধা পালে। ১৯৩৪ চনলৈকে তেখেতে এই দায়িত্বতে থাকিবলগীয়া হয় যদিও ভগ্ন-স্বাস্থ্যই আগৰ গতিক নিয়ন্ত্ৰণ কৰিবলৈ বাধ্য কৰিলে। ১৯৩১ চনৰ জুন মাহত শিৱসাগৰৰ বলিয়াঘাটত মহাপয়োভৰেৰে হোৱা ৰায়ত সভাৰ সভাপতিৰ দায়িত্ব পালন কৰি উভতি অহাৰ বাটত তেখেতৰ স্বাস্থ্য আৰু অসমৰ ৰাজনৈতিক ভাগ্য যেন কালৰ কোপত পৰিল। দিখৌ নৈৰ পাৰে পাৰে আহি থাকোঁতে হঠাৎ গৰা খহি তেখেত ৩০ ফুটমান তলত পৰি গৈ ৰাজহাড় আৰু কঁকালত ইমান বিষম আঘাত পালে যে ই তেওঁক কাললৈকে ঘূণীয়া কৰিলে। ডাক্তৰ কনক বৰুৱাৰ যত্নত ১৫ দিন মানত অলপ সুস্থ হোৱাত শ্ৰীঅমিয়কুমাৰ দাসদেৱে তেওঁক লৈ

আহি ডাঃ ভুবনেশ্বৰ বৰুৱাদেৱৰ হাতত গটাই দিয়ে— এই দায়িত্ব ডাক্তৰ বৰুৱাই বৰুৱাদেৱৰ শেষ জীৱনলৈকে পালন কৰে।

বলিয়াঘাটৰ এই দুৰ্ঘটনাৰ পিছত বৰুৱাদেৱে হেৰোৱা স্বাস্থ্য পুনৰ ঘূৰাই পোৱাৰ আগতেই ১৯৩২ চনৰ আন্দোলনে আকৌ দেশ কঁপাই তুলিলে। বীৰ সৈনিকৰ আগত নিজৰ প্ৰাণতকৈ দেশৰ স্বাৰ্থ ডাঙৰ— তেওঁ আগ-পাছ নগণি আকৌ জঁপিয়াই পৰিল। তেখেতৰ ভগ্নস্বাস্থ্যৰ কাৰণে বহুতে তেখেতক বাধা দিলেও জাতীয় সন্মানৰ আগত সকলো তুচ্ছ হৈ ৰ'ল।

১৯৩২ চনৰ আন্দোলনৰ কাৰণে সবাতোকৈ দায়ী আছিল চৰকাৰ নিজেই। ১৯৩১ চনৰ শেষৰ ফালে বিলাতত গান্ধীজীয়ে যেতিয়া ঘূৰণীয়া মেজমেলত যোগ দি ভাৰতৰ ৰাজনৈতিক সমস্যাৰ সমাধানৰ চেষ্টা কৰি আছিল; তেতিয়া ভাৰত চৰকাৰে এনে পৰিৱেশৰ সৃষ্টি কৰিলে যাৰ ফলত গান্ধী-আৰউইন চুক্তি ভঙ্গ হ'ল। এই পৰিস্থিতিত যুক্তপ্ৰদেশ, সীমান্ত প্ৰদেশ আৰু বঙ্গদেশত সংঘৰ্ষৰ জুই জ্বলি উঠিল। জৱাহৰলাল নেহৰু প্ৰমুখ্যে কেবাগৰাকীও নেতাক বন্দী কৰাত গান্ধীজীয়ে বিলাতৰপৰা ঘূৰি আহি বোম্বে পালেহি। গান্ধীজী আহি পোৱাৰ লগে লগেই কংগ্ৰেছে আইন অমান্য আন্দোলনৰ সকলো দায়িত্ব গান্ধীজীৰ ওপৰতে সমৰ্পণ কৰাত চৰকাৰে কংগ্ৰেছ কমিটীবিলাকক বে-আইনী ঘোষণা কৰে আৰু ১৯৩২ চনৰ ৪ জানুৱাৰী তাৰিখে গান্ধীজীক গ্ৰেপ্তাৰ কৰে।

বৰুৱাদেৱে এই কালছোৱাত ভগ্নস্বাস্থ্য লৈয়েই কংগ্ৰেছ অনুষ্ঠানটোক ভৱিষ্যত সংগ্ৰামৰ কাৰণে প্ৰস্তুত কৰি তোলে। যি সময়ত তেখেতৰ শৰীৰে অলপ জিৰণি বিচাৰিছিল, অলপ আশ্ৰয় বিচাৰিছিল, সেই সময়তে ভাগ্যই তেওঁক বিৰামহীন, আশ্ৰয়হীন কৰিলে। সৰুৰেপৰা ডাঙৰ হোৱা ঘৰখনত— নিজৰ ককাইদেৱেকৰ ঘৰখনত থাকি ৰুগ্ন ভতিজা এগৰাকীক শুশ্ৰূষা কৰাৰপৰাও চৰকাৰে তেওঁক বঞ্চিত কৰিলে। তেতিয়া তেজপুৰৰ ডেপুটী কমিশ্যনাৰ গানিং চাহাবে ককাইদেৱেক প্ৰিয়লাল বৰুৱাদেৱক যেতিয়া ক'লে যে নিজৰ বিপদ লৈহে তেওঁক আশ্ৰয় দিব পাৰিব কাৰণে তেওঁৰ মুক্তি অস্থায়ী মুক্তি, যিকোনো মুহূৰ্ততে আকৌ গ্ৰেপ্তাৰৰ হুকুম হ'ব পাৰে। কথাষাৰ শুনাৰ লগে লগে বৰুৱাদেৱে বিপদগ্ৰস্ত পৰিয়ালটোক আৰু বিপদত নেপেলাই ঘৰ এৰি গুচি আহিল। এনে সহস্ৰ অসুবিধাক বাধা নুবুলি তেওঁ পূৰ্ণ উদ্যমেৰে নিজ কৰ্তব্য কৰি গৈছিল।

১৯৩৩ চনেই তেওঁৰ কাৰণে শেষ জেল যাত্ৰা। ১৯৩২ চনৰ ১৭ আগষ্টত বৃটিছ প্ৰধান মন্ত্ৰী মেক্‌ডনাল্ডে 'সাম্প্ৰদায়িক বাটোৱাৰা' ঘোষণা কৰি তথাকথিত অনুন্নত সম্প্ৰদায়ৰ ভাইসকলক যেতিয়া বৃহৎ হিন্দু সমাজৰপৰা ফালি নি সুকীয়া নিৰ্বাচক-মণ্ডলী কৰিবলৈ ওলায়, তাৰ প্ৰতিবাদকল্পে গান্ধীজীয়ে ২০ ছেপ্তেম্বৰৰপৰা পুনৰ বন্দী নিবাসতে আমৰণ অনশনৰ সংকল্প লয়। ইয়াৰ প্ৰতিক্ৰিয়া ইমান ভীষণ হয় যে চৰকাৰে তেওঁৰে সৈতে এটি চুক্তি সম্পাদন কৰি সুকীয়া নিৰ্বাচক মণ্ডলীৰ সিদ্ধান্ত ৰদ কৰিবলৈ বাধ্য হয়। ১৯৩৩ চনৰ ৪ মে'ত উচ্চবৰ্ণ হিন্দুসকলৰ অন্তৰশুদ্ধিৰ কাৰণে গান্ধীজীয়ে আকৌ ২১ দিনীয়া অনশন আৰম্ভ কৰে— এই অনশন শেষ হোৱাৰ পিছতে কংগ্ৰেছ সভাপতি এম.এছ. আনেৰ নেতৃত্বত ১২ জুলাইৰ দিনা জেলৰ বাহিৰত থকা কংগ্ৰেছ কৰ্মীসকলৰ এখনি সন্মিলনে গান্ধীজীক চৰকাৰৰ লগত আপোচ মীমাংসা কৰাৰ ক্ষমতা দিয়ে। কিন্তু বৰলাটে গান্ধীজীক সাক্ষাৎ কৰিবলৈ অমান্তি হোৱাত আপোচৰ এই চেষ্টা ব্যৰ্থ হ'বলৈ বাধ্য হয়। গান্ধীজীয়ে পৰিস্থিতি অধ্যয়ন কৰি গণ আন্দোলন বন্ধ কৰে আৰু সেই ঠাইত নীতিনিষ্ঠ কৰ্মীসকলৰ দ্বাৰা ব্যক্তিগত আইন অমান্য আন্দোলনৰ অনুমতি দিয়ে। সেই সময়ত অসমত কংগ্ৰেছৰ কাম প্ৰকাশ্যে চলোৱা টান হৈছিল আৰু গোপনে আন্দোলনৰ কাম চলাবলৈ দিহা কৰাত আৰু গান্ধীজীয়ে নিষেধ কৰাত অসমৰপৰা বৰুৱাদেৱে নিজেই প্ৰকাশ্যে সত্যাগ্ৰহী হিচাপে আগবাঢ়ি ওলাই আহে আৰু কানিৰ অপকাৰিতা সম্পৰ্কে লিখি কানিৰ দোকানবিলাকত পিকেটিং কৰিব বুলি এখন ইস্তাহাৰ প্ৰকাশ কৰাৰ অপৰাধত তেওঁক '৩৩ চনৰ ৫ ছেপ্তেম্বৰ তাৰিখে গ্ৰেপ্তাৰ কৰি ডেৰ বছৰৰ কাৰণে বিনাশ্ৰম কাৰাদণ্ড দিয়া হয়। মনৰ জোৰ থাকিলেও স্বাস্থ্যই প্ৰতাৰণা কৰিলে— বহুমূত্ৰ ব্যাধিৰ কবলত তেওঁ দিনে দিনে ওজন হেৰুৱাবলৈ ধৰিলে। উদ্বিগ্ন বন্ধুসকলে তেওঁক ঘূৰাই পালে ১৯৩৪ চনৰ জুলাই মাহত। মে' মাহত পাটনাত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ প্ৰস্তাৱৰ পিছত বন্দীসকলে মুক্তি পালে— তেৱোঁ মুক্তি পালে— কিন্তু ব্যাধিৰ হাতৰপৰা তেওঁ মুক্তি নাপালে।

জেলৰপৰা ওলায়েই তেওঁ অলপো জিৰণি নোলোৱাকৈ কেন্দ্ৰীয় এছেম্ব্লিৰ নিৰ্বাচনৰ কামত লাগিবলগীয়া হ'ল। এই নিৰ্বাচনে অসমত যথেষ্ট উত্তেজনাৰ সৃষ্টি কৰিছিল কাৰণ অসমৰ দুগৰাকী সিংহপুৰুষৰ মাজত এই

প্ৰতিদ্বন্দ্বিতা হৈছিল। বৰুৱাদেৱৰ নিয়মানুৱৰ্তী মনে কংগ্ৰেছ-প্ৰাৰ্থী বৰদলৈদেৱৰ পিনে থিয় দিলে। যি দেশভক্ত ফুকনক তেওঁ সৰুৰেপৰা অতিমানৱৰ দৃষ্টিৰে শ্ৰদ্ধা কৰিছিল সেই ফুকনক পৰাজিত কৰিবৰ কাৰণেই তেওঁ দৃঢ়প্ৰতিজ্ঞ হৈ উঠিল। তেওঁৰ নেতৃত্বত কংগ্ৰেছ প্ৰাৰ্থী জয়ী হ'ল।

ত্যাগবীৰৰ আত্ম-সন্মানী মনে সন্মানহানিকৰ কথাক নীৰৱে সহ্য কৰাটো অমাৰ্জনীয় অপৰাধ বুলি ভাবিব পাৰিছিল কাৰণেই কিজানি জৱাহৰলালজীৰ দৰে বিৰাট ব্যক্তিত্বকো প্ৰত্যাহ্বান জনাবলৈ সাহ কৰিছিল। ঘটনাটো ঘটিছিল এইদৰে— ১৯৩১ চনৰ জুলাই মাহত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অফিচৰপৰা অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ হিচাপ পৰীক্ষা কৰি চাবলৈ আচাৰ্য্য যুগলকিশোৰ নামেৰে এগৰাকী কৰ্মীক গুৱাহাটীলৈ পঠিওৱা হ'ল। সেই সময়ত অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ সুকীয়া অফিচ ঘৰ নাছিল। ১৯২০ চনৰ আন্দোলনৰ সময়ত গুৱাহাটীৰ উজান বজাৰৰ এটা ঘৰ ভাৰা লৈ কংগ্ৰেছৰ সেৱক বাহিনীৰ কেম্প পতাত সেই কেম্প চৰকাৰে বে-আইনী বুলি ভাঙি দিয়ে আৰু ঘৰ ভাৰা লোৱা অপৰাধত শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীদেৱক গ্ৰেপ্তাৰ কৰি সশ্ৰম কাৰাদণ্ড দিয়ে। এই ঘটনাৰ পিছত কংগ্ৰেছ অফিচৰ কাৰণে ঘৰ পোৱাটো এটা ডাঙৰ সমস্যা হৈ উঠাত কৰ্মীসকলে নিজৰ নিজৰ লগত কংগ্ৰেছৰ কাকত-পত্ৰ আদি ৰাখিছিল আৰু কংগ্ৰেছ অফিচৰ টাইপ-ৰাইটাৰ আদিও নিজৰ লগত ৰাখিছিল। আচাৰ্য্য যুগলকিশোৰে অসমৰ এনে অৱস্থা দেখি অলপ আচৰিত হ'লেও আন কিছুমান কথাত গৌৰৱ অনুভৱ কৰি এইদৰে মন্তব্য কৰিছিল— "অসমত ১১০০ সেৱকে আইন অমান্য কৰি কাৰাদণ্ড বৰণ কৰিলে— অসমৰ খৰচ হ'ল এহেজাৰ টকা; অথচ আমাৰ উত্তৰ প্ৰদেশৰ একোখন জিলাতেই ৩ লাখ টকাতকৈ সৰহ খৰচ কৰা হৈছে— টকা খৰচ কৰিও জিলা কংগ্ৰেছে এহেজাৰ সেৱকতকৈ সৰহক আইন অমান্য আন্দোলনলৈ আনিব পৰা নাছিল।" তেওঁ অসমৰ কৰ্মীসকলক এইদৰে শলাগিলেও জৱাহৰলালজী অসমৰ কথাত সন্তুষ্ট নহ'ল। অসম কংগ্ৰেছৰ এটি স্থায়ী অফিচ ঘৰ নথকাটো এটা ডাঙৰ অপৰাধ বুলি ধৰি লৈয়ে তেওঁ কংগ্ৰেছক 'বোগাছ কংগ্ৰেছ' বা ভুৱা কংগ্ৰেছ আখ্যা দি এটি মন্তব্য কৰিলে। পণ্ডিতজীৰ এই মন্তব্যত হেম বৰুৱাদেৱে অতি আঘাত পাই অতি যুক্তিপূৰ্ণ অথচ অতি চোকা ভাষাৰে 'বোগাছ' শব্দটোৰ তীব্ৰ বিৰোধিতা কৰি এখন

চিছি দিয়ে যিখন চিঠিয়ে শেষত পণ্ডিতজীক অসমৰ প্ৰকৃত ছবি বুজি পোৱাত সহায় কৰিলে। তেওঁ চিঠিত লিখিছিল যে "অসম কংগ্ৰেছ সম্পৰ্কে কোনো মন্তব্য কৰাৰ আগতে যোৱা আন্দোলনকিটাত অসমে কি বৰঙণি দিছে, পণ্ডিতজীয়ে ভালকৈ তাৰ খবৰ লোৱা উচিত আছিল। কংগ্ৰেছৰ দৰে এটা বিপ্লৱী অনুষ্ঠানৰ কাম আমোলাতন্ত্ৰৰ দৰে অফিচ ৰখাৰ ওপৰত নিৰ্ভৰ নকৰে। অফিচ নথকা সত্বেও ১৯২১ চনৰ আন্দোলনত অসমে ভাৰতৰ বহুত প্ৰদেশক চেৰ পেলোৱা নাছিল নে?" চিঠি লিখিয়েই ক্ষান্ত নাথাকি বৰুৱাদেৱে অসম কংগ্ৰেছৰ স্থায়ী অফিচ ঘৰ এটিৰ কাৰণে ধন সংগ্ৰহ কৰাত ব্যস্ত হৈ পৰিল। বৰুৱাদেৱে পণ্ডিতজীৰ মন্তব্যত আঘাত পালেও পণ্ডিতজীৰ সেই মন্তব্যৰ গুৰি কথাষাৰৰ মূল উদ্দেশ্য উপলব্ধি কৰিয়েই ততালিকে নগাঁৱত অসম কংগ্ৰেছৰ মূল অধিৱেশন পাতি দুটি কাৰ্য্যকৰী প্ৰস্তাৱ গ্ৰহণ কৰিলে। এটি প্ৰস্তাৱেৰে গুৱাহাটীত স্থায়ী অফিচ ঘৰ এটিৰ যুক্তিযুক্ততা প্ৰমাণ কৰি দেখুৱালে; আন এটি প্ৰস্তাৱেৰে স্বেচ্ছাসেৱক বাহিনী গঠন কৰি প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰা হ'ল। জৱাহৰলালজীৰ ক্ষোভৰ কাৰণ তেওঁ অন্তৰেৰে সৈতে অনুভৱ কৰিব পাৰিছিল কাৰণেই স্বেচ্ছাসেৱক বাহিনী গঠনত ইমান গুৰুত্ব দিছিল।

পণ্ডিতজীয়ে সেই সময়ত বিশ্বাস কৰিছিল যে যুদ্ধ-বিৰতিটো এটা সাময়িক ঘটনা মাথোন। যিকোনো মুহূৰ্ততে যুদ্ধ-বিৰতি চুক্তি ভাঙি যাব পাৰে। চুক্তি ভঙাৰ লগে লগেই চৰকাৰে কংগ্ৰেছৰ ওপৰত আকৌ নিৰ্য্যাতন আৰম্ভ কৰিব, সেইকাৰণে প্ৰাদেশিক কংগ্ৰেছ বাহিনীবোৰ প্ৰশিক্ষণপ্ৰাপ্ত স্বেচ্ছাসেৱক বাহিনীৰ দ্বাৰা সক্ৰিয় হৈ নুঠিলে অৱস্থাৰ লগত নিজকে খাপ খুৱাই ল'ব নোৱাৰিব আৰু কংগ্ৰেছ অনুষ্ঠান খণ্ড-বিখণ্ড হৈ যাব। পণ্ডিতজীৰ এই প্ৰত্যাহ্বানৰ উত্তৰ স্বৰূপে তেওঁ অসমৰ প্ৰতিখন জিলাৰে ডেকা কৰ্মীসকলক লৈ এটি শক্তিশালী স্বেচ্ছা-সেৱক বাহিনী গঠন কৰি বেলগাঁৱৰ ডাক্তৰ হাৰ্ডিকাৰৰ হিন্দুস্থান সেৱাদলৰ আৰ্হিৰে সেৱাদল গঠন কৰি প্ৰশিক্ষণৰ ব্যৱস্থা কৰিলে। নগাঁৱত সেৱাদল ট্ৰেইনিং কেম্প পাতি প্ৰতিখন জিলাৰপৰা কৰ্মী আনি ট্ৰেইনিং দিয়াৰ পিছত সকলো জিলাতে এইদৰে ট্ৰেইনিঙৰ ব্যৱস্থা হ'ল আৰু লগে লগে গাঁওবিলাকতো সেৱাদল শিবিৰ প্ৰতিষ্ঠা হ'বলৈ আৰম্ভ কৰিলে। এইবাবেই ১৯৩২ চনৰ জানুৱাৰী মাহত মহাত্মা গান্ধীক গ্ৰেপ্তাৰ

কৰাৰ লগে লগেই অসমেও সেৱাদলেৰে সৈতে আন্দোলনত জঁপিয়াই পৰি চৰকাৰ পক্ষৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ সমৰ্থ হ'ল। প্ৰতিখন জিলাৰপৰা চাৰি-পাঁচশ সেৱাদলৰ সভ্যক কাৰাদণ্ডিত কৰি আইন অমান্যকাৰীৰ সংখ্যা অসমত প্ৰায় দুহেজাৰ হৈছিল।

ইয়াৰ পিছত ভাৰতৰ ৰাজনৈতিক পৰিস্থিতি পৰিৱৰ্তন হোৱাৰ উপক্ৰম হ'ল; কাৰণ মহাত্মা গান্ধীয়ে জেলত অনশন ব্ৰত লোৱাত তেওঁক জেলৰপৰা মুক্তি দিয়া হ'ল। জেলৰপৰা গান্ধীজীক মুকলি কৰি দিয়াত তেওঁ কাৰাদণ্ডৰ সময়-কাল উকলি নোযোৱালৈকে হৰিজনৰ সেৱাত আত্মনিয়োগ কৰিবলৈ সংকল্প কৰি সেই কামতেই মনপুতি লাগিল আৰু বাকী কৰ্মীসকলে ব্যক্তিগত সত্যাগ্ৰহ স্থগিত ৰাখি গান্ধীজীৰ অনুমতি লৈ নিৰ্বাচনত নমাৰ সিদ্ধান্ত ল'লে। অসমৰ ৰাজনীতিত এই নিৰ্বাচন আছিল অতি গুৰুত্বপূৰ্ণ। আৰু এই গুৰুত্বপূৰ্ণ নিৰ্বাচনৰ গুৰি ধৰিছিল সুস্থ দৃষ্টিৰ গুৰিয়াল ত্যাগবীৰ হেম বৰুৱাই। গান্ধীজীৰ আদৰ্শক নীতি হিচাপে গ্ৰহণ কৰি অতি নৈষ্ঠিকভাৱেই সেই আদৰ্শ পালন কৰিছিল।

১৯৩৫ চনৰ ২ জুলাইত নতুন ভাৰত গৱৰ্ণমেণ্ট আইন পাছ হ'ল। আইনখনক দুটা ভাগত ভগোৱা হৈছিল। এটা আছিল যুক্তৰাষ্ট্ৰ বিভাগ, আনটো আছিল প্ৰাদেশিক স্বায়ত্তশাসন বিভাগ। সেই সময়ত কেন্দ্ৰত ১৯১৯ চনৰ মণ্টেগু-চেমচ্ ফৰ্ড শাসনসংস্কাৰ অনুসৰি শাসনতন্ত্ৰ চলি থকা সত্বেও প্ৰদেশবিলাকত ১৯৩৫ চনৰ আইনমতে প্ৰাদেশিক স্বায়ত্তশাসন প্ৰৱৰ্তন কৰা হ'ল আৰু এইমতে ১৯৩৭ চনত প্ৰাদেশিক আইন-সভাবিলাকৰ নিৰ্বাচনৰ কাম আৰম্ভ হ'ল। গান্ধীজীৰ অনুমতি লৈ কংগ্ৰেছেও নিৰ্বাচনত যোগ দিলে।

বৃটিছ গৱৰ্ণমেণ্টক তেতিয়াৰ বৰলাট উইলিংডনে ভাৰতৰ ৰাজনৈতিক আকাশৰ যিখন ছবি আঁকি দেখুৱাইছিল সেইখন ভুল ছবি আছিল। উইলিংডনে বিলাতত অতি গৰ্বেৰে হেনো ঘোষণা কৰিছিল যে তেওঁৰ শাসনকালত কংগ্ৰেছক তেওঁ মূৰ দাঙিব নোৱাৰা কৰি থৈ আহিছে— ১৯৩৭ৰ নিৰ্বাচনত কংগ্ৰেছ জয়ী হ'ব নোৱাৰিব। এই ঘোষণাই বিলাতৰ বহু শ্ৰোতাৰ দৰে ভাৰতৰো বহু মানুহক বিভ্ৰান্ত কৰিছিল। ভাৰতৰ কিছু নেতৃস্থানীয় লোকো বিচলিত হৈ উঠিছিল।

অসমৰ অকংগ্ৰেছী দলে নিৰ্বাচনত জয়লাভ কৰিবৰ কাৰণে কংগ্ৰেছৰ দুই-এগৰাকী নেতাৰ লগত আপোচ আলোচনা কৰাৰ উপৰিও এখন সৰ্বদলীয়

সন্মিলন পতাৰ কথাও চিন্তা কৰিছিল। কেইগৰাকীমান কংগ্ৰেছ কৰ্মীৰ দুৰ্বলতাৰ সুযোগ লৈ তেওঁবিলাকে সন্মানহানিকৰ প্ৰস্তাৱ দাঙি ধৰিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। অসম উপত্যকাত কংগ্ৰেছক ৬ খন আসন এৰি দি বাকী আসনখিনিত তেওঁবিলাকে অপ্ৰতিদ্বন্দ্বিতাৰে যাবলৈ বিচাৰিছিল। এই আপোচ প্ৰস্তাৱৰ কথা শুনিয়েই হেম বৰুৱাৰ বিপ্লৱী মনে বিদ্ৰোহ কৰি উঠিল আৰু প্ৰতিক্ৰিয়াশীল অকংগ্ৰেছী দলৰ লগত কংগ্ৰেছৰ কোনো আপোচেই হ'ব নোৱাৰে বুলি দৃঢ়তাৰে ঘোষণা কৰি নিৰ্বাচনৰ সকলো দায়িত্ব নিজেই শিৰ পাতি ল'লে। তেওঁ বজ্ৰকণ্ঠে কৈ উঠিল, কংগ্ৰেছে এই নিৰ্বাচন-যুদ্ধত হাৰিলেও হাৰিব, তথাপি কংগ্ৰেছে নীতিৰ মৰ্য্যাদা অক্ষুণ্ণ ৰাখিব। আন প্ৰদেশৰ দৰে এইবাৰো কংগ্ৰেছে নিৰ্বাচনত সগৌৰৱে জয়ী হ'ল। হেম বৰুৱাদেৱৰ ৰাজনৈতিক দূৰদৃষ্টিৰ ওচৰত প্ৰতিক্ৰিয়াশীল শক্তি পৰাজিত হ'ল। দ্বিধাযুক্ত কৰ্মীসকলেও অনুভৱ কৰিলে যে বৰুৱাদেৱৰ ৰাজনৈতিক সিদ্ধান্ত অভ্ৰান্ত, তেওঁক অন্ধভাৱে অনুসৰণ কৰিলেও যেন বিপদ নাই।

এই নিৰ্বাচন শেষ হোৱাৰ লগে লগে তেজপুৰৰ কংগ্ৰেছ কৰ্মীসকলৰ আহ্বানত তেওঁ তেজপুৰত গৈ কিছুদিন কাম কৰাৰ সিদ্ধান্ত লয়। তেওঁৰ উপস্থিতিয়ে তেজপুৰ জিলা কংগ্ৰেছক যেন নতুন প্ৰাণ দিয়ে। তেজপুৰলৈ আহি তেওঁ ওকালতি আৰম্ভ কৰিলেও কংগ্ৰেছৰ কামৰ হেঁচাত ওকালতি এৰি দিবলৈ বাধ্য হয়। ইতিমধ্যে ১৯৩৮ চনৰ ছেপ্তেম্বৰ মাহত গোপীনাথ বৰদলৈদেৱৰ নেতৃত্বত কংগ্ৰেছ মিলিত মন্ত্ৰীসভা গঠিত হ'লত কংগ্ৰেছ কমিটীবিলাকৰ দায়িত্ব আগতকৈও বাঢ়ি যোৱাত কৰ্মীসকলে ১৯৩৯ চনৰ ২৯ জানুৱাৰী তাৰিখে বৰুৱাদেৱক আকৌ প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভাপতি নিৰ্বাচিত কৰে। বৰুৱাদেৱে বাব লৈয়েই কৰ্মীসকলক তেওঁবিলাকৰ ঐতিহাসিক দায়িত্বৰ কথা সকীয়াই দিয়ে যাতে এই আংশিক ক্ষমতা লাভে তেওঁবিলাকক লক্ষ্যভ্ৰষ্ট নকৰে। ভৱিষ্যতৰ স্বাধীনতাৰ যুদ্ধৰ কাৰণে বিপ্লৱী মনোভাৱ গঢ়ি তোলাত তেওঁ গুৰুত্ব দিয়াৰ লগে লগে কংগ্ৰেছী মন্ত্ৰীসভাই যাতে ৰাইজৰ বুকুৰ কথা বুজি ৰাইজৰ অভাৱ-অভিযোগ দূৰ কৰাটো ব্ৰত হিচাপে লৈ গঠনমূলক দৃষ্টিভঙ্গীৰে আঁচনিবোৰ তৈয়াৰ কৰি ৰাইজৰ সপোনক সফল কৰি তুলিব পাৰে তাৰ বাবে তেওঁৰ লিখনি আৰু ভাষণ দুয়ো যেন মুখৰ হৈ উঠে।

ভগ্ন-স্বাস্থ্য লৈও তেওঁ অসমৰ চুকে-কোণে ঘূৰি অসমৰ বাস্তৱ ছবিখন চাবলৈ যেন উদগ্ৰীৱ হৈ উঠিছিল। এই স্বাস্থ্য লৈয়েই তেওঁ শিৱসাগৰত ৯ দিনৰ ভিতৰত ৭ খন ৰাজহুৱা সভাত বক্তৃতা দিয়ে— ইমানখিনি খাটনিৰ উপৰিও তেওঁ জিলা কংগ্ৰেছ অফিচবিলাকৰ কাৰ্যবিৱৰণী আদি খৰচি মাৰি পঢ়িছিল। শিৱসাগৰ জিলা কংগ্ৰেছ কমিটীৰ অফিচ পৰিদৰ্শন কৰি তেওঁ যি টোকা লিখিছিল তাৰপৰাই এই কথাৰ সত্য-সত্যতা প্ৰমাণিত হয়। তেওঁ লিখিছিল, "অসমত এইবাৰ সৰ্বমুঠ ৫৬,৬৩৩ জন কংগ্ৰেছ সভ্য হৈছে। যোৱা বছৰতকৈ এই বছৰ ১৯ হেজাৰ সভ্য সংখ্যা বাঢ়িছে। সকলো কংগ্ৰেছ কমিটীৰ ভিতৰত শিৱসাগৰ জিলা কংগ্ৰেছ কমিটীয়ে বেছিকৈ কংগ্ৰেছৰ সভ্য কৰিছে। শিৱসাগৰ জিলাত মুঠ ১২,৬১৯ জন কংগ্ৰেছৰ সভ্য হৈছে আৰু প্ৰাথমিক কংগ্ৰেছ কমিটীৰ সংখ্যা বাঢ়ি গৈ ৯৯ খন হৈছে। ইয়াৰ ভিতৰত ৪৫ খন কমিটীয়ে নিজৰ অফিচ ঘৰ সাজি লৈছে। এই প্ৰাথমিক কমিটীবিলাকৰ জৰিয়তে হোৱা গঠনমূলক কামৰ এটা চমু আভাস দিয়া হ'ল। ৩০ খন কমিটীয়ে সৰ্বমুঠ ২০ মাইল গাঁৱলীয়া বাট সাজি লৈছে। ১৫ খন কমিটীয়ে গাইপতি একোখনকৈ ১৫ খন প্ৰাথমিক স্কুল পাতিছে। ইয়াৰ ভিতৰত ৫ খন ছোৱালী স্কুল। ২০ খন কমিটীয়ে গাইপতি একোখনকৈ ২০ খন নৈশ বিদ্যালয় পাতি আদহীয়া মানুহৰ শিক্ষাৰ কাম হাতত লৈছে। নকাটনি, বকতা, পাতসাঁকো আৰু লাকোৱাত সূতাকটাৰ কাম ভালদৰে চলিছে। এইকেইটা ক্ষেত্ৰত উৎপন্ন হোৱা খদ্দৰ শিৱসাগৰ খাদী প্ৰতিষ্ঠানৰ যোগে বিক্ৰী হয়।

"৯ দিনৰ ভিতৰত ৪০০ মাইলৰো ওপৰ ঘূৰি ২৭ খন সভাত যোগ দিবলৈ আৰু নিজ চকুৰে বেছিভাগ কংগ্ৰেছ কমিটী চাবৰ সুবিধা দিয়া বাবে জিলা কংগ্ৰেছ কমিটীৰ শলাগ লওঁ।"

"শিৱসাগৰৰ ৰাইজৰ উৎসাহ-উদ্দীপনাৰ অভাৱ নেদেখিলোঁ। তেওঁলোকৰ অন্তৰ স্বাধীনতাৰ বাণীয়ে চুব পাৰিছে। তেওঁলোক স্বাধীনতাৰ যুদ্ধৰ বাবে সাজু আছে বুলি মোৰ মনত বৰকৈ ধৰিছে আৰু তাৰ বাবে শিৱসাগৰীয়া কৰ্মীসকল শলাগৰ পাত্ৰ।"

এই টোকাটিয়ে তেওঁৰ ব্যক্তিত্বৰ দুটা দিশ প্ৰকাশ কৰিছে। এটিয়ে প্ৰকাশ কৰে তেওঁ কিদৰে সকলো কথা তন্ন-তন্নকৈ পৰীক্ষা নকৰাকৈ, সকলো কাগজ-পত্ৰ খৰচি মাৰি নপঢ়াকৈ কেতিয়াও ৰায় নিদিছিল। দ্বিতীয়তে প্ৰকাশ

হৈছিল সেই দিশটো— য'ত তেওঁ কৰ্মীসকলৰ কাৰণে জীৱন্ত প্ৰেৰণা হৈ দেখা দিছিল আৰু সেয়ে তেওঁৰ সময়ৰ কালছোৱাত কংগ্ৰেছ অনুষ্ঠান ইমান শক্তিশালী হৈ উঠিব পাৰিছিল।

তেওঁ আৰু এটি কথা উপলব্ধি কৰিছিল যে পৰ্বতৰ ভাইসকলকো এই জাতীয় অনুষ্ঠানৰ লগত সামৰি নল'লে ভবিষ্যতে ইয়াৰ আলম লৈয়েই সাম্ৰাজ্যবাদী শক্তিসমূহে নানা বিভেদৰ সৃষ্টি কৰি দেশক শোষণ কৰাৰ সুবিধা ল'ব।' সেয়ে তেওঁ ভৈয়ামৰ ১২ খন জিলাতে কংগ্ৰেছৰ কাৰ্য্যক্ষেত্ৰৰ সীমা নেবান্ধি পাহাৰৰ জিলাকেইখনকো সামৰি লোৱাৰ উদ্দেশ্যেৰে খাছীয়া পাহাৰ, গাৰো পাহাৰ আৰু ধুবুৰী মহকুমাৰ বড়ো অঞ্চলত সংগঠনৰ কাম আৰম্ভ কৰি পাহাৰৰ বুকুতো স্বাধীনতাৰ চেতনা জগাই তুলিলে।

বৰুৱাদেৱে বা-বতাহৰ লগত সামঞ্জস্য ৰাখি স্বাধীনতাৰ যুঁজখনৰ কাৰণে কিদৰে প্ৰস্তুত হ'ব লাগিব তাৰ আভাস তেখেতে ১৯৩৯ চনৰ ২৬ আৰু ২৭ ফেব্ৰুৱাৰী তাৰিখে গোলাঘাটত বহা অসম ৰাষ্ট্ৰীয় সন্মিলনৰ সভাত এইদৰে দিছিল "গোটেই পৃথিৱীতে আমি পৰিৱৰ্তনৰ দুৱাৰদলিত। ইংৰাজসকলে কয় যে মিউনিক চুক্তিয়ে পৃথিৱীৰ সমস্যাৰ সমাধান কৰিব। কিন্তু মই সাহসেৰে কওঁ যে মিউনিক চুক্তিয়ে পৃথিৱীৰ সমস্যাৰ সমাধান নকৰে। মিউনিক চুক্তিয়ে যুদ্ধৰ খাৰ-বাৰুদ গোটাইছেহে। পৃথিৱীত জুই জ্বলিবলৈ কেৱল এটা ফিৰিঙতিহে লাগিব। ইউৰোপত সংকটৰ দিন প্ৰায় ওচৰ চাপিছে। বৃটিছ জাতি ইয়াত সোমাবলৈ বাধ্য।"

এই ভাষণৰ কেইদিনমান পিছতেই শ্ৰোতাসকলে স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে বৰুৱাদেৱৰ আন্তৰ্জাতিক পৰিস্থিতি সম্পৰ্কে পৰ্য্যালোচনা সম্পূৰ্ণ নিৰ্ভুল। তেওঁ বুৰঞ্জীৰ ছাত্ৰ হিচাপে বিশ্বৰ ঘটনাৱলীৰ প্ৰতিটো স্তৰতে যেন নিষ্পেষিত জাতিসমূহৰ নতুন পদক্ষেপৰ ধ্বনি শুনিবলৈ পাইছিল। সেই ধ্বনিৰ লগত তেওঁৰ প্ৰাণৰো স্পৰ্শ আছিল কাৰণেই তেওঁৰ ৰাজনৈতিক দৃষ্টিভঙ্গী আছিল অতি বাস্তৱ।

সেই সময়তে কংগ্ৰেছ কৰ্মীসকলক নিজৰ কৰ্তব্যৰ বিষয়ে সচেতন কৰি দি তেখেতে আকৌ কৈছিল, *"কংগ্ৰেছে মন্ত্ৰিত্বৰ ভাৰ লৈছে কাৰণে স্বাধীনতাৰ যুঁজ শেষ হ'ল বুলি নেভাবিব। যুদ্ধৰ ই কেৱল এটা কৌশল। কংগ্ৰেছে আদেশ কৰিলেই মন্ত্ৰীসকলে কাম এৰিব লাগিব। সমুখত এখন*

*ডাণ্ডৰ যুদ্ধ দেখা গৈছে। আজি দেখাত ভাৰতৰ ৰাজনৈতিক আকাশ পৰিষ্কাৰ। কিন্তু ধুমুহা হোৱাৰ লক্ষণ আছে।"* এই একে ভাষণতে তেখেতে আকৌ কয়, *"সকলো দেশতে ৰাজনৈতিক আন্দোলন। যেতিয়া মানুহে খাবলৈ ভাত, পিন্ধিবলৈ কাপোৰ নাপায়, তেতিয়া বিপ্লৱ নোহোৱাকৈ নোৱাৰে। ভাৰতৰো সেই একে কথা। ভাৰতৰ স্বৰাজ বা স্বাধীনতাৰ যি সমস্যা সি মুছলমানৰ নামাজ আৰু হিন্দুৰ পূজাৰ সমস্যা নহয়। ই সকলোৰে কাৰণে ভাতৰ সমস্যা।"* সেই একে সুৰতে তেখেতে কয়, *"ভাৰতৰ সকলো ধৰ্ম, জাতি বা সম্প্ৰদায়ৰ সৰ্বসাধাৰণ ৰাইজেই আধাপেট আৰু আধা নাঙঠ হৈ থাকিব লগা হৈছে। সোনকালে কংগ্ৰেছে এই অৱস্থাৰ প্ৰতিকাৰ কৰিব খুজিছে। প্ৰতিকাৰৰ একমাত্ৰ উপায় স্বাধীনতা লাভ। স্বাধীনতাৰ কাৰণেই কংগ্ৰেছে যুঁজি আহিছে। স্বাধীনতা পোৱাত পলম হৈছে বুলি আমি হতাশ হোৱাটো উচিত নহয়। স্বাধীনতা যুঁজৰ বহুত বাট আমি আগবাঢ়িছো।"* এনে উদ্দীপনাময় অগ্নিময় বাণীয়ে স্বাধীনতাৰ যুঁজাৰুসকলক মগজুৰ খোৰাক আৰু অন্তৰৰ প্ৰেৰণা যোগাইছিল।

বৰুৱাদেৱৰ কংগ্ৰেছৰ সভাপতি হৈ থকা কালতে ১৯৩৯ চনৰ ২ এপ্ৰিলত ডিগবৈৰ ধৰ্মঘটকাৰী বনুৱাসকলৰ ওপৰত যি গুলীচালনা হয়— তাৰ প্ৰতিবাদত তেওঁ কংগ্ৰেছ আদৰ্শ আগত ৰাখি বনুৱাৰ পক্ষ সমৰ্থন কৰে। শোষিত বনুৱা ভাইসকলৰ ন্যায্য স্বাৰ্থ যাতে ৰক্ষা পৰে তাৰ বাবে তেওঁৰ যি একান্ত চেষ্টা ডিগবৈৰ বনুৱা আন্দোলনৰ ইতিহাসত ই এটা স্মৰণীয় ঘটনা। মুক বনুৱা সমাজৰ মুখপাত্ৰ হৈ ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদ, আনফালে অসম গৱৰ্ণমেণ্ট আৰু দুয়োপক্ষৰ লগত টেলিফোনৰ সংযোগেৰে সুস্থ মীমাংসা এটাৰ বাবে আপ্ৰাণ চেষ্টা কৰে। কংগ্ৰেছ সভাপতিৰ লগত কলিকতাত গৈ তেওঁ দেখা কৰোঁতেও বনুৱাৰ স্বাৰ্থই যাতে কোনোপিনৰপৰা আঘাত নাপায়, উপস্থিত সকলোকে সকলো যুক্তিৰে তাকেই বুজাবলৈ অহোপুৰুষাৰ্থ কৰে। সেই আলোচনাত প্ৰধানমন্ত্ৰী বৰদলৈ, ৰাজহমন্ত্ৰী ফখ্‌ৰুদ্দিন আহমদ্, অয়ল কোম্পানীৰ অস্থায়ী মেনেজাৰ মিঃ লিঙ্গামেন আৰু ধৰ্মঘট কমিটীৰ ছেক্ৰেটাৰী শ্ৰীসুধীন্দ্ৰ প্ৰামাণিকো উপস্থিত আছিল। বৰুৱাদেৱৰ অশেষ চেষ্টাত আপোচৰ বাট মুকলি হ'ব খুজিলেও সংৰক্ষিত স্বাৰ্থই গৱৰ্ণৰ প্ৰমুখ্যে কেইগৰাকীমান ইউৰোপীয় কৰ্মচাৰীৰ সহানুভূতি লাভ কৰিব পৰাত আপোচৰ

চেষ্টা ব্যৰ্থ হ'বলৈ বাধ্য হয়। ডিগবৈৰ ঘটনাই *'ষ্টেটছ্‌মেন'*ৰ নিচিনা কাগজৰ সহযোগিতাত এনে এটি উত্তপ্ত পৰিৱেশৰ সৃষ্টি কৰে য'ত নিয়মতান্ত্রিক সংকটে দেখা দিয়াৰো সম্ভাৱনা দেখা গৈছিল। এনে এটি জটিল পৰিস্থিতিতো বৰুৱাদেৱে কংগ্ৰেছ আদৰ্শ অটুট ৰাখি নিষ্ঠাৰে নিজ কৰ্তব্য কৰি যায়। পৰাধীন দেশ এখনত শোষণকাৰী শক্তিয়ে শোষিতৰ প্ৰতি কৰা অবিচাৰৰ কথা অন্তৰেৰে সৈতে অনুভৱ কৰিছিল কাৰণেই বঞ্চিত বনুৱা সমাজে বৰুৱাদেৱক অকণো সন্দেহ কৰা নাছিল। পৰাজয় স্বীকাৰ কৰিও বৰুৱাদেৱৰ নেতৃত্বৰ জয় ঘোষণা কৰিছিল।

বৰুৱাদেৱে কৰ্মীসকলৰ আগত ভৱিষ্যতৰ যিখনি ছবি গোলাঘাটৰ ৰাষ্ট্ৰীয় সন্মিলনীত দাঙি ধৰিছিল সেই ছবিয়ে ৰূপ পালে ১৯৩৯ চনৰ ১৫ নবেম্বৰত। কংগ্ৰেছৰ নিৰ্দেশত বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰিলে। সংখ্যালঘিষ্ঠ হোৱা সত্বেও গৱৰ্ণৰে ছাৰ ছাদুল্লাক মন্ত্ৰীসভা গঠন কৰিবলৈ আহ্বান জনালে আৰু ছাৰ ছাদুল্লাই ১৭ নবেম্বৰত নতুন মন্ত্ৰীসভা গঠন কৰিলে। বৰুৱাদেৱে কংগ্ৰেছ সভাপতি হিচাপে ৰাইজক প্ৰকৃত ছবিখন বুজাবৰ কাৰণে বাতৰি কাকতলৈ যি বিবৃতি দিয়ে তাতেই ৰাইজে ভুৱা মন্ত্ৰীসভাৰ স্বৰূপ বুজি পায়। বিবৃতিত তেখেতে কয়, "আগতে জাননী দিয়া সত্বেও ৩০ নবেম্বৰ তাৰিখে বহিবলগীয়া এছেম্‌ব্লি সভা বন্ধ কৰি দি গৱৰ্ণৰ বাহাদুৰে সংখ্যালঘিষ্ঠ দলক সংখ্যাগৰিষ্ঠ হ'বলৈ সুবিধা দিছে। এই অধিৱেশন বন্ধ কৰি দিব বুলি আগতে প্ৰতিশ্ৰুতি দিয়াতহে ছাৰ ছাদুল্লাই সংখ্যালঘিষ্ঠ দলৰে মন্ত্ৰীসভা থিয় কৰাইছে। গণতন্ত্ৰৰ যুগত গৱৰ্ণৰৰ এই কাণ্ড নাভূত-নাশ্ৰুত আৰু নিয়মতন্ত্ৰ-বিগৰ্হিত। অসমৰ কংগ্ৰেছী যুক্ত-মন্ত্ৰীসভাক অসমৰ য়ুৰোপীয় চাহ-খেতিয়কসকলে বিহচকুৰে চাইছিল আৰু আনকি দিল্লীত বৰ ডাঙৰ চৰকাৰী বিষয়া এজনে অসমৰ কংগ্ৰেছী মন্ত্ৰীসভাক 'কমিউনিষ্ট' গৱৰ্ণমেণ্ট বুলি আখ্যা দিয়াৰ কথা মই শুনিছো। চাহ-খেতিয়কসকলৰ স্বাৰ্থলৈ চকু দি তেওঁলোকৰ হাতৰ পুতলা এটা নতুন গৱৰ্ণমেণ্ট অসমত হ'বলৈ সুবিধা কৰি দি অসমৰ গৱৰ্ণৰে ভাৰত শাসন আইনৰ বিধান আৰু 'ইনষ্ট্ৰুমেণ্ট অব্ ইনষ্ট্ৰাকছন'ৰ মূৰত কুঠাৰ মাৰি গৰিহণা খাবলগা কাম কৰিছে।"

বৰদলৈ মন্ত্ৰীসভাৰ পদত্যাগৰ পাছত কংগ্ৰেছ চৰকাৰে ইমান কম সময়ৰ ভিতৰতে ৰাইজৰ কিমানখিনি কাম কৰিলে আৰু পূৰ্ণ স্বাধীনতা লাভ কৰিব

পাৰিলে দেশে আৰু কিমান জনহিতকৰ কাম কৰিব পাৰিব সেই সত্যটোকে ৰাইজক বুজাই ভৱিষ্যত সংগ্ৰামৰ কাৰণে প্ৰস্তুত কৰিবৰ উদ্দেশ্যেৰে তেওঁ অসুস্থ শৰীৰেৰেই সভা-সমিতিৰ যোগে ৰাইজক আকৌ জগাই তোলে। ১৯৪০ চনৰ জানুৱাৰী মাহত উত্তৰ কামৰূপৰ এখন সভাত ৰাইজক তেওঁ বুজাই কয়, "কংগ্ৰেছে আজি ৫২- বছৰ ধৰি ভাৰতৰ নিমাত কোটি কোটি মানুহৰ ভাত-কাপোৰৰ হাহাকাৰ গুচাবলৈ আন্দোলন কৰি আহিছে আৰু এই আন্দোলনৰ ফলতে ভাৰতবাসীৰ হাতলৈ মাত্ৰ চাৰি-অনা ক্ষমতা আহিছে। বাকী বাৰ-অনা ক্ষমতা পাবলৈ কংগ্ৰেছে আন্দোলন কৰি আছে। যি চাৰি-অনা ক্ষমতা পাইছে তাৰে সদ্ব্যৱহাৰ কৰি ৰাইজৰ মঙ্গলাৰ্থে কংগ্ৰেছে মন্ত্ৰীসভাৰ দায়িত্ব লৈ শাসন কাৰ্য্য চলাইছিল। মন্ত্ৰীসভাৰ দায়িত্ব লৈ অসমত কংগ্ৰেছে ৰাইজৰ মঙ্গলজনক এইবিলাক কাম হাতত লৈছিল— যেনে, কানি বন্ধ, নিৰক্ষৰতাৰ বিৰুদ্ধে অভিযান, কৃষি আয়কৰ ব্যৱস্থা, টকাত আঠ-অনাকৈ খাজানা মাফ দিয়াৰ নিয়ম প্ৰৱৰ্তন। বৰদলৈ মন্ত্ৰীসভা মাত্ৰ ১৪ মাহ ক্ষমতাত আছিল। তাৰ ভিতৰতে ইমানকিটা জনহিতকৰ কাম তেওঁলোকে কৰিছিল। এনেকৈ ৰাইজৰ মঙ্গলজনক কাম কৰি থকা অৱস্থাতে মন্ত্ৰীপদ ইস্তাফা দিবলৈ কংগ্ৰেছ ৱৰ্কিং কমিটীৰ আদেশ আহিল। যুদ্ধৰ পৰিস্থিতিত কংগ্ৰেছ ৱৰ্কিং কমিটীয়ে দেশৰ বৃহত্তৰ স্বাৰ্থ আৰু সন্মান ৰক্ষাৰ কাৰণে এনে আদেশ দিবলৈ বাধ্য হ'ল। বৃটিছ গৱৰ্ণমেণ্টৰ লগত অসহযোগৰ প্ৰথম খোজ হিচাপে আঠখন প্ৰদেশত কংগ্ৰেছে মন্ত্ৰিত্ব পদ এৰিছে। অসমত এতিয়া বৰদলৈ মন্ত্ৰীসভাৰ পদত্যাগৰ পিছত যিসকলে মন্ত্ৰীপদ লৈছে, সেই সকলে যুদ্ধনীতিত বৃটিছ গৱৰ্ণমেণ্টৰ লগত সহযোগ কৰিব বুলি প্ৰতিশ্ৰুতি দি সেই পদ লৈছে।

"কৃষি আয়কৰ বিল এছেম্ব্লিত গৃহীত হোৱাত আজি এতিয়া টকাত আঠ-অনাকৈ ৰাইজক খাজানা মাফ দিব পৰা হৈছে। কিন্তু বৰ্তমান ছাদুল্লা মন্ত্ৰীসভাৰ সদস্যসকলে ইউৰোপীয় চাহ-খেতিয়কৰ মুখলৈ চাই কংগ্ৰেছী মন্ত্ৰীসভাই দাঙি ধৰা এই বিলৰ প্ৰবল বিৰোধিতা কৰিছিল। এই আইন গৃহীত নোহোৱা হ'লে দুখীয়া ৰাইজক টকাত আঠ-অনাকৈ খাজানা মাফ দিব পৰা নহ'লহেঁতেন।" কছাৰী ভাইসকলক সম্বোধন কৰি তেখেতে কৈছিল, *"কছাৰী, লালুং প্ৰভৃতি পাছ পৰি থকা সম্প্ৰদায়বিলাকে কংগ্ৰেছী যুক্ত-মন্ত্ৰীসভাৰ শাসনত যোৱা ১৪-মাহত যিখিনি সুবিধা পাইছে, আজি ১১৩-বছৰৰ বৃটিছ শাসনত তাৰ হেজাৰ ভাগৰ*

*এভাগো পোৱা নাই। দৰাচলতে কংগ্ৰেছী মন্ত্ৰীসভাই তেওঁলোকৰ প্ৰতি ন্যায়বিচাৰ কৰিবলৈ পোনপ্ৰথমে চেষ্টা কৰে।"*

বৰদলৈদেৱৰ অন্যায় নসহা মনে চুবুৰীয়া মণিপুৰ ৰাজ্যৰ সমস্যাসমূহৰ প্ৰতি আওকণীয়া মনোভাৱ ল'ব নোৱাৰাৰ কাৰণেই ১৯৪০ চনৰ ১২ জানুৱাৰী তাৰিখে মণিপুৰৰ জনসাধাৰণলৈ সহানুভূতি জনাই অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ অধিৱেশনত তলত লিখা প্ৰস্তাৱটি গ্ৰহণ কৰে—

"মণিপুৰ ষ্টেটত নিয়মতান্ত্ৰিক গৱৰ্ণমেণ্ট স্থাপনৰ কাৰণে মণিপুৰী ৰাইজে যি অভিলাষ কৰিছে তাৰ প্ৰতি এই কমিটীয়ে সহানুভূতি জনায়।"

"মণিপুৰত কেবাটাও মিল বহুৱাত আৰু প্ৰকাশ হোৱা মতে সেই মিলবিলাকে তাত যিমান ধান পোৱা যায় মিলত দি চাউল কৰিবৰ কাৰণে কিনি পেলোৱাত মণিপুৰৰ সাধাৰণ ৰাইজৰ, বিশেষকৈ তিৰোতাসকলৰ কাম-কাজ নোহোৱা হৈ পৰিছে আৰু তাৰ ফলত তেওঁলোকৰ বৰ অভাৱ হৈছে। কমিটীয়ে মণিপুৰী ৰাইজৰ এই দুখ লগা অৱস্থা গভীৰ সহানুভূতিৰে সৈতে লক্ষ্য কৰিছে। ১৯৩৯ চনৰ ১২ ডিচেম্বৰত টেলিগ্ৰাফ অফিচৰ আগত শান্তিপূৰ্ণভাৱে সমবেত হোৱা মণিপুৰী তিৰোতাৰ ওপৰত বেয়নেট চাৰ্জ কৰা বিষয়ে কমিটীয়ে নিৰপেক্ষ তদন্ত দাবী কৰে।"

বৰদলৈদেৱৰ সভাপতিত্বত বহা অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ এই সহানুভূতিসূচক প্ৰস্তাৱে মণিপুৰী ৰাইজৰ মনলৈ সেই বিপদৰ মাজতো সান্ত্বনা আনি দিছিল।

১৯৪০ চনৰ ১৫ ফেব্ৰুৱাৰীৰ দিনা অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ অধিৱেশনে বৰদলৈদেৱৰ স্বাস্থ্যৰ কথা জানিও আকৌ বৰদলৈদেৱক সভাপতিৰ বাবে পুনৰ নিৰ্বাচিত কৰিব খোজাত বৰদলৈদেৱে নিজেই দুৰ্ঘোৰ আপত্তি তুলিলে আৰু সেই আপত্তিক ডাক্তৰ ভূৱনেশ্বৰ বৰদলৈদেৱে ডাক্তৰ হিচাপেই সমৰ্থন কৰিলে। বৰদলৈদেৱে যুক্তিৰে বুজাই দিলে যে তেওঁ সভাপতিৰ বাব লৈ নাথাকিলেও কংগ্ৰেছৰ সকলো কামতে শক্তি অনুসৰি অৰিহণা যোগোৱাত কাৰ্পণ্য নকৰে, তাৰ উপৰিও সংখ্যালঘু সম্প্ৰদায়ৰ মুখপাত্ৰ হিচাপে তৈয়বুল্লা চাহাবক সভাপতি নিৰ্বাচিত কৰিলে তৈয়বুল্লা চাহাবক সন্মান দেখুৱাতকৈও কৰ্মীসকলে নিজকেই সন্মানিত কৰিব। ইয়াৰ পিছত মৌলানা মহম্মদ তৈয়বুল্লা চাহাব অপ্ৰতিদ্বন্দ্বী হিচাপে সভাপতি নিৰ্বাচিত হ'ল।

বৰুৱাদেৱে ইমানদিনে অদম্য ইচ্ছাশক্তিৰ জোৰত কাম কৰি থাকিলেও শৰীৰৰ প্ৰতি বিন্দু তেজে এইবাৰ যেন বিদ্ৰোহ কৰি উঠিল। ১৯৪২ চনৰ আন্দোলনৰ সময়ত স্বাস্থ্যই তেওঁৰ বাহ্যিক ৰূপটোক দেখাত নিশকতীয়া থাকিলেও অন্তৰৰ প্ৰেৰণাখিনিৰ সৌন্দৰ্য্য ম্লান কৰিব পৰা নাছিল। নৰিয়া-পাটীৰপৰাই তেওঁ আন্দোলন পৰিচালনাৰ দায়িত্ব ল'লে। '৪২ চনৰ **আন্দোলন আছিল তেওঁৰ প্ৰাণৰ আন্দোলন— আদিৰে পৰা তেওঁৰ অন্তৰে বিচাৰি থকা আন্দোলন।**

১৯৪২ চনত *"মুক্তি বা মৃত্যু"* এই ধ্বনিৰ নিজৰ দ্ব্যৰ্থক ব্যাখ্যা হৈছিল সেই ব্যাখ্যাৰ ভেটিত আন্দোলন পৰিচালনা কৰা সহজ কথা নাছিল। গান্ধীজীৰ অহিংস নীতিক কৌশল নীতি হিচাপে গ্ৰহণ কৰা বৰুৱাদেৱে অনুষ্ঠানৰ ঐতিহ্যক আৰু শেষ লক্ষ্যক আঘাত নকৰাকৈ ডেকা শক্তিক পৰিচালনা কৰিবলগীয়া হৈছিল। প্ৰবীণ সকলো নেতা জেললৈ যাবলগীয়া হোৱাত বাহিৰত থকা সকলো কৰ্মীৰে শেষ আশ্ৰয় হৈছিল বৰুৱাদেৱ। বৰুৱাদেৱৰ স্বাস্থ্যই যিকোনো মুহূৰ্ততে প্ৰতাৰণা কৰিব পাৰে বুলি জানিও কৰ্মীসকলে বিবুদ্ধি হৈ তেওঁৰে পৰামৰ্শ বিচাৰি আহিবলগীয়া হৈছিল। সেই স্বাস্থ্যৰেই তেওঁ যিদৰে খাটিছিল নেদেখাসকলে কল্পনা কৰিবলৈকো টান পাব। জীৱনৰ শেষ উশাহ লোৱাৰ আগতে দেশমাতৃকাৰ পূজাৰ বেদীত তেওঁ যেন হিয়া উজাৰি সেৱাৰ শেষ নৈবেদ্য আগবঢ়াবলৈ ওলাইছিল। গণদেৱতাৰ এই মহাজাগৰণত তেওঁ সক্ৰিয় সৈনিক হোৱাৰ আনন্দৰপৰা বঞ্চিত হ'লেও জনতাৰ পূজাৰী হোৱা গৌৰৱৰ অধিকাৰী হ'ব পাৰিছিল। দিনে-নিশাই দেশৰ সহস্ৰ সমস্যাৰ সমাধান বিচাৰি ফুৰা মনটোৱে এদিন অলক্ষিতে ঘটনা ঘটালে। সেই দিনটো আছিল ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহ। আন্দোলনৰ এটি জৰুৰী প্ৰশ্ন সম্পৰ্কে লিখা এখনি কাগজ অতি মনোযোগেৰে পঢ়ি থাকি হঠাতে অমনোযোগী হৈ চিৰিৰপৰা নামিবলৈ যাওঁতে পিছলি পৰি জীৱনলৈ ঘূণীয়া হোৱাদি হ'ল। বহুমূত্ৰ ৰোগীৰ কাৰণে এনে দুৰ্ঘটনা আশঙ্কাজনক। ডাঃ ভুৱনেশ্বৰ বৰুৱাদেৱে হেম বৰুৱাদেৱক নিজৰ স্বাস্থ্যৰ কথাও পাহৰি অশেষ যত্নেৰে সুস্থ কৰি তুলিলে যদিও বিজ্ঞানসন্মত চিকিৎসাৰ কাৰণে সেই বছৰৰে অক্টোবৰ মাহত কলিকতাত লৈ গৈ চিত্তৰঞ্জন সেৱা সদনৰ ডাক্তৰসকলৰ অনুমতি লৈ তেওঁ নিজেও হেম বৰুৱাদেৱৰ লগতে হস্পিটালত ভৰ্তি হয়।

ডাঃ বৰুৱাদেৱে তেখেতক সম্পূৰ্ণৰূপে নিজৰ তত্বাৱধানত ৰাখিছিল যাতে শুশ্ৰূষাৰ কোনোপিনৰপৰা কোনো ত্ৰুটী নহয়। সেই সময়ত কংগ্ৰেছৰ কৰ্মীসকলে একেমুখে এই কথাষাৰ কৈছিল, "ডাঃ বৰুৱাই আমাৰ সকলোৰে হৈ স্বাধীনতা যুদ্ধৰ সৈনিকৰ প্ৰতি দেশবাসীৰ যি যি কৰ্তব্য তাকেই নিষ্ঠাৰে পালন কৰিছে।" ডাঃ বৰুৱাদেৱৰ একনিষ্ঠ সেৱা-শুশ্ৰূষাত বৰুৱাদেৱ বহুখিনি সুস্থ হৈ গুৱাহাটীলৈ উভতিল। ডাঃ বৰুৱাদেৱে এইবাৰ তেওঁক আৰু কংগ্ৰেছ অফিচত থাকিবলৈ নিদি নিজৰ ঘৰলৈ লৈ আহিল। ডাঃ বৰুৱাদেৱৰ ব্যক্তিগত সেৱা যত্নত ইমান অসুস্থ শৰীৰেও হেম বৰুৱাদেৱে আৰু প্ৰায় ডেৰবছৰ কাল অসমৰ জটিল সমস্যা সমাধানৰ বাটত বহুখিনি বৰঙণি আগবঢ়াব পাৰিলে। ১৯৪৪ চনত গোপীনাথ বৰদলৈদেৱ জেলৰপৰা খালাচ পাই ওলাই আহিয়েই দেশৰ সেই পৰিস্থিতিত কেনে ধৰণৰ কাৰ্য্যপন্থাই দেশক অলপ সকাহ দিব পাৰিব সেই বিষয়ে বৰুৱাদেৱৰ চিন্তাশীল পৰামৰ্শ লৈহে কামত আগবাঢ়িছিল। যুদ্ধ শেষ হোৱাৰ লগে লগে ক'লাবজাৰ আৰু দুৰ্নীতিৰ যি ৰাজত্ব চলিছিল, স্বেচ্ছাচাৰী মন্ত্ৰীসভাই ৰাইজক কৰা জুলুম আৰু অত্যাচাৰৰ প্ৰতিবাদ স্বৰূপে কংগ্ৰেছী এম-এল-এ সকলে আইন সভাত আকৌ যোগ দি ইয়াৰ প্ৰতিকাৰৰ চেষ্টা কৰা উচিত নে বাহিৰত থাকি প্ৰতিবাদ কৰা উচিত, এই সকলো কথা বৰুৱাদেৱৰ লগত খৰচি মাৰি আলোচনা কৰাৰ পিছতহে বৰদলৈদেৱে গান্ধীজীৰ ওচৰলৈ পৰামৰ্শ বিচাৰি চিঠি দিছিল। বৰুৱাদেৱৰ গভীৰ ৰাজনৈতিক জ্ঞানৰ আশ্ৰয় নোলোৱাকৈ অসমৰ কোনো কংগ্ৰেছ নেতাই কোনো সিদ্ধান্ততে উপনীত হ'বলৈ সাহ নকৰিছিল। সেই সময়ত ছাত্ৰ ফেডাৰেছনৰ বহু কৰ্মীয়েও জেলৰপৰা ওলাই আহি কিংকৰ্তব্য-বিমোৰ হৈ বৰুৱাদেৱৰ ওচৰ চাপিছিল পৰামৰ্শ বিচাৰি— কাৰণ নিখিল ভাৰত ছাত্ৰ ফেডাৰেছনে সাম্ৰাজ্যবাদী যুদ্ধৰ ধ্বনিক জনতাৰ যুদ্ধৰ ধ্বনিলৈ যেতিয়া ৰূপান্তৰিত কৰিলে ছাত্ৰ কৰ্মীসকলে ফেডাৰেছনৰ শেষ সিদ্ধান্ত সম্বন্ধে অলপ সন্দিহান হৈ উঠিল। বৰুৱাদেৱে ছাত্ৰশক্তি, বনুৱাশক্তি, কৃষকশক্তি, নাৰীশক্তি, সকলো শক্তিৰ ওচৰত মাথোন এটি আবেদন জনালে যে ভাৰতৰ স্বাধীনতাৰ যুঁজ সফলতাৰে চলাবলৈ হ'লে একমাত্ৰ কংগ্ৰেছৰ আদৰ্শৰ ভেটিতহে সকলো অনুষ্ঠানে গঢ় ল'ব লাগিব— নহ'লে যি বিভেদৰ সৃষ্টি হ'ব সেই বিভেদে ভাৰতক আকৌ এন্ধাৰ যুগ এটালৈ ঠেলি লৈ যাব। বৰুৱাদেৱৰ আশীৰ্বাদ লৈ ছাত্ৰশক্তিয়ে ছাত্ৰ কংগ্ৰেছৰ জৰিয়তে আকৌ সংগঠিত হ'ল।

বনুৱা, কৃষক, নাৰীশক্তিৰ অনুষ্ঠানসমূহেও সুসংগঠিত হৈ উঠাৰ নতুন প্ৰেৰণা পালে। শেষ শিখা নুমুৱাৰ আগতে জ্বলি উঠাৰ দৰে অনিৰ্বাণ প্ৰেৰণাৰে তেওঁৰ ব্যক্তিত্বই জিলিকি উঠিল দেশক শেষ সংগ্ৰামৰ কাৰণে প্ৰস্তুতি যোগাবলৈ। ছাত্ৰশক্তি, তৰুণশক্তি দেশৰ ভৱিষ্যত— এই সত্য তেওঁ ছাত্ৰ-জীৱনৰেপৰাই উপলব্ধি কৰিছিল কাৰণেই অসমৰ সকলো কৃতী ছাত্ৰ-ছাত্ৰীৰ তালিকা আছিল তেওঁৰ আঙুলিৰ লেখত। নাৰীশক্তিয়ে নিজক চিনি নাপালে দেশেও নিজক চিনি নাপাব— এই বিশ্বাস তেওঁৰ আছিল কাৰণেই তেওঁ চিৰকুমাৰ মনটোৰে নীৰৱে জননী পূজাৰ বেদীত নিজকে উৎসৰ্গ কৰি দিছিল।

অনন্ত প্ৰেৰণাৰ এই বন্তিগছিৰ আয়ুস কালে যে লেখি আছিল সহকৰ্মী বন্ধুসকলে তেতিয়াও বুজা নাছিল সেয়ে তেওঁলোকে জেলৰপৰা ওলাই আহি বৰুৱাদেৱৰ ওচৰত আকৌ পথৰ সন্ধান বিচাৰিছিল। ১৯৪৫ চনৰ মাৰ্চ মাহত অনাস্থাৰ প্ৰস্তাৱৰপৰা হাত সাৰিবলৈ ছাদুল্লা চাহাবে বৰদলৈদেৱৰ কেবাটাও চৰ্ত্ত মানি লৈ যেতিয়া চুক্তি কৰিলে, অসমৰ বহু নেতা জেলৰপৰা খালাচ পাই ওলাই আহি আকৌ বৰুৱাদেৱৰপৰা ভৱিষ্যতৰ কাৰণে প্ৰেৰণা বিচাৰিলে। বৰুৱাদেৱৰ মনে যেন এই শুভ মুহূৰ্তৰ কাৰণেই ব্যাধিৰ আক্ৰমণকো বশ কৰি ৰাখিছিল। তেওঁ তেওঁৰ কল্পনাৰ আঁচনি সহকৰ্মীসকলৰ আগত দাঙি ধৰিলে।

প্ৰায় চাৰি বছৰৰ মূৰত ১৯৪৫ চনৰ ৮ আগষ্ট তাৰিখে শত সেৱকৰ স্মৃতি সনা তিলক ডেকা, ভোগেশ্বৰী আৰু লক্ষ্মীৰ নিচিনা বীৰ-বীৰাঙ্গনাৰ পৱিত্ৰ তেজেৰে ৰাঙলী হোৱা শ্বহীদ তীৰ্থ নগাঁৱত বৰুৱাদেৱৰ পৰামৰ্শৱলীৰ আলমত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ বিশেষ অধিৱেশন বহি তেওঁৰ নিৰ্দেশমতেই কাৰ্য্যাৱলী হাতত ল'লে। সকলো কৰ্মী উভতিল বৰুৱাদেৱক এই উদ্দীপনাময় অধিৱেশনৰ সকলো বাতৰি দিবলৈ। কৰ্মীসকলে সপোনতো ভবা নাছিল তেওঁলোকৰ কৰ্ণধাৰ গৰাকীয়ে কালপুৰুষৰ ইঙ্গিতলৈ, মহাকালৰ শেষ নিয়ন্ত্ৰণলৈ এইদৰে বাট চাই আছে।

১১ আগষ্ট তাৰিখে আবেলি পৰলৈকে বৰুৱাদেৱে উৎফুল্ল মনেৰেই বন্ধুসকলৰ লগত দেশৰ পৰিস্থিতি সম্পৰ্কে আলোচনা কৰি আছিল। ক্লান্ত দেখা গৈছিল যদিও সকলো শুনাৰ আগ্ৰহৰ অন্ত নাছিল। শ্ৰীঅমিয়কুমাৰ দাসদেৱ, শ্ৰীদেৱেশ্বৰ শৰ্মাদেৱ আৰু সিদ্ধিনাথ শৰ্মাদেৱে বৰুৱাদেৱক ভাগৰি

পৰা যেন দেখি নীৰৱে অলপ বিশ্ৰাম লওক বুলি তেওঁৰ শোৱা কোঠাৰপৰা বাহিৰলৈ উঠি আহিল। মৰণক ওচৰ চপাবলৈকে ছাগে হঠাতে এজনে বৰুৱাদেৱৰ হাতত এখনি টেলিগ্ৰাম দি গ'ল। টেলিগ্ৰামখনিৰ সাৰাংশ আছিল নলবাৰীৰ ৰেল পুলিচে হাইস্কুলৰ ছাত্ৰ এজনক নৃশংসভাৱে মাৰপিট কৰা সম্বন্ধে। শ্ৰীদাসদেৱে বৰুৱাদেৱৰ লগত এই সম্পৰ্কে আলোচনা কৰি বাহিৰলৈ ওলাই অহাৰ লগে লগে বেলিৰাম দাসদেৱ গৈ তেওঁৰ ওচৰত বহিল। বৰুৱাদেৱক সেই সময়ত ক্লান্ত দেখা গৈছিল যদিও অস্থিৰ হোৱা যেন দেখা নগৈছিল। অলপ পিছতে তেওঁৰ মুখত অস্বস্তিৰ চিন ফুটি উঠিবলৈ ধৰিলে। তেওঁ বিছনাত অস্থিৰভাৱে চট্‌ফটাই থকা যেন দেখি বেলিৰাম দাসদেৱে ঘৰৰ সকলোকে খবৰ দিয়াৰ লগে লগেই সকলোৱে প্ৰাণপণে তেওঁৰ কষ্ট লাঘৱ কৰাৰ কাৰণে শক্তিয়ে ঢুকি পোৱালৈকে সকলো চেষ্টা কৰিলে। নিয়তিৰ পৰিহাস, ডাঃ ভুবনেশ্বৰ বৰুৱাদেৱ সেই সময়ত তেখেতৰ কন্যা এগৰাকীৰ অসুখৰ কাৰণে কাৰ্ছিয়াঙলৈ যাবলগীয়া হৈছিল। ডাঃ বৰুৱাদেৱৰ অবিহনে তেখেতৰ কনিষ্ঠ ভ্ৰাতৃ ডাঃ কনক বৰুৱাদেৱে দায়িত্ব পালন কৰিছিল। বৰুৱাদেৱৰ অসুখ আৰম্ভ হোৱাৰ দুই মিনিটমান আগতেই ডাঃ কনক বৰুৱাদেৱ আহি পাইছিলহি আৰু বৰুৱাদেৱে অস্থিৰ হৈ "সোণক (ডাঃ কনক বৰুৱাক) মাতা। বৰ অস্বস্তি অনুভৱ কৰিছো। আগেয়েতো মোৰ এনেকুৱা কেতিয়াও হোৱা নাই— ইয়াকেই মৰণ কয় কিজানি। উস্ ৰাম!" —এই কেইষাৰি কথাৰ লগে লগেই বৰুৱাদেৱে মৰণৰ চৰণত নতি স্বীকাৰ কৰিলে। মহাজীৱন এটিক মহামৰণে সাৱটি ল'লে। উৎকণ্ঠিত বন্ধুসকলে ডাঃ কনক বৰুৱাদেৱক প্ৰশ্নৰ উপৰি প্ৰশ্ন বাণেৰে অতিষ্ঠ কৰি তুলিবলৈ ধৰিলে। ডাঃ বৰুৱাদেৱে শ্ৰীদাসদেৱক একাষৰীয়াকৈ মাতি নি মাথোন ক'লে, "হৃদযন্ত্ৰত এটা প্ৰৱল আক্ৰমণ হৈছে। সম্ভৱতঃ তেওঁ নেবাচিব।" তথাপিও ডাঃ বৰুৱাদেৱে ইন্‌জেক্‌চন এটা দি চালে। ডাঃ হৰেকৃষ্ণ দাসদেৱে খবৰ পাই আহি একে সমিধানকে দিলে— "আশা নাই!"

**১৯৪৫ চনৰ আগষ্ট মাহৰ ১১ তাৰিখে** জিতেন্দ্ৰিয়, ব্ৰহ্মচাৰী, দেশসেৱাব্ৰতী, চিৰকুমাৰ, অগ্নিযুগৰ পথ প্ৰবৰ্তক এগৰাকীয়ে জীৱনৰ শেষ মুহূৰ্তলৈকে দেশৰ কল্যাণ যজ্ঞত শেষ পুষ্পালি দি দেশবাসীৰ অন্তৰ-সিংহাসন শূন্য কৰি মেলানি মাগিলে। দেশে আপোনৰো আপোনজনক জনোৱাৰ দৰে

ভক্তি, শ্ৰদ্ধাঞ্জলি জনালে, চিৰকুমাৰৰ চিৰ সুহৃদসকলে গাঁৱে গাঁৱে শ্ৰাদ্ধতিথি পাতিলে, পৰিয়ালবৰ্গই নিজ ঘৰত আদ্যশ্ৰাদ্ধৰ সকলো আয়োজন কৰিলে। পৰিয়ালৰপৰা নগাঁৱৰ ঘৰত থকা শ্ৰীকমলা বৰুৱাদেৱে যথাবিধি আদ্যশ্ৰাদ্ধৰ কাম সম্পন্ন কৰিলে। চিৰকুমাৰৰ মুখাগ্নিৰ অধিকাৰী হ'ল তেওঁৰে ভতিজাক শ্ৰীমান টুনি।

নৰনাৰায়ণসেৱাক যিজনে ধৰ্ম বুলি লৈছিল, উদাৰ ধৰ্মভাবক ঠেক গণ্ডীৰ ভিতৰত বান্ধি যিজনে ধৰ্মক অৱমাননা কৰিব খোজা নাছিল, তেওঁৰ শ্ৰাদ্ধতিথি যেয়ে যিদৰেই কৰক তেওঁ আছিল সেই সকলোৰে ওপৰত এগৰাকী কালজয়ী পুৰুষ— যাৰ স্মৃতিৰ জ্যোতিক কালে মচিব নোৱাৰে।

অখণ্ড মননশীলতাৰ অধিকাৰী এই বীৰপুৰুষ গৰাকীক মানসিক শক্তিয়ে অজেয় কৰি ৰাখিলেও ৰোগৰ ওপৰত তেওঁ পৰাজয় স্বীকাৰ কৰিবলৈ বাধ্য হ'ল। সিংহপুৰুষ গৰাকীৰ সপোনে উত্তৰ-সাধকসকলৰ হাতত দায়িত্ব দি কালৰ বুকুত লীন হৈ গ'লেও অপৰাজেয় মৃত্যুৰ অধিকাৰী ত্যাগবীৰ নিজ ত্যাগেৰে আজিও অজেয়।

জননীপূজাৰ বেদীত আত্মোৎসৰ্গ কৰাজনৰ সমাধি ক্ষেত্ৰত দেশৰ জননীসকলেই স্মৃতিফলকত স্মৰণীয় কৰি থ'লে, তেওঁৰ স্মৃতিক চিৰ ব্ৰহ্মচাৰীৰ প্ৰতি সশ্ৰদ্ধ প্ৰণতিৰে।* ❐

---

* প্ৰবন্ধটি যুগুত কৰোঁতে শ্ৰীঅমিয়কুমাৰ দাসদেৱৰ দুটিমান প্ৰবন্ধ আৰু শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীদেৱৰ 'হেমচন্দ্ৰ বৰুৱা' (সংক্ষিপ্ত জীৱনীৰ) পৰা কিছু পুৰণি তথ্য সংগ্ৰহ কৰা হৈছে।

*লিখিকা*

**শ্ৰীপুষ্পলতা দাস**

# সংগ্ৰামেই যাৰ জীৱন

—ৰবীন কাকতী

'ত্যাগবীৰ' এই সন্মানিত উপাধিটো বৃটিছ গৱৰ্ণমেণ্ট বা পৰৱৰ্তিত স্বাধীন ভাৰত গৱৰ্ণমেণ্টে দিয়া নহয়। মৰণোত্তৰ কালত তেখেতৰ গুণগ্ৰাহী দেশবাসীয়ে 'ত্যাগবীৰ' সন্মানেৰে তেখেতৰ প্ৰতি শ্ৰদ্ধা জনাইছিল। তেখেত আছিল ত্যাগৰ এক জ্বলন্ত প্ৰতীক। দেশ সেৱাৰ আদৰ্শত ব্ৰতী হৈ ক্ষুদ্ৰ স্বাৰ্থৰ মেৰপাকৰ পৰা নিজকে আঁতৰত ৰাখি সম্পূৰ্ণভাৱে দেহে-কেহে দেশ সেৱাৰ কামত এখেতে জীৱন উচৰ্গা কৰিছিল। পৃথিৱীৰ বহুতো মানুহে ভোগ, ক্ষমতা বা নিজস্ব প্ৰভাৱ, গুণ-গৰিমা বিস্তাৰৰ কাৰণে ত্যাগ স্বীকাৰ কৰা দেখা যায়। কিন্তু দেশৰ স্বাধীনতাৰ কাৰণে আৰু জনসেৱাৰ কামকে একমাত্ৰ কাম্য কৰি লৈ ত্যাগবীৰে কেতিয়াও ভোগ, ক্ষমতা বা নিজৰ যশস্যাৰ কথা কল্পনা বা মনলৈ অনা নাছিল। পৃথিৱীৰ বুৰঞ্জীত আৰু ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীতো বহুতো নেতাই ক্ষমতা, ধন, মান-মৰ্য্যাদা আদিৰ লোভত সাময়িকভাৱে যথেষ্ট ত্যাগ স্বীকাৰ কৰা দেখা যায়। কিন্তু ত্যাগবীৰজনাই নিজৰ বাবে কেতিয়াও কিবা বিচৰা নাছিল। প্ৰকৃততে ত্যাগবীৰে অনাসক্ত জীৱন যাপন কৰিছিল।

এইজন মহান ত্যাগী পুৰুষৰ সংস্পৰ্শলৈ মই ১৯৩০ চনত আহোঁ। ১৯৩০ চনত হৰিসভাৰ মন্দিৰত ছাত্ৰ সভাৰ সন্মিলনত তেখেতৰ বক্তৃতা আৰু তাৰ পিছত হোৱা গুৱাহাটীত বৰ্তমান কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ভৱনত প্ৰাদেশিক কংগ্ৰেছৰ নতুনকৈ নিৰ্বাচিত হোৱা কংগ্ৰেছৰ সভাপতি বিষ্ণুৰাম মেধিৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত ত্যাগবীৰৰ বক্তৃতাত আমি বহুজন কটন কলেজৰ ছাত্ৰ অনুপ্ৰাণিত হৈ কলেজ বৰ্জন কৰা প্ৰতিজ্ঞা-পত্ৰত সভাতেই চহী কৰোঁ। পাছদিনা পুৱা কাপোৰ-কানিৰ এটি সৰু টোপোলা লৈ

ভৱিষ্যতৰ আশা, আকাংক্ষা, কল্পনা বিসৰ্জন দি মই আৰু মোৰ কম-মেট নগেন গগৈ, জেঠাইৰ ল'ৰা দেবেন বৰুৱা, যোৰহাটৰ কামাখ্যা বৰঠাকুৰ আদি হোষ্টেলৰপৰা ওলাই আহোঁ।

মোৰ সৌভাগ্য হৈছিল— স্বাধীনতা সংগ্ৰামত যোগ দিয়াৰ আৰম্ভণিতেই এইজন মহান ব্যক্তি আৰু বিপ্লৱীৰ ঘনিষ্ঠ সম্বন্ধত অহা আৰু তেওঁৰ আদৰ্শত অনুপ্ৰাণিত হৈ দেশ সেৱাত ব্ৰতী হৈ পৰোঁ। যৌৱনৰ আৰম্ভণিৰ পৰা স্বাধীনতা লাভৰ আগলৈকে এক যুগৰো ওপৰ কাল আমি একক সংখ্যক কৰ্মীয়ে তেওঁক অনুকৰণ কৰি অঘৰী বিপ্লৱী হৈ পৰিছিলোঁ। আৰু তেওঁৰ ঘনিষ্ঠ সম্বন্ধত আহি স্বাধীনতাৰ সংগ্ৰামত আৰু কংগ্ৰেছৰ সংগঠন, গঠনমূলক কাম আৰু জনসেৱাত নিজকে একনিষ্ঠভাৱে আত্মনিয়োগ কৰিবলৈ প্ৰেৰণা পাইছিলো।

হেমচন্দ্ৰ বৰুৱাদেৱে ওকালতি-ব্যৱসায়ত একনিষ্ঠভাৱে লগাহেঁতেন এজন অতি খ্যাতনামা উকীল হিচাপে খ্যাতি লাভ কৰি নিজৰ পৰিয়ালক ভীষণ দৰিদ্ৰতাৰ কৰাল গ্ৰাসৰ পৰা মুক্ত কৰি নিজেই এজন বিৰাট সা-সম্পত্তিৰ মালিক আৰু আনহাতে মান-সম্মান, যশস্যা, পদ লাভ কৰিব পাৰিলেহেঁতেন এচাম নেতাৰ দৰে। ১৯৩৭ চনৰ অসম বিধান সভাৰ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে উঠিবৰ কাৰণে তেওঁক জোৰ কৰা সত্বেও নিজে নুঠি অন্তৰঙ্গ বন্ধু জন-নায়ক অমিয়কুমাৰ দাসকহে হেচুকি দিয়ে। তেওঁ বিধান সভাৰ প্ৰাৰ্থী হ'বলৈ মান্তি হোৱাহেঁতেন, তেওঁৱেই হয়তো অসমৰ প্ৰধানমন্ত্ৰী হ'লহেঁতেন। তেওঁক বিয়া কৰাবলৈ জোৰ দি কেউ ফালৰপৰা ধৰাত সমিধান দিছিল— "যি বাট লৈছো— সমাজ সেৱাৰ, দেশ মুক্তিৰ এনে এটা বাট লৈ সাংসাৰিক জীৱনৰ বান্ধোনত সোমোৱাটো মহাপাপ। ........ যি ঘৰুৱা দায়িত্ব মোৰ আছে তাৰে যি পাৰো পালন কৰোঁ। কিন্তু নতুনকৈ নিজৰ বাবে আৰু দায়িত্ব বঢ়াই নলওঁ। জনসেৱা, দেশমুক্তি সংগ্ৰাম আৰু আনহাতে ওকালতি বা অন্যভাৱে সা-সম্পত্তি সংগ্ৰহ কৰা পথ লোৱাটো দুই নাওঁত দুই ভৰি দিয়া ধৰণৰ কথা। হেম বৰুৱা আছিল বিদ্ৰোহৰ অগ্ৰদূত, সময়ৰ লগত খাপ খুৱাই প্ৰগতিৰ বন্তি জ্বলাইছিল, দেশৰ অগণন জনগণৰ মাজত। হেম বৰুৱাই দেশৰ মেধাৱী ব্যক্তি আৰু যুৱ ছাত্ৰসকলৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। ১৯২১ চনৰ পাছৰ আন্দোলনত যোগ দিয়া বহুতো কংগ্ৰেছ নেতা আৰু

কৰ্মীয়ে মহাত্মা গান্ধীত ধৰ্মগুৰু হিচাপে শৰণ লৈ শিষ্যৰ দৰেই বা মহাত্মাৰ উপদেশবিলাক পুৰোহিতে উচ্চাৰণ কৰা বেদমন্ত্ৰৰ দৰেই উচ্চাৰণ কৰি জনসাধাৰণৰ মাজত বক্তৃতা দি নেতৃত্ব ৰাখিছিল। কিন্তু হেম বৰুৱাই কোনো মহাপুৰুষ বা মহাত্মাৰ শিষ্যত্ব গ্ৰহণ কৰা নাছিল। তেওঁ স্বাধীনতা যুদ্ধৰ এজন নিৰ্ভীক যোদ্ধা আছিল। মহাত্মা গান্ধীক তেওঁ সেনাপতি ৰূপেহে মানি লৈছিল। মহাত্মা গান্ধীৰ আদৰ্শ নীতিত বিশ্বাসবান আছিল যদিও একক সংখ্যকৰ দৰে অন্ধ অনুগামী নাছিল।

১৯৩০ চনত অসম কংগ্ৰেছ লুপ্ত হৈ পৰা অতিক্ৰমৰ বাতৰি পাই, তেজপুৰৰ পৰা দৌৰি আহিল— পুনৰ অসম কংগ্ৰেছ সজীৱ-সক্ৰিয় কৰি গঢ়ি তুলিলে আৰু লগে লগে জিলা কংগ্ৰেছ কমিটী আৰু কৰ্মীসকল সজীৱ-সক্ৰিয় হৈ উঠিল। ছাত্ৰ-সমাজকো জাগৃত কৰি তুলিলে। অসমৰ ১৯৩০-৩১ চনৰ আইন অমান্য আন্দোলনৰ গুৰিত আছিল প্ৰবীণ ত্যাগবীৰ আৰু জন-নায়ক অমিয়কুমাৰ দাস প্ৰমুখ্যে কেইজনমান মুষ্টিমেয় নেতা। দুৰ্ভাগ্যবশতঃ ১৯৩১ চনত শিৱসাগৰৰ বলিয়াঘাটত ৰায়ত সভাত যোগদান কৰিবলৈ যাওঁতে দিখৌ গড়াখহনীয়াত পৰি কঁকাল, হাত, ভৰিত ভীষণ আঘাত পায়। কিন্তু ভগ্ন স্বাস্থ্যৰে কাম কৰি গৈছিল দৃঢ় প্ৰতিজ্ঞভাৱে। ১৯৩৩ চনত ব্যক্তিগত সত্যাগ্ৰহ কৰি এবছৰ জেল হয়।

১৯৩৪ চনত ৰুগ্ন আৰু দুৰ্বল হৈ জুলাই মাহত জেলৰ পৰা মুক্ত হৈ আহে। ১৯৩৪ চনত হোৱা কেন্দ্ৰীয় এছেম্ব্লিত যি নিৰ্বাচন হৈছিল, অসমৰপৰা তৰুণৰাম ফুকনে অসম কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে দিল্লীৰপৰা পোনপটীয়াভাৱে অনুমোদন লৈ আহে। অসম কংগ্ৰেছে দিল্লীৰ নেতৃবৃন্দৰ এনে স্বেচ্ছাচাৰী কাৰ্য্যৰ তীব্ৰভাৱে প্ৰতিবাদ কৰি কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈক অসম কংগ্ৰেছ প্ৰাৰ্থী হিচাপে থিয় কৰায়। দিল্লীৰ কংগ্ৰেছ নেতাই অসম কংগ্ৰেছৰ সিদ্ধান্ত মানি ল'বলৈ বাধ্য হ'ল। দেশভক্তই স্বতন্ত্ৰীয়া প্ৰাৰ্থী হিচাপে নিৰ্বাচন যুদ্ধত নামে। তীব্ৰ প্ৰতিদ্বন্দ্বিতাত বৰদলৈ জিকে। ইয়াৰ গুৰিতে আছিল ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা। তেওঁ এই নিৰ্বাচনত ভগ্ন স্বাস্থ্যৰেই অতি দক্ষতা আৰু বিচক্ষণতাৰে পৰিচালনা কৰিছিল— কংগ্ৰেছ প্ৰাৰ্থী কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ হৈ।

কেন্দ্ৰীয় লেজিছলেটিভ্ এছেম্ব্লিৰ নিৰ্বাচনৰ পাছতে আহিল ১৯৩৭ চনৰ বিধান সভাৰ নিৰ্বাচন। প্ৰাদেশিক কংগ্ৰেছৰ একক সংখ্যক নেতা চিন্তিত

হৈ পৰিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ মৃত্যু— আনহাতে দেশভক্ত তৰুণৰাম ফুকন, ৰোহিণী চৌধুৰী, কামাখ্যা বৰুৱা প্ৰমুখ্যে নেতাৰ মিলিত জনমঞ্চ দল— মহম্মদ ছাদুল্লা আৰু মুছলীম লীগ, বিভিন্ন জনগোষ্ঠী সম্প্ৰদায়বিলাকে সুকীয়াভাৱে নিৰ্বাচনত প্ৰাৰ্থী থিয় কৰাবলৈ সিদ্ধান্ত কৰাত কংগ্ৰেছে অকলশৰে নিৰ্বাচন যুঁজত নামিলে কিজানি ডাঙৰ বিপৰ্য্যয় ঘটাৰ সম্ভাৱনাৰ ভয় কৰি জাতীয় ভাৱাপন্ন দলৰ সৈতে বুজাবুজি কৰি সংযুক্তভাৱে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ আলোচনা চলিল ভিতৰুৱাভাৱে একক সংখ্যক প্ৰাদেশিক কংগ্ৰেছ নেতাৰ মাজত।

ত্যাগবীৰ হেম বৰুৱাই ইয়াৰ বিৰোধিতা কৰি কংগ্ৰেছে নিজস্বভাৱে নিৰ্বাচনৰ যুঁজত প্ৰতিদ্বন্দ্বিতা কৰাৰ দৃঢ়মত প্ৰকাশ কৰে। কংগ্ৰেছ প্ৰাৰ্থীয়ে বিশেষকৈ অসম উপত্যকাত বিৰাট সফলতা লাভ কৰে, যিটো কোনোৱেই ভবা নাছিল। অসুস্থ শৰীৰেৰে তেওঁ নিৰ্বাচন পৰিচালনা কৰিছিল।

১৯৩৮/৩৯ চনত গোপীনাথ বৰদলৈদেৱৰ নেতৃত্বত গঠন হোৱা সংযুক্ত মন্ত্ৰীসভাই তেওঁৰ পৰামৰ্শ অনুসৰি কৃষকৰ আঠঅনা খাজনা মাফ, কৃষি আয়কৰ, ডিব্ৰুগড়, শিৱসাগৰ মহকুমাৰ কানি বন্ধ ইত্যাদি জনহিতকৰ কাম হাতত লৈছিল।

ভগ্ন স্বাস্থ্যৰে ত্যাগবীৰ হেম বৰুৱাই ভৱিষ্যত সংগ্ৰামৰ কাৰণে প্ৰাদেশিক আৰু জিলা কংগ্ৰেছ সংগঠন আৰু সেৱাদল গঠনত জোৰ দিছিল। বিভিন্ন জিলালৈ গৈ গাঁৱে-ভূঞে, সংগঠনৰ বিষয়ে দিহা-পৰামৰ্শ দি কৰ্মীসকলক উৎসাহিত কৰিছিল। অতিপাত পৰিশ্ৰমৰ ফলত তেওঁ অসুস্থ হৈ শয্যাগত হৈ পৰে।

১৯৩৯ চনৰ মাৰ্চ মাহত বহা ত্ৰিপুৰী কংগ্ৰেছ অধিৱেশনলৈ সেই ভগ্ন স্বাস্থ্যৰে তেখেত গৈছিল। মই সেই অধিৱেশনতে অসুস্থ হৈ পৰো। সেই যুগত ৰেলত চাৰিটা শ্ৰেণী আছিল— প্ৰথম, দ্বিতীয়, ইণ্টাৰ আৰু তৃতীয় শ্ৰেণী। সকলো নেতা আৰু কৰ্মী এই অধিৱেশনলৈ দল বান্ধি তৃতীয় শ্ৰেণীত গৈছিলো। কংগ্ৰেছ সভাপতিৰ আকৌ স্বাস্থ্য বেয়া গতিকে এটা ইণ্টাৰ শ্ৰেণীৰ টিকট কৰা হৈছিল ত্যাগবীৰৰ কাৰণে। মোৰ অসুস্থতাৰ কাৰণে ত্যাগবীৰ হেম বৰুৱাই সেই চিতটোতে মোক আহিবলৈ দিয়ে আৰু তেখেতে তৃতীয় শ্ৰেণীত আহে। কৰ্মীৰ প্ৰতি এনে মৰম-স্নেহ আছিল ত্যাগবীৰজনাৰ। এনে মহান মানৱীয়তাৰ আৰু বহুতো উদাহৰণ আছে তেওঁৰ।

১৯৪০/৪১ চনৰ ব্যক্তিগত সত্যাগ্ৰহত স্বাস্থ্যজনিত কাৰণত গান্ধীজীয়ে তেওঁক সত্যাগ্ৰহ কৰাৰ পৰা অব্যাহতি দিছিল। তেওঁ ব্যক্তিগত সত্যাগ্ৰহ আৰু তাৰ পিছত ১৯৪২ চনত গণ বিপ্লৱৰ গুৰি ধৰিছিল শয্যাগত অৱস্থাৰেই।

১৯৪৪ চনত লোকপ্ৰিয় গোপীনাথ বৰদলৈ প্ৰমুখ্যে কেইজনমান নেতা আৰু একক সংখ্যক কৰ্মীয়ে জেলৰপৰা মুক্তি লাভ কৰে। সেই বছৰৰে জুন মাহত হৰেশ্বৰ গোস্বামীৰ দেউতাকৰ ঘৰত গুপ্তভাৱে মুক্ত হৈ অহা নেতা আৰু কৰ্মীসকলৰ এখন সভা বহিছিল। ভৱিষ্যতৰ কাৰ্য্যপদ্ধতিৰ বিষয়ে আলোচনা কৰাৰ অৰ্থে। এই সভাত একক সংখ্যক কৰ্মীয়ে অনুশোচনা কৰিছিল যে তেওঁলোকে গান্ধীজীৰ অহিংসা নীতিৰ বিৰুদ্ধে গৈ ৰেললাইন বগৰোৱা, চৰকাৰী ঘৰত জুই দিয়া ইত্যাদি যিবিলাক কাম কৰিছিল তাৰ অনুশোচনা কৰি এটা প্ৰস্তাৱ গ্ৰহণৰ কথা উলিয়াইছিল। ত্যাগবীৰে নীৰৱে এখন আৰামী চকীত বহি এই আলোচনা শুনি আছিল। তেওঁ হঠাতে উত্তেজিত হৈ গৰজি উঠিল— "যি হ'ল হ'ল, তাৰ বাবে অনুতাপ কৰাৰ কোনো প্ৰয়োজন নাই। এনে কামৰ বাবে ডেকা-গাভৰুসকলক আমিয়েই উদগণি আৰু পৰামৰ্শ দিয়া নাছিলো জানো? বহুতো গুলীত মৰিল। বহুতো চিৰ জীৱনৰ কাৰণে ঘূণীয়া হ'ল। কুশল কোঁৱৰৰ ফাঁচী হ'ল। জেল হ'ল বহুতৰে— নিৰ্য্যাতন ভুগিলে অসংখ্য মুনিহ-তিৰোতাই আৰু ডেকা-গাভৰুৱে। এই সকলো মই মূৰ পাতি লৈছোঁ। তাৰ বাবে যি শাস্তি হয় সেই শাস্তিৰ বাবে মই সাজু আছো। কংগ্ৰেছৰ পৰা বহিষ্কাৰ কৰিলে কৰিব"— এই কথা শুনি সকলো নিমাত হ'ল।

ত্যাগবীৰে গোটেই জীৱনটো ছাত্ৰভাৱেই কটাইছিল। ছাত্ৰ সন্মিলনৰ আৰু ছাত্ৰসকলৰ ওপৰতো তেখেতৰ জীৱন জুৰি প্ৰভাৱ আছিল। ত্যাগবীৰজনাই তেওঁৰ যুগৰ অসমৰ ডেকা-গাভৰু, ছাত্ৰ-ছাত্ৰী কোন বছৰত কোনে মেট্ৰিকুলেশ্যন পৰীক্ষাত প্ৰথম, দ্বিতীয়, তৃতীয় হৈছে— বি.এ. আদি পৰীক্ষাত কোন কোন ছাত্ৰই সুখ্যাতিৰে পাছ কৰিছে তেওঁৰ মুখতে আছিল। দেশ সেৱাৰ কাৰণে কোনে ক'ত কি কৰিছে সকলো খবৰ ৰাখিছিল। দেশ সেৱাৰ কামত কাক ক'ত লগাব পাৰে এয়েই তেওঁৰ আছিল দৃষ্টিভংগী।

ত্যাগবীৰ এজন খ্যাতনামা সাহিত্যিকো আছিল। কেইবাখনো কিতাপ পুস্তিকা, বহুতো মূল্যবান ৰচনা, সেই সময়ৰ 'বাঁহী' আদি বিভিন্ন আলোচনী আৰু অসমীয়া সাপ্তাহিক কাগজত প্ৰকাশ কৰিছিল। তেওঁ অসমৰ থলুৱা

বাসিন্দাসকলৰ অৰ্থনৈতিক শোচনীয় অৱস্থা আৰু শোষণৰ বিষয়ে অধ্যয়ন আৰু সেই সমস্যাৰ বিষয়ে প্ৰবন্ধ আদি লিখিছিল।

তেওঁ আছিল এজন কিতাপৰ পোক। তেওঁ আজৰি সময়ত সৰহ ভাগ সময় বিভিন্ন ইতিহাস, ৰাজনৈতিক, অৰ্থনৈতিক বিষয়ৰ কিতাপ, বাতৰি কাকত, আলোচনী ইত্যাদি পঢ়াত ব্যস্ত আছিল। কংগ্ৰেছ অধিৱেশনলৈ যাওঁতে চাহপাত, এৰিয়া চাদৰ আৰু থান আদি লৈ গৈছিল। সেইবিলাক বিক্ৰী কৰি যোৱা-অহা খৰচ উলিয়াবৰ অৰ্থে। অধিৱেশনত আমি উদ্দেশ্য-বিহীনভাৱে ঘূৰি ফুৰো। কিন্তু তেওঁ প্ৰতিটো অধিৱেশনতে ওলোৱা দৈনিক বাতৰি, আলোচনী আদি সংগ্ৰহ কৰি আনি চৰপাইখনতে শুই পঢ়াত সততে মগ্ন হৈ থকা আমি দেখা পাইছিলো।

১৯৪২ চনত অসমৰ পৰিস্থিতি আছিল কি? যুক্তৰাষ্ট্ৰ আমেৰিকাৰ জাপানৰ অগ্ৰগতিত বাধা দিয়া আনহাতে চীনলৈ খাদ্য, বস্ত্ৰ আদি পঠোৱাৰ পথ আদি সুগমকৈ ৰখা অৰ্থে নগৰে চহৰে, গাঁৱে-ভূঞে যুক্তৰাষ্ট্ৰ আমেৰিকাৰ বগা-ক'লা সৈন্যৰ কোঠ। ভাৰত গৱৰ্ণমেণ্টে যুক্তৰাষ্ট্ৰক ভাৰত ৰক্ষাৰ ভাৰ দি বিশেষকৈ অসমত গণ আন্দোলন মষিমূৰ কৰিবলৈ সামৰিক বাহিনী নিয়োগ কৰিছিল। এনে বিপদজনক পৰিস্থিতিৰ মাজতো অসমৰ থলুৱা ৰাইজে, ডেকা-গাভৰুৱে গণ আন্দোলনৰ জুই ব্যাপকভাৱে জ্বলাই তুলিছিল অসমব্যাপি অসম গণবিপ্লৱৰ গুৰি ধৰিছিল ৰুগ্ন শয্যাৰ পৰাই ত্যাগবীৰ হেম বৰুৱাই। কোন ক'ত আছে বা কি কৰিছে, ক'লৈ কাক পঠাব লাগে— কোন কোন পৰিয়ালৰ সাহায্যৰ প্ৰয়োজন সকলো দিহা দিছিল বিচনাৰ পৰাই তেওঁ। গুপ্তভাৱে কাম কৰা কৰ্মীসকল তেওঁৰ বুদ্ধি পৰামৰ্শ বিচাৰি আহিছিল সততে। তেওঁৰ কোঠাটো হৈ পৰিছিল গণ আন্দোলনৰ প্ৰধান কেন্দ্ৰৰ দৰে।

১৯৪৪ চনৰপৰা গণ-বিপ্লৱৰ গতি ক্ৰমে নিস্তেজ হৈ পৰে। আনহাতে মিত্ৰপক্ষৰ জয়যাত্ৰা। এনে পৰিস্থিতিত মুক্ত হৈ অহা কৰ্মীসকলক হতাশ, অৱসাদ আৰু ভৱিষ্যতৰ চিন্তাই আৱৰি ধৰাতো স্বাভাৱিক। বহুতো আহিছিল ত্যাগবীৰৰ ওচৰলৈ ভৱিষ্যতৰ কাৰ্য্যপন্থাৰ বিষয়ে পৰামৰ্শ বিচাৰি। মানসিক, শাৰীৰিক যন্ত্ৰণাত পৰি আছে তেওঁ— কিন্তু সকলোকে সেই চিৰ পৰিচিত মৃদু হাঁহিৰেই দিছিল নতুন প্ৰেৰণা নতুন আশা।

১৯৪৫ চনৰ ৯ আগষ্টত দুদিনীয়াকৈ নগাঁৱত অসম প্ৰাদেশিক কংগ্ৰেছ আৰু লগতে কৰ্মীসকলৰ সভা বহিছিল। ১১ তাৰিখে ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ মৃত্যুৰ বাতৰিত সকলো শোকমগ্ন হৈ পৰিলে। গুৱাহাটীলৈ আহিলো বহুতো— আমাৰ শেষ শ্ৰদ্ধা জনাবলৈ। পাছদিনা অৰ্থাৎ ১২ আগষ্টত তেওঁৰ নশ্বৰ দেহ নৱগ্ৰহ শ্মশানত দাহ কৰা হয়। কেইজনমান গুণমুগ্ধ বন্ধু আৰু কৰ্মীয়ে এটা স্তম্ভ নিৰ্মাণ কৰিছিল— তেওঁক দাহ কৰা স্থানতে। কিন্তু তাকো ধ্বংস কৰি পেলালে।

ত্যাগবীৰৰ স্মৃতি ৰক্ষাৰ্থে এখন কমিটী গঠন কৰা হয়। এই কমিটীয়ে অনুমান ৫৫ হেজাৰ মান টকা সংগ্ৰহ কৰিছিল আৰু ষ্টেডিয়ামৰ সমুখত থকা হৰিজন বস্তিত এটা ঘৰ নিৰ্মাণ কৰে। হৰিজনসকলৰ ল'ৰা-ছোৱালীক পঢ়ুৱাবৰ কাৰণে আৰু নিৰক্ষৰতা দূৰ কৰা, মাদক দ্ৰব্য বৰ্জন আদিৰ কৰ্মী প্ৰশিক্ষণৰ উদ্দেশ্যৰে।

ষ্টেডিয়ামৰ ওচৰত হৰিজন কলনিত আগতে উল্লেখ কৰা ঘৰটোৰ বাহিৰে তেওঁৰ স্মৃতি ৰক্ষাৰ্থে প্ৰাদেশিক কংগ্ৰেছ বা ৰাজ্যিক চৰকাৰ নাইবা ৰাজহুৱাভাৱে আৰু একো বিশেষ কৰা হোৱা নাই। জননায়ক অমিয়কুমাৰ দাসদেৱক তেজপুৰ ৰাইজে সম্বৰ্দ্ধনা জনাইছিল, ১৭ হেজাৰ টকাৰ পুঁজি দিছিল এই উপলক্ষে তেওঁক। এই টকা তেওঁ হেম বৰুৱা ন্যাস কমিটীৰ নামত জমা ৰাখিছিল। সি গৈ ২০ হেজাৰ হোৱাত সেই টকাৰে ত্যাগবীৰৰ নামত এখন স্মৃতিগ্ৰন্থ প্ৰকাশ কৰা হয় ১৯৭১ চনত। পুনৰ ঢেকীয়াজুলি ৰাইজে জননায়ক অমিয়কুমাৰ দাসক সম্বৰ্দ্ধনা জনোৱা উৎসৱত ৭০ হেজাৰ টকা দিছিল। মই জনাত এই টকাৰে তেজপুৰত কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আৰু ত্যাগবীৰৰ নামত এখন 'যক্ষ্মা ৰোগী' হস্পিতাল আৰু এটা স্মৃতিভৱন সজা হয়— জননায়ক গৰাকীৰ প্ৰচেষ্টাত। জামুগুৰিত তেওঁৰ নামত এখন কলেজ আৰু নগাঁৱৰ পুৰণি গুদামত এখন স্কুল খোলাৰ কথা জানো।

শ্মশানৰ স্তম্ভ বিলুপ্ত কৰা হ'ল। ত্যাগবীৰৰ ফটো প্ৰাদেশিক আৰু জিলা কংগ্ৰেছৰ অফিচ উজান বজাৰৰ অতীতৰ প্ৰসিদ্ধ প্ৰাদেশিক কংগ্ৰেছৰ ভৱন— যিটো নিৰ্মাণ কৰিছিল ত্যাগবীৰজনাই, তাতো থকা ফটো আৰু হৰিজন বস্তিৰ ত্যাগবীৰৰ স্মৃতিত সজা ঘৰটোত তেওঁৰ যি ফটো আছিল সকলো নিচিহ্ন হৈ গ'ল। তেওঁৰ লিখিত কিতাপ পুস্তিকা, ৰচনাৱলী আৰু তেওঁৰ বিষয়ে লেখা পুস্তিকা আদি সকলো বিলুপ্তি হৈ পৰিল কালৰ সোঁতত। ❑

# ত্যাগবীৰৰ সোঁৱৰণত

—বনমালী শৰ্মা

বিদেশী শাসনৰপৰা ভাৰত আজি মুক্ত। যিসকল মহান পুৰুষৰ আপ্ৰাণ চেষ্টাৰ ফলত দেশ স্বাধীন হ'ল, তেওঁলোকৰ সোঁৱৰণত শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰা সকলো দেশবাসীৰে এটি বিশেষ কৰ্তব্য। স্বাধীন দেশৰ নাগৰিক হিচাপে যি মৰ্য্যাদা আমি পাইছোঁ তাৰবাবে সকলোৱে তেওঁলোকৰ ওচৰত ঋণী। সেই ঋণ পৰিশোধ কৰিবলৈ তেওঁলোকে দাঙি ধৰা আদৰ্শক বাস্তৱত ৰূপায়িত কৰাৰ গুৰুভাৰ আমাৰ ওপৰত। স্বাধীন দেশৰ যি ৰূপ আগত ৰাখি তেওঁলোকে নিজৰ জীৱন পৰ্য্যন্ত উছৰ্গা কৰিবলৈ পিছহোঁহকা নাছিল, তাক আমি পাহৰি থাকিলে আমাৰ জাতীয় জীৱনৰ উৎস লাহে লাহে শুকাই যাব। যি সকল মহান পুৰুষৰ নাম আমি কেতিয়াও পাহৰিব নোৱাৰোঁ তাৰে ভিতৰত হেম বৰুৱা আছিল অন্যতম।

মৰণোত্তৰ কালত হেম বৰুৱাক তেখেতৰ গুণগ্ৰাহী দেশবাসীয়ে 'ত্যাগবীৰ' বুলি অভিহিত কৰিছে। দৰাচলতে তেখেত আছিল ত্যাগৰ এক জ্বলন্ত প্ৰতীক স্বৰূপ। দেশসেৱাৰ আদৰ্শ আগত লৈ, ক্ষুদ্ৰ স্বাৰ্থৰ মেৰপাকৰপৰা নিজকে আঁতৰাই ৰাখি, দেহে-কেহে দেশৰ কামতেই নিজকে তেখেতে উছৰ্গি দিছিল। সংসাৰত বহুতো মানুহকে ভোগৰ আশাত ত্যাগ স্বীকাৰ কৰা দেখা যায়। দেশৰ মঙ্গলকে একমাত্ৰ কাম্য কৰি লৈ তেখেতে কেতিয়াও ভোগৰ কথা মনলৈ অনা নাছিল। ৰাজনৈতিক ক্ষেত্ৰত বহুতে ক্ষমতা, ধন, মান-মৰ্য্যাদাৰ লোভত সাময়িকভাৱে যথেষ্ট ত্যাগ স্বীকাৰ কৰে। কিন্তু তেখেতে নিজৰ বাবে কেতিয়াবা কিবা বিচাৰিছিল বুলিও আমি নাজানো। মুঠ কথা, তেখেতে প্ৰকৃত অনাসক্ত জীৱন যাপন কৰিছিল।

তেখেত আছিল অবিবাহিত। দেশৰ কামত লাগি থাকি নিজৰ পৰিয়ালবৰ্গৰ কথাও মনলৈ নানিছিল। তেখেতৰ মানত সমগ্ৰ দেশবাসীয়ে নিজৰ পৰিবাৰভুক্ত আছিল। মেধাৱী আইনজীৱী হিচাপে প্ৰতিষ্ঠা লাভ কৰা তেখেতৰ পক্ষে একো টান কথা নাছিল। তেনে অৱস্থাতো স্বাধীনভাৱে ধন-সম্পত্তি কৰিব পাৰিলেহেঁতেন। কিন্তু এইবোৰ ক্ষুদ্ৰ স্বাৰ্থৰ কথাই তেখেতৰ মনত ঠাই নাপাইছিল। ছাত্ৰাবস্থাৰপৰাই নিঃস্বাৰ্থ দেশসেৱক হিচাপে হেম বৰুৱা আৰু অমিয় দাসৰ নাম শুনি আহিছোঁ। কিন্তু নিজাকৈ ৰাজনৈতিক কোনো আকাঙ্ক্ষা নথকাত তেখেতসকলৰ কাষ চপাৰ প্ৰয়োজন বোধ কৰা নাছিলোঁ। সৌভাগ্যবশতঃ ড° বাণীকান্ত কাকতি আৰু ড° মথুৰানাথ গোস্বামীদেৱৰ সান্নিধ্যত থকা গুণে এই দুয়োজন দেশসেৱকৰ মহান ব্যক্তিত্বৰ আভাস পাওঁ আৰু তেতিয়াৰপৰাই তেখেতসকলক লগ পোৱাৰ অভিলাষ জন্মে। ভাগ্যচক্ৰত বি-এ পৰীক্ষা দি উঠিয়েই ব্যক্তিগত কাৰণত অমিয়কুমাৰ দাসৰ কাষ চাপিব লগা হয় আৰু সেই প্ৰথম পৰিচয়ৰপৰাই তেখেতৰ সুমহান ব্যক্তিত্বৰ প্ৰতি আকৰ্ষণ জন্মে। ১৯৪১ চনত এম-এ পাছ কৰি আহি গুৱাহাটীত থাকিবলৈ লওঁ আৰু চাকৰি বিচৰা কালছোৱাত ড° মথুৰানাথ গোস্বামীদেৱেই আশ্ৰয় দি ৰাখে। এনেতে দ্বিতীয় মহাযুদ্ধৰ প্ৰভাৱ দেশৰ চুকে-কোণে পৰে আৰু অনিৰ্দিষ্ট ভৱিষ্যতৰ কথা ভাবি দেশবাসীৰ মনত অস্থিৰতাই দেখা দিয়ে। এই পৰিৱেশত '৪২ৰ গণ-আন্দোলন আৰম্ভ হয়। দেশৰ প্ৰবীণ নেতাসকলে স্বাধীনতা সংগ্ৰামত কাৰাবৰণ কৰিলে; বহুতো ডেকা-গাভৰুৱে নিজৰ জীৱন বিপন্ন কৰি দেশৰ স্বাধীনতাৰ অৰ্থে দেশবাসীক যুদ্ধৰপৰা বিৰত ৰাখিবলৈ সংগ্ৰাম চলালে। এইদৰে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে স্বাধীনতা সংগ্ৰাম মহাযুদ্ধৰে এটা বিশিষ্ট দিশ হৈ পৰিল। দেশৰ এই সন্ধিক্ষণত বিদেশী শাসকৰ দমন-নীতিয়ে জনগণক বিক্ষুব্ধ কৰি তুলিলে।

দেশৰ এই সন্ধিক্ষণত ৰুগ্নাৱস্থাৰ কাৰণে হেম বৰুৱাই কাৰাবৰণ নকৰাকৈ আছিল। সেই বুলিয়েই তেখেতে গণ-আন্দোলনৰপৰা আঁতৰি থকা নাছিল। অসমৰ চুকে-কোণে ক'ত কি হৈছে, সকলো কথাৰে ভু ৰাখিছিল আৰু গণ-আন্দোলনৰ গতি অব্যাহতভাৱে নিৰ্দিষ্ট লক্ষ্যৰ পিনে আগুৱাই নিছিল। সুদক্ষ চোৰাংচোৱাৰ চকুতো ধূলি দি, শাৰীৰিক দুঃখ-কষ্টকো আওকাণ কৰি তেখেতে কিদৰে আন্দোলন চলাইছিল সেইটো সুনিশ্চিতভাৱে কোনেও গম পোৱা নাছিল।

সেই সময়তে ড° মথুৰানাথ গোস্বামীদেৱৰ ঘৰত পোনতে তেখেতৰ লগত সাক্ষাৎ হয়। হাতত লাখুটি লৈ মুখত হাঁহি এটা মাৰি "গোসাঁই আছেনে?" বুলি মাত এষাৰ মাতি বাটচ'ৰাত সোমায়হি। চেনি নিদিয়া চাহ একাপেই হ'ল তেওঁৰ জলপান। ৰেডিঅ'ত অহা আন্তৰ্জাতিক পৰিস্থিতিৰ বাতৰি লৈ অলপ পিছতে আকৌ লাহে লাহে লাখুটিত ভৰ দি পুৰণি কংগ্ৰেছ অফিচৰ পিনে উভতি যায়। মোৰ লগত এদিন পৰিচয় কৰি দিয়াত হাঁহি এটাৰে খা-খবৰ লৈ মাথোন ক'লে, "বাৰু, মাজে সময়ে লগ পাম।" মোৰ সহপাঠী আৰু অন্যান্য বহুতো ছাত্ৰৰ খবৰ ইতিমধ্যে তেখেতে নিজেই মোক দিলে। আচৰিত কথা, অসমৰ ডেকা-গাভৰু, ছাত্ৰ-ছাত্ৰীয়ে কোনে ক'ত কি কৰিছে সকলো খবৰ তেখেতৰ মুখতে থাকে। দেশসেৱাৰ কামত কাক ক'ত লগোৱা হ'ব এয়ে তেখেতৰ আছিল দৃষ্টি। নিজৰ অৱস্থালৈ চাই কিদৰেনো মই জীৱিকা উপাৰ্জন কৰোঁ আৰু নিজৰ ঘৰখন বচাই ৰাখোঁ তাকেই চিন্তা কৰি থাকোঁ। কেতিয়াবা নিজৰ সমস্যা লৈ হেম বৰুৱাৰ কাষ চাপিলে হাঁহি মাৰি উপদেশ দিয়ে, "হ'ব বাৰু, এতিয়া দেশৰ অৰ্থনৈতিক তথ্য-পাতি সংগ্ৰহ কৰি সেইবোৰ বাতৰি কাকতৰ যোগেদি ৰাইজৰ আগত দাঙি ধৰা। আমাৰ দেশখন তেনেই পিছপৰা, নিজৰ অৱস্থাটো ভালদৰে বুজি ল'বলৈ তথ্য-পাতি লাগে, তেতিয়াহে দেশখনক আগুৱাই নিব পাৰি।"

তেখেতৰ ইঙ্গিত বুজিবলৈ বাকী নাথাকিল। দুই-চাৰিটা প্ৰবন্ধ লেখিবলৈ হাতত ল'লোঁ, তেখেতে নিজেই সেইবোৰ চাই দিলে আৰু মোৰ অভিৰুচিকে লক্ষ্য কৰি অইন নামত ছপোৱাৰ দিহা কৰি দিলে। তেখেতৰ তীক্ষ্ণ বুদ্ধি আৰু ৰাজনৈতিক দূৰদৰ্শিতাৰ পৰিচয় মই নিদিলেও হ'ব। বহুতো জটিল কথা তেখেতে ফঁহিয়াই বুজাই দিলে— বিদেশী শাসনৰ পৰিণাম স্বৰূপে দেশখন কিদৰে সকলো পিনেদি তললৈ নামি যাব ধৰিছে তাকো বুজিবলৈ বাকী নাথাকিল। প্ৰায় আবেলি ফুৰিবলৈ ওলাই তেখেতক লগ পোৱাটো এটা কৰ্তব্যৰ নিচিনা হৈ পৰিল। গাঁও-ভূঁইৰপৰা অহা বহুতো মানুহক তেখেতৰ তাত দেখা পাইছিলোঁ। প্ৰত্যেককে নিজৰ নিজৰ ঠাইত কাম-কাজ ভগাই দিছিল তেখেতে, আৰু সকলোকে দেশসেৱাৰ বাবে প্ৰেৰণাও দিছিল তেখেতে। যোগ্যতা অনুযায়ী দেশৰ জনশক্তি কিদৰে নিয়োগ কৰা উচিত তেখেতে ভালদৰেই উপলব্ধি কৰিছিল।

দেশৰ কাম চলাবলৈ হ'লে ধনৰ আৱশ্যক। চোৰাং বেপাৰ আৰু মিলিটাৰি ঠিকা কৰি কেতবোৰ মানুহে সেই সময়ত যথেষ্ট ধন ঘটিছিল আৰু পুঁজিপতি হৈছিল। যিসকল মানুহৰ কাৰ্য্যকলাপ স্বাধীনতা সংগ্ৰামৰ পৰিপন্থী আছিল, ধনৰ লোভত সেই সকলৰ আশ্ৰয়প্ৰাৰ্থী হোৱাটো তেখেতৰ মনঃপুত নাছিল। স্বেচ্ছাসেৱীসকলে সহৃদয় ৰাইজৰপৰা যি ২।৪ পইচা সহায় পাইছিল তাকে লৈয়েই কংগ্ৰেছৰ ধনৰ পুঁজি হৈছিল। তাৰে প্ৰায়খিনি খৰচ হৈছিল দেশৰ কামত। নিজৰ কাৰণে তেখেতে যি ৰাখিছিল তাৰে ভালদৰে দুসাজ খোৱাও সম্ভৱপৰ নহৈছিল। লোণ আৰু জলকীয়াৰে ভাত এমুঠি খায়ো তেখেতে বহুদিন কটাইছে। তেতিয়াও তেখেতৰ মুখত হাঁহি আৰু মনত অদম্য উৎসাহৰ অভাৱ হোৱা নাছিল। গৰীৱ দেশৰ নেতা হৈ নিজেও সাধাৰণ গৰীৱৰ নিচিনাকৈ চলিছিল।

ৰুগ্ন শৰীৰ লৈ এইদৰে পৰিশ্ৰম কৰি চলা লাহে লাহে তেখেতৰ বাবে টান হৈ পৰিল। তেনে অৱস্থাত তেখেতৰ আলপৈচান ধৰা সহজ নাছিল। অথচ দেশৰ অৱস্থালৈ চাই তেখেতক বচাই ৰখাটোও এটা মহান কৰ্তব্য হৈ পৰিল। এই সময়তে তেখেতৰ সহকৰ্মী ডাঃ ভুৱনেশ্বৰ বৰুৱাই নিজৰ ঘৰতে তেখেতক আশ্ৰয় দি ৰাখিলে। বৰুৱাদেৱৰ যত্নত থাকি দেশৰ কাম চলোৱাত তেখেতৰ সুবিধা হ'ল। তেখেত থকা কোঠালীটোৱে ৰাজনৈতিক আশ্ৰমৰ নিচিনা হৈ পৰিল।

মহাযুদ্ধৰ অৱসানৰ লগে লগে দেশৰ ভৱিষ্যতৰ কথাক লৈ নানা ধৰণৰ জল্পনা-কল্পনা চলিবলৈ ধৰিলে। ভাৰতক স্বাধীনতা দিয়াৰ বিষয় লৈ যিবোৰ প্ৰস্তাৱ দেশবাসীৰ আগত দাঙি ধৰা হ'ল সেইবোৰৰ যুক্তিযুক্ততা বিচাৰ কৰা এটা দায়িত্বপূৰ্ণ কাম হৈ পৰিল। অসমৰ স্বাৰ্থৰক্ষাৰ বাবে তেখেতে নিৰ্ভীকভাৱে বহুতো প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। যদি স্বাধীনতাৰ নামত অসমৰ সুকীয়া সত্তা নাশ কৰিব লাগে, তেতিয়া হ'লে অসমবাসীয়ে নিজৰ ভৰিত থিয় দি নিজৰ ভৱিষ্যত গঢ়ি ল'ব— এয়ে হ'ল তেখেতৰ সমিধান।

১৯৪৫ চনত নকৈ পতা দৰং কলেজত শিক্ষকতাৰ কাম এটা পাই তেখেতৰ অনুমতিক্ৰমে তেজপুৰলৈ গ'লোঁ। তাত দুমাহমান অধ্যাপনা কৰিয়েই অসুখত পৰিলোঁ আৰু শেষত গৈ অস্ত্ৰোপচাৰ কৰিব লগা হ'ল। মই তেতিয়া হস্পিতালত— প্ৰায় জ্ঞানশূন্য অৱস্থা। এদিন হঠাতে কাৰ্ড এটি

পালোঁ কংগ্ৰেছ-কৰ্মী শ্ৰীনবীন গোস্বামীৰপৰা— “উকীল মামা আৰু নাই, মোৰ অৱস্থা মন কৰিবা।” হেম বৰুৱাই ইহলীলা সম্বৰণ কৰিলে। শেষ সময়ত মই দেখা নাপালোঁ। তাৰ কেইদিনমান পিছতো মোৰ অচেতন অৱস্থা। ৰাতি ভুল বকো হেনো। অৰ্দ্ধচেতন অৱস্থাত তেখেতৰ থকা কোঠালীটোৰ পিনে যোৱা যেন পাওঁ আৰু প্ৰশ্ন কৰোঁ, “সেই সময়ত ডাঃ বৰুৱা নাছিল নেকি? থাকিলে কিজানি তেখেতক দেখাই পালোঁহেঁতেন।” মোৰ কথা কোনেও বুজি নাপায়। ভ্ৰম বকা বুলি ভাবে। ভাল হৈ হস্পিতালৰপৰা ওলাই বেছিদিন তেজপুৰত থাকিবলৈ নাপালোঁ। সন্দিকৈ কলেজলৈকে চৰকাৰী চাকৰিলৈ আকৌ ঘূৰি আহিলোঁ। ডাঃ বৰুৱাৰ ঘৰলৈ গৈ হেম বৰুৱাৰ কোঠালীটোৰ পিনে চাই আছোঁ। বৰুৱাদেৱে মোৰ মনৰ ভাব বুজি পালে। তেখেতৰ চকু চল্‌চলীয়া হৈ পৰিল। হেম বৰুৱাই মানুহৰ মনত এনেকৈয়ে সাঁচ বহুৱাব পাৰিছিল।

*বজ্ৰাদপি কঠোৰাণি, মৃদুণি কুসুমাদপি*
*লোকোত্তৰাণাং চেতাংসি কোহনুবিজ্ঞাতুমৰ্হতি?*

তেখেতৰ শিশুসুলভ মৃদু হাঁহি, আদৰ্শৰ প্ৰতি অবিচলিত নিষ্ঠা, নিৰ্ভীক তেজস্বিতা, সুতীক্ষ্ণ বুদ্ধি আৰু ৰাজনৈতিক দূৰদৰ্শিতা, যিসকলে এবাৰ সান্নিধ্যলৈ আহিছে পাহৰিব নোৱাৰে। তেখেতে যিদৰে মানুহক নিজৰ আপোন কৰি লৈছিল, সেইদৰে মানুহৰ মনৰ ওপৰত প্ৰভাৱ বিস্তাৰো কৰিছিল। স্বাৰ্থান্বেষীসকলে তেখেতক ভয় কৰিছিল যিদৰে, তেখেতৰ গুণমুগ্ধ নহৈও নোৱাৰিছিল। এইবিধৰ নেতা আমাৰ জাতীয় জীৱনত অতি বিৰল।

তেখেতে কেতিয়াও কাল্পনিক আদৰ্শক মনত ঠাই দিয়া নাছিল। তেখেতৰ দৃষ্টিভঙ্গী আছিল বৈজ্ঞানিক। দেশসেৱাই একমাত্ৰ ধৰ্ম-কৰ্ম আছিল আৰু দেশৰ কামতে তেখেতে আত্মাহুতি দিছিল। স্বাধীন ভাৰতৰ সপোন ফলৱতী কৰিবলৈ যিদৰে জাতীয় জীৱন গঢ়ি তোলা উচিত তেখেতে সকলোকে তাৰেই ইঙ্গিত দিছিল। আমাৰ পৰম দুৰ্ভাগ্য যে স্বাধীনতা লাভ কৰাৰ লগে লগেই আমি আদৰ্শচ্যুত হৈ সকলোপিনেদি অইন দেশৰ আশ্ৰয়প্ৰাৰ্থী হৈ পৰিছোঁ। দেশৰ বৰ্তমান পৰিস্থিতিত ‘ত্যাগবীৰ’ৰ নিৰ্দেশ মানিবপৰা শক্তি আমাৰ আছেনে? ❐

# ত্যাগবীৰ হেম বৰুৱা ঃ ৰাজনৈতিক ইতিহাসত যথাৰ্থ বিচাৰ এতিয়াও হোৱা নাই

—কনক চন্দ্ৰ শৰ্মা

নিজৰ কৃতিত্ব আৰু বহুমূলীয়া অৱদানেৰে ভাৰতবৰ্ষত প্ৰোজ্জ্বল স্বাক্ষৰ এৰি থৈ যোৱা চাৰিগৰাকী শ্ৰীহৰ্ষ সকলোৰে সুবিদিত। অসমৰ খ্ৰী. অষ্টম শতিকাৰ শালস্তম্ভীয় বংশৰ ৰজা শ্ৰীহৰ্ষদেৱ, খ্ৰী. সপ্তম শতিকাৰ থানেশ্বৰ-কনৌজৰ সম্ৰাট হৰ্ষবৰ্দ্ধন, খ্ৰী. একাদশ শতিকাৰ কাশ্মীৰৰ ৰজা সুকবি, গীতিকাৰ শ্ৰীহৰ্ষ আৰু খ্ৰী. দ্বাদশ শতিকাৰ ৰাজকবি *'নৈষধীয় চৰিত'*ৰ গ্ৰন্থকাৰ প্ৰসিদ্ধ শ্ৰীহৰ্ষ।

একেটা ধাৰণাৰেই সেইদৰে ক'ব পাৰো যে অসমৰ ৰাজনৈতিক-সাহিত্যিক আকাশতো চাৰিগৰাকী হেম বৰুৱা আছে, যাৰ স্থিতিয়ে অসমৰ সমাজ-জীৱনক সমৃদ্ধ কৰি গৈছে। প্ৰত্যেক গৰাকীয়েই নিজ নিজ ক্ষেত্ৰত স্ব-মহিম্নি ৰূপত ভোটাতৰা সদৃশ হৈ জিলিকি আছে। *'হেমকোষ'*এৰে ওখ দৌল বান্ধি সমাজ-জীৱনত আধুনিক অভিধান-ব্যাকৰণ প্ৰদান কৰা আৰু আধুনিকতাৰে সংস্কাৰৰ প্ৰয়াস কৰা হেমচন্দ্ৰ বৰুৱা (খ্ৰী. ১৮৩৫-৯৬), কংগ্ৰেছৰ মাজেদি ভাৰতৰ মুক্তি-আন্দোলনত মহাত্মা গান্ধীৰ মন্ত্ৰশিষ্য হৈ অক্লান্ত মুক্তিযুঁজাৰু হোৱা সাহিত্যিক ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা (খ্ৰী. ১৮৯৩-১৯৪৫), প্ৰবীণ চিকিৎসাবিদ 'জহৰা' গল্পখ্যাত ৰামধেনু যুগৰ কথাশিল্পী ডাঃ হেম বৰুৱা (খ্ৰী. ১৮৯০-১৯৫৮) আৰু প্ৰবীণ ৰাজনীতিবিদ, সমাজবাদী সাংসদ, প্ৰসিদ্ধ কবি-সমালোচক, শিক্ষাবিদ, বিস্ময়কৰভাৱে বাগ্মীতাৰ প্ৰতীক অধ্যক্ষ হেম বৰুৱা (১৯১৫-১৯৭৭) অসমৰ জাতীয় জীৱনত সুখশ্ৰুত নাম।

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ত্যাগৰেই মূৰ্ত প্ৰতীক আছিল। ভাৰতৰ স্বাধীনতাৰ বাবে ছাত্ৰ-জীৱনৰ পৰাই সংগ্ৰাম কৰিলে আৰু স্বাধীনতা লাভৰ ঠিক দুবছৰ আগতে ৫২-বছৰত সংগ্ৰাম কৰিয়েই মুক্তিৰ বাবে জীৱন উছৰ্গা কৰিলে। জীৱনৰ শেষৰ ফালে তেওঁ শাৰীৰিকভাৱে ঘূণীয়া নহ'লে আৰু ভগ্ন স্বাস্থ্যৰে শয্যাগত হৈ থাকিব নালাগিলে স্বাধীনতা লাভৰ ঠিক আগমুহূৰ্তত তেওঁৰ নিঃস্বাৰ্থ সেৱা আৰু ত্যাগেৰে কংগ্ৰেছ দলৰ ভিতৰত শক্তিশালী নেতৃত্ব গ্ৰহণ কৰি স্বাধীন অসমৰ চৰকাৰত দৃঢ় ভূমিকা পালন কৰিবলৈ সমৰ্থ হ'লহেঁতেন। *'Landmarks of the Freedom Struggle in Assam'* নামৰ গ্ৰন্থখনত লেখক K.N. Dutt ই ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাক 'a genius of the Assam Congress Organisation' বুলি উল্লেখ কৰিছে। ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলন সফল কৰি তোলা বিশিষ্ট নেতাসকলৰ ভিতৰত হেমচন্দ্ৰ বৰুৱাৰ ভূমিকা অত্যন্ত সহায়ক আছিল বুলিও তেওঁ কৈছে [পৃষ্ঠা ৬৭ - প্ৰাগুক্ত গ্ৰন্থ]। *'Hem Chandra Barua and Omeo Kumar Das were pre-eminent amongst the leaders who guided the students' movement. The students' movement merged in the Civil Disobedience Movement and hundreds of students participated in hartals, strikes and picketings and courted arrest and imprisonment both in 1930 and 1932.* [পৃষ্ঠা ৬৯, প্ৰাগুক্ত গ্ৰন্থ]।

১৯২৬ চনত অনুষ্ঠিত হোৱা পাণ্ডুৰ কংগ্ৰেছ অধিৱেশনতো কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আদি জ্যেষ্ঠ কংগ্ৰেছীসকলৰ নেতৃত্বত পৰিচালিত হোৱা উক্ত অধিৱেশনৰ সফল পৰিণতিৰ বাবেও হেমচন্দ্ৰ বৰুৱাৰ নিঃস্বাৰ্থ সেৱা আৰু অৰিহণা উল্লেখযোগ্য আছিল।

১৯২১ চনৰ আগলৈকে হেমচন্দ্ৰ বৰুৱা আছিল ছাত্ৰনেতা। চন্দ্ৰনাথ শৰ্মা, অমিয়কুমাৰ দাস, লক্ষ্মীধৰ শৰ্মা আদি আন আন তেজপুৰীয়া বন্ধুৰ সৈতে ছাত্ৰসকলক অসহযোগ আন্দোলন তথা স্বাধীনতাৰ আন্দোলনত যোগ দিয়াৰ বাবে বিভিন্ন আলোচনা, মত-বিনিময় আৰু সভা-সমিতি পাতি ফুৰিছিল। ভৱিষ্যতে ছাত্ৰসকলৰ অধ্যয়ন ব্যাহত নহ'বৰ বাবে জাতীয় বিদ্যালয় প্ৰতিষ্ঠা কৰাত অগ্ৰণী ভূমিকা লৈছিল। ১৯১৮ চনত কটন কলেজৰ ছাত্ৰ

ইউনিয়নৰ সম্পাদক নিৰ্বাচিত হৈছিল। কটন কলেজৰ ছাত্ৰ ইউনিয়নৰ সম্পাদকজন সেই সময়ত মুক্তি সংগ্ৰামৰ বাবে নিৰ্দিষ্ট হোৱা ভৱিষ্যতৰ অগ্ৰণী নেতা। তথাপি তেওঁ এই সংগ্ৰামৰ মাজেদিয়েই ছাত্ৰনেতা হৈও ১৯১৯ চনত কটন কলেজৰপৰা ইংৰাজী বিষয়ত সন্মান লৈ বি.এ. পাছ কৰিছিল। ১৯২০ চনত অসম ছাত্ৰ সন্মিলনৰ গোলাঘাট অধিৱেশনত তেওঁ প্ৰধান সম্পাদক নিৰ্বাচিত হৈছিল। ১৯১৬ চনত জন্ম হোৱা ছাত্ৰ সন্মিলনেই আছিল অসহযোগ আন্দোলনৰ আৰু ভবিষ্যত স্বাধীনতা-সংগ্ৰামৰ বীজমন্ত্ৰ। এই ছাত্ৰ সন্মিলনেই এইদৰে সৃষ্টি কৰিলে চন্দ্ৰনাথ শৰ্মা, অমিয়কুমাৰ দাস আৰু হেমচন্দ্ৰ বৰুৱাৰ দৰে প্ৰতিভাধৰ, নিষ্ঠা-নিঃস্বাৰ্থ গুণেৰে সমৃদ্ধ ছাত্ৰনেতাক আৰু বহুতক।

১৯৩১ চনমানত কংগ্ৰেছৰ কামত ঘূৰি ফুৰোঁতে দিখৌ নদীৰ গড়াখহনীয়াত পতিত হৈ তেওঁ শাৰীৰিকভাৱে বিষম আঘাত পাইছিল। ১৯৩৮-৩৯ চনতো তেওঁ অসম কংগ্ৰেছ কমিটীৰ সভাপতি হৈছিল আৰু ভগ্ন স্বাস্থ্যৰেই ১৯৪২ চনলৈকে স্বাধীনতা বিপ্লৱৰ গুৰি ধৰিছিল। ১৯৪৩ চনত পুনৰ তেওঁ শাৰীৰিক দুৰ্ঘটনাত পতিত হৈ শয্যাগত হয়। কিন্তু বিস্ময়কৰভাৱে তেওঁ ১৯৪৩ চনত পালন কৰিবলগীয়া স্বাধীনতা দিৱসৰ কাৰ্য্যসূচী ছাত্ৰ, মহিলা আৰু ৰাইজৰ মাজত সফলভাৱে পালন কৰাৰ বাবে শয্যাগত হৈয়েই গুৰুত্বপূৰ্ণ বাণী সকলো ঠাইলৈ প্ৰেৰণ কৰিছিল। ১৯৪৫ চনৰ ১১ আগষ্টত তেওঁ দৈহিক জীৱন ত্যাগ কৰে।

## জন্ম ঃ শিক্ষা ঃ সাহিত্য-চৰ্চা ঃ

হেমচন্দ্ৰ বৰুৱাই ১৮৯৩ চনৰ ২৫ এপ্ৰিলত শোণিতপুৰ জিলাৰ জামুগুৰি অঞ্চলৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ পানপুৰ ঘাটত জন্ম গ্ৰহণ কৰিছিল বুলি বিভিন্ন প্ৰাপ্ত তথ্যৰপৰা জনা যায়। পাছত তেওঁ তেজপুৰতে বাস কৰিছিল। কোনো কোনোৱে হেমচন্দ্ৰ বৰুৱা তেজপুৰতে জন্ম হোৱা বুলিও কয়। সি যিহওক, পোৱাল চন্দ্ৰ বৰুৱাৰ দুই পুত্ৰ প্ৰিয়লাল বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱা। পিতৃৰ সৰুকালতে মৃত্যু হোৱাত হেমচন্দ্ৰৰ জ্যেষ্ঠ ভাতৃ প্ৰিয়লাল বৰুৱাই কনিষ্ঠ ভাতৃৰ পঢ়া-শুনাৰ দায়িত্ব গ্ৰহণ কৰি লয়; কিন্তু আৰ্থিক অৱস্থা স্বচ্ছল নাছিল বাবে হেমচন্দ্ৰৰ অধ্যয়নত বহুত অসুবিধা হৈছিল। 'গণিত' বিষয়ত স্কুলীয়া জীৱনত তেওঁ আহুকাল পাইছিল। সেয়ে ১৯১৫ চনতহে তেজপুৰ

চৰকাৰী হাইস্কুলৰ পৰা তেওঁ প্ৰবেশিকা 'পাছ' কৰিবলৈ সক্ষম হয়। কিন্তু তাৰ পাছত তেওঁৰ উচ্চশিক্ষাৰ অন্যান্য বিষয়ত অধ্যয়নৰ প্ৰতিভাই যথাযথ বিকাশ লাভ কৰে। ১৯১৯ চনত কটন কলেজৰপৰা ইংৰাজী বিষয়ত 'সন্মান' সহ কৃতিত্বৰে উত্তীৰ্ণ হোৱা কাৰ্য্য বিৰল প্ৰতিভাৰেই স্বাক্ষৰ মাথোন। ইয়াৰ পাছত তেওঁ ১৯২৪-২৫ চনতহে বি.এল. পৰীক্ষাত উত্তীৰ্ণ হৈ ওকালতি আৰম্ভ কৰিছিল। এই সময়ছোৱাত তেওঁ ছাত্ৰ আন্দোলনৰ সৈতে আৰু ভাৰতৰ মুক্তি সংগ্ৰামৰ সৈতে ঘনিষ্ঠভাৱে বিজৰিত হৈ পৰে। 'আইন অমান্য আন্দোলন'ৰ সময়ৰ পৰা তেওঁ সম্পূৰ্ণভাৱে ওকালতি পৰিত্যাগ কৰে। ১৯২১ চনৰ 'অসহযোগ আন্দোলন'ৰ সময়ত কলিকতাৰ কলেজৰপৰা ওলাই অহা ছাত্ৰসকলৰ ভিতৰত প্ৰথমজনেই আছিল এইগৰাকী হেমচন্দ্ৰ বৰুৱা।

স্কুলীয়া জীৱনত তেজপুৰত তেওঁৰ ঘনিষ্ঠ বন্ধু আছিল অমিয়কুমাৰ দাস আৰু লক্ষ্মীধৰ শৰ্মা। এই কালতে তেওঁৰ সংগ্ৰামী জীৱনৰ মানসিকতা আৰু সাহিত্য-প্ৰীতিৰ ভাবে গঢ় লৈ উঠিছিল। গোপালকৃষ্ণ গোখ্‌লেৰ ছত্ৰছাঁয়াত সেইকালত গঢ়ি উঠা *'Servants of India Society'* ৰ আদৰ্শৰ প্ৰেৰণাত দেশসেৱা আৰু মানৱসেৱাৰ ভাবৰ দ্বাৰা উল্লেখিত তিনিও বন্ধুৱেই অনুপ্ৰাণিত হৈছিল। বাল গঙ্গাধৰ তিলকৰ প্ৰণীত *'গীতাৰ কৰ্মযোগ'* গ্ৰন্থৰ দ্বাৰাও তেওঁলোক প্ৰভাৱিত হৈছিল। এইবোৰ প্ৰভাৱৰ বাবেই দেশসেৱাৰ প্ৰেৰণাত হেমচন্দ্ৰ বৰুৱা 'চিৰকুমাৰ' হৈ কৰ্মযোগী হৈ থাকিল।

## ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ সাহিত্য-সেৱা ঃ

অসমৰ একাধিক স্বাধীনতা যুঁজৰ সংগ্ৰামী ৰাজনৈতিক নেতা অসমীয়া সাহিত্যৰো একালত পুৰোধা ব্যক্তি আছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ আদি সাহিত্য-ক্ষেত্ৰতো একোগৰাকী সিংহপুৰুষ হৈ আছে। এওঁলোকৰ পদাঙ্ক অনুসৰণ কৰিয়েই ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাইও তেওঁৰ বন্ধু অমিয়কুমাৰ দাসৰ দৰে সাহিত্য-চৰ্চাত হাত দিছিল। ১৯৩২ চনত প্ৰত্নতত্ত্ববিদ, কবি, অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি আনন্দচন্দ্ৰ আগৰৱালাই *'অসমীয়া সাহিত্যৰ উন্নতিত তেজপুৰীয়াৰ দান'* শীৰ্ষক এটি বিশেষ প্ৰবন্ধ *'আৱাহন'*ত (৩য় বছৰ, ষষ্ঠ সংখ্যা) লেখিছিল। ইয়াত তেওঁ হেমচন্দ্ৰ বৰুৱা আৰু অমিয়কুমাৰ দাসৰ অৱদানৰ প্ৰসংগ এনেদৰে উল্লেখ কৰিছে ঃ

*"শ্ৰীযুত অমিয়কুমাৰ দাস বি.এ. আৰু শ্ৰীযুত হেমচন্দ্ৰ বৰুৱা বি.এল, উভয়েই বহুত ত্যাগ স্বীকাৰ কৰিও একেবাহে দেশৰ সেৱাত লাগি আছে। তেওঁলোকৰ বক্তৃতা আৰু ৰচনা বৰ শুৱলা আৰু যুক্তিপূৰ্ণ।"*

দেশৰ স্বাধীনতা, কল্যাণ আৰু সেৱাৰ বাবে সকলোকে অনুপ্ৰাণিত কৰাৰ উদ্দেশ্যে হেমচন্দ্ৰ বৰুৱাই *বাঁহী, অসমীয়া, অসমসেৱক* আদিত বহুতো প্ৰবন্ধ প্ৰকাশ কৰিছিল বুলি জনা যায়। 'অসম ছাত্ৰ সন্মিলন'ৰ তেওঁ সম্পাদক থকা কালতে সাহিত্য-প্ৰকাশৰ এখন আঁচনি যুগুত কৰি অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিত -*'হেমচন্দ্ৰ সোঁৱৰণী গ্ৰন্থাৱলী'* প্ৰকাশন কাৰ্য্যসূচীৰ জৰিয়তে তেজপুৰৰ বসন্ত কুমাৰ বৰুৱাৰ দ্বাৰা *'বেগেনাবৰ সাধু'* আৰু গুণাভিৰাম শৰ্মাৰ দ্বাৰা *'ৰহস্য কাহিনী'* নামে দুখন উপাদেয় অনুবাদ গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছিল। সৰ্বেশ্বৰ শৰ্মা কটকীদেৱে এই আঁচনিৰ অধীনতেই ১৯২৭ চনত হেমকোষ-স্ৰষ্টা *'হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত'* প্ৰকাশ কৰিছিল। তেওঁ নিজে কেবাখনো বিশ্বখ্যাত উপন্যাসৰ সংক্ষিপ্ত অনুবাদ *'বাঁহী'*ত প্ৰকাশ কৰিছিল বুলি উল্লেখ হৈছে। *কংগ্ৰেছৰ বুৰঞ্জী, দেশৰ আয়-ব্যয়ত ভুমুকি, ভাৰতৰ ৰাজকীয় ধাণ, বিলাতত মহাত্মা* আদি কেইবাখনো ৰাজনৈতিক পুস্তিকা তেওঁ ৰচনা কৰিছিল আৰু সেইবোৰ প্ৰকাশ হৈছিল। বৰুৱাৰ দায়িত্বতে মহাত্মাই 'মেজমেল'ত দিয়া ভাষণবোৰ অসমীয়াত অনূদিত হৈছিল।

*'১৯৪২ চনৰ অসমৰ গণ বিপ্লৱ'* শীৰ্ষক এটি সুদীৰ্ঘ প্ৰবন্ধ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই ৰচনা কৰিছিল আৰু সেইটো *'অমৃত বাজাৰ পত্ৰিকা'*ৰ প্ৰথম স্বাধীনতা সংখ্যাত প্ৰকাশ হৈছিল।

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ সিঁচৰতি হৈ থকা এনে বিভিন্ন লেখাবোৰ একত্ৰিত কৰি বিজ্ঞানসন্মতভাৱে আজি পৰ্য্যন্ত *'ৰচনা সমগ্ৰ'* প্ৰকাশ হোৱা নাই। এই কাম শীঘ্ৰে সম্পন্ন হোৱাটো সকলোৱে কামনা কৰে।

## অসহযোগ আন্দোলন আৰু ১৯৩৫ চনলৈকে হেমচন্দ্ৰ বৰুৱাৰ ৰাজনৈতিক সংগ্ৰামৰ কিছু চৰকাৰীভাৱে যুগুতোৱা তথ্য [বৃটিছ কালৰ] :

১৯৩৬ চনত অসম আৰক্ষী বিভাগৰ শাখাই (অনুসন্ধান শাখা— Intelligence Branch) তেতিয়ালৈকে ৰাজনৈতিক নেতাসকলৰ ভিতৰত

মুখ্য আৰু গুৰুত্বপূৰ্ণ নেতৃস্থানীয় সংগ্ৰামীসকলে কেনেকৈ আৰু কিভাবে সংগ্ৰামত অংশ গ্ৰহণ কৰি বৃটিছ প্ৰশাসনৰ বিৰুদ্ধে কাৰ্য্যবোৰ কৰিছিল, সেইসকলৰ বিষয়ে 'ডোচিয়াৰ' প্ৰস্তুত কৰি— *'The Politico-Criminal : Who's who of Assam'* নামৰ এখন গ্ৰন্থৰ প্ৰথম অংশ প্ৰকাশ কৰি ছপা কৰিছিল গোপনীয় তথ্যস্বৰূপে। ইয়াৰ সম্পাদনা কৰিছিল R.C.R. Cumming নামেৰে এগৰাকী আৰক্ষী উপ-মহাপৰিদৰ্শকে। এই গ্ৰন্থখনৰ পাতনিৰ আৰম্ভণিতে তেওঁ এনেদৰে লেখিছিল ঃ

*"This book has been compiled to provide a means of ready reference to the past political activities of members of subversive organisations in Assam...."* জিলাভিত্তিক প্ৰত্যেকজন ৰাজনৈতিক অপৰাধীৰ নামৰ বিপৰীতে পৃষ্ঠা ব্যৱহাৰ কৰিছিল আৰু তাত তেওঁলোকৰ বিভিন্ন কাৰ্য্যৰ বিৱৰণ সন্নিবিষ্ট কৰিছিল। ভৱিষ্যত সংযোজনৰ বাবেও খালি ঠাই সংৰক্ষণ কৰিছিল। ১৯৩৫ চনলৈকে হেমচন্দ্ৰ বৰুৱাৰ তথ্য ইয়াত সন্নিবিষ্ট আছে। সেই সম্পূৰ্ণ তথ্যখিনি এই গ্ৰন্থৰপৰা আমি ইয়াত তুলি দিলো। ইংৰাজীৰপৰা অসমীয়ালৈ অনুবাদ কৰা নাই এই বাবেই যে লেখাখিনি সহজবোধ্য। উল্লেখনীয় এই যে সন্নিবিষ্ট তথ্যৰ ভিতৰত হেমচন্দ্ৰ বৰুৱাৰ জন্ম চন দেখুওৱা আছে ১৯০২ বুলি। কিন্তু, অন্য জনাজাত তথ্য-সংবাদ মতে তেওঁৰ জন্ম চন ১৮৯৩ হে। ১৯০২ চন কিয় দেখুওৱা হৈছে জনা নাযায়।

**সন্নিবিষ্ট তথ্যৰ পূৰ্ণপাঠ ঃ**

SERIAL NO. 43

**BARUA, HEM CHANDRA, B.L.,**

Son of Poal Chandra Barua, Tezpur, Darrang, now Ujanbazar, Guwahati. Swarthy complexion, one red mole on the right side of the chest, height 5 feet 5 inches. Born in 1902.

A pleader of the Gauhati Bar. A staunch non-co-operator and a seditious speaker. Addressed a meeting at Gauhati on 7th December, 1921 and urged the audience to boycott foreign goods and join in the struggle for Swaraj. Was arrested at Gauhati on 9th December, 1921, under section 17(2) of Act XIV of 1908. Was convicted at Gauhati on 24th December, 1921, under section 17(1) of Act XIV of 1908 and sentenced to rigorous imprisonment for three months and fined Rs. 50, in default two months rigorous imprisonment more. Was released from Jorhat jail on 6th May, 1922. Attended a conference of Congressmen at Jorhat during July, 1922, at which the Civil Disobedience campaign was discussed. Addressed a political meeting at Nalbari, Kamrup, on 4th October, 1922 and urged the people to work for Swaraj. Was elected Assistant Secretary of the Assam Provincial Congress Committee during November, 1922. Attended a conference of Congressmen at Nowgong on the 6th and 7th May, 1923. Attended a political meeting at Jorhat on 24th June, 1923, at which the decision of the Gaya Congress regarding the boycott of Councils was re-affirmed. Was elected Assistant Secretary of the Assam Provincial Congress Committee during August, 1923. Attended the special sitting of the Assam Provincial Congress Committee at Gauhati on 18th August, 1923. Was elected Secretary of the Assam Provincial Congress Committee during February, 1926 and took a prominent part in the deliberatious of the Congress held at Gauhati that year. Attended the Calcutta Congress during 1928. Observed Independence Day at Gauhati on 26th January, 1930. Presided over a meeting at Gauhati on 4th April, 1930 and in the course of his address exhorted the students to take to village propaganda

and to join in the struggle for independence. Visited Tezpur with Bishnuram Medhi and addressed several meetings at and near Tezpur during May, 1930, preaching the boycott of foreign goods and Government courts. Presided over the annual meeting of the Naduar Ryot Sabha, Sootea, Darrang, on 11th June, 1930 and in the course of his speech strongly advocated the boycott of foreign goods and protested against the proposed enhancement of land revenue. Attended a meeting at Gauhati on 3rd July, 1930 and in the course of his speech criticised the financial, political and educational conditions of India and stated that the Britishers had come to India only to dominate. He urged Indians to follow the example of Shivaji. Gave up his legal practice as a protest against the arrest of Mr. Gandhi and was elected President of the Assam Provincial Congress Working Committee during July, 1930.

Delivered an objectionable speech at Nalbari, Kamrup, on 29th July, 1930, urging the students to give up their studies and join in the national struggle. Presided over a meeting at Sondhia, Nalbari, Kamrup, on 30th July, 1930 and in the course of his address remarked that the British Government should either be mended or ended and that since mending was impossible, it should be ended. Presided over a meeting at Morwa, Nalbari, Kamrup on 2nd August, 1930 and urged the boycott of foreign goods. Addressed a meeting at Nalbari, Kamrup, on 3rd August, 1930 and asked the students to give up their studies and fight for the country's cause. Attended and addressed several meetings in the interior of Kamrup district during August, 1930, preaching the boycott of foreign goods. Addressed a meeting at Tihu, Kamrup, on 19th September, 1930 and was arrested at Gauhati on 22nd August, 1930 and in the course of his speech cited examples as

to how other dependent countries had attained freedom and urged the audience to join in the struggle for Swaraj. Addressed a meting at Tamulpur, Rangiya, Kamrup, on 6th September, 1930 and urged the Kacharies to boycott British goods. Delivered an objectionable speech at a meeting at Gauhati in this connection. Addressed a mass meeting at Dibrugarh on 25th November, 1930 and urged the people to make some sacrifice for the sake of the country. Attended a meeting of the Assam Provincial Congress Committee at Sibsagar during December, 1930. Proceedings were drawn up against him at Gauhati under section 108 Criminal Procedure Code during December, 1930, for his speeches delivered during July and August, 1930, but he was discharged on 10th December, 1930. In a meeting of the Kamrup District Congress Committee held on 21st December, 1930, he declared that he would not resume his legal practice but would continue with Congress work. Left for Karachi on 19th March, 1931, to attend the Congress there. Addressed a meeting of the Naduar Youth Association held at Biswanath, Darrang, on 19th April, 1931 and advocated the boycott of foreign goods. Participated in the "All-India Flag Day" celebrations at Gauhati on 26th April, 1931.

Attended the meeting convened at Nowgong on 30th August, 1931, in connection with the hoisting of the "New National Flag" as directed by the All-India Congress Committee and the Seva Dal. Was placed in charge of the Assam Volunteers' Board on behalf of the Congress Working Committee during September, 1931. Organised a "Sainiks' Training Camp" at Nowgong for the training of the Congress volunteers in or about October, 1931. His house was searched by the Gauhati Police

on 21st January, 1932 and some important documents were seized. Was reported during February, 1932, to be endeavouring to recruit volunteers for picketing in Kamrup district. Was arrested at Howrah station on 21st April, 1932, while enroute to the Delhi Congress under the Emergency Powers Ordinance and was released on 28th April, 1932. Was reported during November, 1932, to be the Secretary of the Assam Provincial Congress Committee and the officer incharge of the Assam Seva Dal. Attended the Assam Students' Conference held at Gauhati on 28th December, 1932. Left for Calcutta on 30th March, 1933, to attend the Calcutta Congress but was arrested enroute and returned to Gauhati from Dinajpur jail on 4th April, 1933. A special sitting of the Assam Congress Working Committee was held at his house at Gauhati on 24th May, 1933. Was reported during July, 1933, to have been collecting subscriptions for constructing a Congress office at Gauhati. Issued some manifestos at Gauhati during August, 1933, and in this connection his house at Gauhati was searched on 5th September, 1933 and some manifestos and copies of Mr. Aney's statements were seized. He was also arrested and sent up for trial. Was convicted at Gauhati on 7th September, 1933 and sentenced to (1) simple imprisonment for one year under section 117 Indian Panel Code, (2) simple imprisonment for six months under section 17(1) Criminal Law Amendment Act and (3) simple imprisonment for six months under section 7(b) Criminal Law Amendment Act, read with section 116 Indian Panel Code, sentences to run concurrently. Was released from Nowgong jail on 2nd July, 1934. Attended a meeting of the Assam Provincial Congress Committee at Tezpur during August, 1934, to discuss the recruitment of

Congress workers. Was elected a member of the Assam Provincial Congress Committee during August, 1934. Was elected Secretary of the Assam Provincial Congress Committee at a meeting of the District Congress Committee held at Gauhati on 16th September, 1934. Was elected a delegate to the Bombay Congress meeting from Darrang during October, 1934. Attended a Congress meeting at Golaghat, Sibsagar, on 27th January, 1935, at which enrolment of Congress members, boycott of excisable articles, etc., were discussed. Attended a meeting at Gauhati on 7th February, 1935, at which the J.P.C. report was condemned and it was proposed to continue the struggle for Swaraj.
(P.F. No. 202 of 1930)

উপৰ্য্যুক্ত এই তথ্য আৰু সংবাদখিনি বছৰভিত্তিকভাৱে তলত চমুকৈ অসমীয়াত দাঙি ধৰিলোঁ।

**১৯২১ চন ঃ**

১। ৭ ডিচেম্বৰত গুৱাহাটীৰ এখন সভাত বিদেশী বস্ত্ৰ বৰ্জন আৰু স্বৰাজ আন্দোলনত অংশগ্ৰহণ কৰাৰ বাবে সকলোকে আহ্বান।

২। ৯ ডিচেম্বৰত গুৱাহাটীত তেওঁক আৰক্ষীয়ে গ্ৰেপ্তাৰ কৰে। ২৪ ডিচেম্বৰত বিচাৰত ৩ মাহৰ জে'ল আৰু ৫০.০০ টকা জৰিমনা কৰে। অনাদায়ে আৰু দুমাহ সশ্ৰম কাৰাদণ্ড।

**১৯২২ চন ঃ**

১। ৬ মে'ত যোৰহাট জে'লৰ পৰা মুক্তি দয়।

২। ৪ অক্টোবৰত নলবাৰীত এখন বিৰাট ৰাজনৈতিক সভাত যোগ দি স্বৰাজৰ কামত অংশগ্ৰহণ কৰিবলৈ সকলোকে অনুৰোধ জনায়।

৩। নৱেম্বৰ মাহত অসম প্ৰদেশ কমিটিৰ সহকাৰী সম্পাদক নিযুক্ত হয়।

**১৯২৩ চন :**

১। ৬ আৰু ৭ মে'ত নগাঁৱৰ কংগ্ৰেছ সভাত যোগদান; ২৪ জুনত যোৰহাটত ৰাজনৈতিক সভাত যোগদান আৰু কাউন্সিল বৰ্জনৰ বাবে গয়া-কংগ্ৰেছ অধিৱেশনত লোৱা সিদ্ধান্তক দৃঢ়ীকৰণ। ১৮ আগষ্টত অসম প্ৰদেশ কংগ্ৰেছৰ কমিটিৰ বিশেষ সভাত যোগদান।

**১৯২৬ চন :**

১ ফেব্ৰুৱাৰীত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সম্পাদক নিযুক্ত হয়।

**১৯২৮ চন :**

১৯২৮ চনত কলিকতাত অনুষ্ঠিত হোৱা কংগ্ৰেছ অধিৱেশনত যোগদান।

**১৯৩০ চন :**

১। ১৯৩০ চনৰ ২৬ জানুৱাৰীত গুৱাহাটীত স্বাধীনতা দিৱস পালন।

২। এই চনৰ ৪ এপ্ৰিলত গুৱাহাটীৰ এখন সভাত সভাপতিত্ব কৰি ছাত্ৰসকলক স্বাধীনতা আন্দোলনৰ যুঁজৰ বাতৰি গাঁৱে গাঁৱে প্ৰচাৰ কৰি লৈ যাবলৈ আৰু এই যুঁজত অংশগ্ৰহণ কৰিবলৈ আহ্বান জনাই ভাষণ দিয়ে।

৩। মে'ত মাহত বিষ্ণুৰাম মেধিৰে সৈতে তেজপুৰ ভ্ৰমণ কৰি বিভিন্ন স্থানত ঘূৰি-ফুৰি সভাবোৰত ভাষণ দি বিদেশী বস্ত্ৰ আৰু কোৰ্ট-আদালত আদি বৰ্জন কৰাৰ আহ্বান দিয়ে।

৪। ১১ জুনত চতিয়াত নদুৱাৰ ৰায়তসভাত সভাপতিত্ব কৰি বিদেশী বস্ত্ৰ বৰ্জন কৰাৰ সপক্ষে আৰু ব্ৰিটিছ চৰকাৰৰ ৰাজহ খাজানা বৃদ্ধি কৰাৰ বিৰুদ্ধে প্ৰতিবাদী ভাষণ প্ৰদান কৰে।

৫। ৩ জুলাইত গুৱাহাটীত সভা কৰে। ভাষণত তেওঁ চৰকাৰৰ ভাৰতীয় অৰ্থনৈতিক, বিত্তীয়, ৰাজনৈতিক আৰু শৈক্ষিক নীতিৰ সমালোচনা কৰি দুৰবস্থাৰ বিৱৰণ দিয়ে আৰু ভাৰতত ব্ৰিটিছ আধিপত্যৰ বিৰুদ্ধে বিদ্ৰোহ প্ৰকাশ কৰে। শিৱাজীৰ আৰ্হি অনুসৰণ কৰি ভাৰতবাসীক আগবাঢ়িবলৈ অনুৰোধ কৰে।

৬। মহাত্মা গান্ধীক কাৰাৰুদ্ধ কৰাৰ প্ৰতিবাদস্বৰূপে তেওঁ ওকালতি ব্যবসায়ো এই সময়তে পৰিত্যাগ কৰে।

৭। এই জুলাই মাহতে অসম প্ৰদেশ কংগ্ৰেছ ৱৰ্কিং কমিটিৰ তেওঁ সভাপতি হয়।

৮। ২৯ জুলাই তাৰিখে নলবাৰীৰ সভাত চৰকাৰবিৰোধী ভাষণ দি ছাত্ৰসকলক অধ্যয়ন ত্যাগ কৰি জাতীয় সংগ্ৰামত জঁপিয়াই পৰিবলৈ ভাষণ দিয়ে।

৯। ৩০ জুলাই তাৰিখে নলবাৰীৰে সোন্ধিয়াৰ এখন সভাত উত্তপ্ত ভাষণ দি তেওঁ কৈছিল যে ব্ৰিটিছ্ চৰকাৰক হয় সংশোধন কৰা হওঁক নহয় শেষ কৰা হওঁক;

(the British Government should either be mended or ended; and since mending was impossible, is sould be ended) আৰু যিহেতু সংশোধন কৰা অসম্ভৱ, তেওঁলোকক শাসনৰ অৱসান কৰা হওঁক।

১০। ২ আগষ্টত তেওঁ মৰোৱাত সভা পাতে আৰু সদৃশ ভাষণ দিয়ে।

১১। ৩ আগষ্টত পুনৰ নলবাৰীত ছাত্ৰসকলৰ সভাত বক্তৃতা দিয়ে। এই বক্তৃতাৰ কথাত আছিল— ছাত্ৰসকলৰ অধ্যয়ন ত্যাগ, সংগ্ৰামত অংশগ্ৰহণ আৰু বিদেশী বস্তুৰ পৰিবৰ্জন।

১২। আগষ্ট মাহতে নলবাৰী অঞ্চলৰ বহু ভিতৰুৱা অঞ্চলত এনেভাৱেই বহু সভাত ভাষণ দিয়ে।

১৩। ২২ আগষ্টত পুনৰ গুৱাহাটীত সভা। ভাষণ প্ৰসংগত অন্যান্য পৰাধীন জাতিয়ে কেনেকৈ স্বাধীন হৈছিল সেইবিলাকৰ উদাহৰণ দি দৰ্শকক ভাৰতৰ স্বাধীনতা যুঁজতো সক্ৰিয় অংশগ্ৰহণ কৰিবলৈ তাগিদা দিয়ে।

১৪। ৬ ছেপ্টেম্বৰত তামুলপুৰ আৰু ৰঙিয়াত ভাষণ দি জনগোষ্ঠীয় লোকসকলকো ব্ৰিটিছৰ তৈয়াৰী বস্তু ত্যাগ কৰিবলৈ জোৰ দিছিল।

১৫। ১৯ ছেপ্টেম্বৰত টিহুত তেওঁ চৰকাৰৰ বাবে এটি আপত্তিজনক ভাষণ দিছিল আৰু তাৰ বাবে গুৱাহাটীত এই সংক্ৰান্ততে তেওঁক আৰক্ষীয়ে গ্ৰেপ্তাৰ কৰিছিল।

১৬। ১৯৩০ চনৰেই ২৫ নৱেম্বৰত ডিব্ৰুগড়ত এখন জনসভাত ৰাইজক তেওঁ সম্বোধন কৰিছিল আৰু ৰাষ্ট্ৰৰ বাবে ৰাইজক কিছু বলিদান দিবলৈ আহ্বান জনাইছিল।

১৭। ডিচেম্বৰ মাহত শিৱসাগৰত বহা অসম ৰাজ্যিক কংগ্ৰেছ কমিটিত তেওঁ উপস্থিত আছিল।

১৮। যোৱা জুলাই আৰু আগষ্ট মাহত তেওঁক প্ৰদান কৰা বক্তৃতাসমূহৰ বাবে এই ডিচেম্বৰ মাহতে গুৱাহাটীত ফৌজদাৰী কাৰ্যবাহী আইনৰ ১০৮ ধাৰা মতে তেওঁৰ বিৰুদ্ধে অভিযোগ ৰুজু কৰা হৈছিল; কিন্তু ১০ ডিচেম্বৰত তেওঁক ইয়াৰ পৰা খালাচ দিয়া হৈছিল।

১৯। ২১ ডিচেম্বৰত অনুষ্ঠিত হোৱা কামৰূপ জিলা কংগ্ৰেছ কমিটিৰ সভাত তেওঁ আইন ব্যৱসায়লৈ পুনৰ ঘূৰি নাযায় বুলি আৰু কংগ্ৰেছৰ কামতেই নিৰন্তৰ ৰত হৈ থাকিব বুলি ঘোষণা কৰে।

**১৯৩১ চন :**

১। ১৯ মাৰ্চ তাৰিখে তেওঁ কৰাচী কংগ্ৰেছত যোগ দিয়াৰ বাবে কৰাচীলৈ যাত্ৰা কৰে।

২। ১৯ এপ্ৰিলত বিশ্বনাথত অনুষ্ঠিত হোৱা নদুৱাৰ যুৱ সন্মিলনৰ সভাত উপস্থিত থাকে আৰু বিদেশী বস্তু বৰ্জন কৰাৰ পক্ষে বক্তৃতাত গুৰুত্ব আৰোপ কৰে।

৩। ২৬ এপ্ৰিলত গুৱাহাটীত 'সৰ্বভাৰতীয় ফ্লেগ দিৱস'ত অংশগ্ৰহণ কৰে।

৪। সেৱাদল আৰু সৰ্বভাৰতীয় কংগ্ৰেছ কমিটিয়ে নিৰ্দেশ দিয়া মতে, 'নতুন ৰাষ্ট্ৰীয় পতাকা' উত্তোলন কৰাৰ প্ৰসংগত ৩০ আগষ্টত নগাঁৱত আহ্বান কৰা সভাত উপস্থিত থাকে।

৫। কংগ্ৰেছ ৱৰ্কিং কমিটিৰ হকে অসম ভলণ্টিয়াৰ্ছ ব'ৰ্ডক ছেপ্টেম্বৰত হেম বৰুৱাৰ অধীনলৈ অনা হয়।

৬। অক্টোবৰ মাহত তেওঁ নগাঁৱত কংগ্ৰেছ ভলণ্টিয়াৰ্ছসকলৰ প্ৰশিক্ষণৰ বাবে 'সৈনিক প্ৰশিক্ষণ শিবিৰ' সংগঠন কৰে।

১৯৩২ চন ঃ

১। ২১ জানুৱাৰী তাৰিখে গুৱাহাটী আৰক্ষীয়ে তেওঁৰ ঘৰত খানাতালাচী কৰে আৰু বহু গুৰুত্বপূৰ্ণ দৰকাৰী কাগজ-পত্ৰ জব্দ কৰি আনে।

২। কামৰূপ জিলাত পিকেটিং কৰাৰ উদ্দেশ্যে তেওঁ ভলণ্টিয়াৰ্ছ নিযুক্তি কৰিবলৈ চেষ্টা কৰি আছে বুলি ফেব্ৰুৱাৰী মাহত আৰক্ষীয়ে প্ৰতিবেদন পায়।

৩। দিল্লী কংগ্ৰেছত অংশগ্ৰহণ কৰাৰ বাবে দিল্লীলৈ যোৱা বাটতে হাওৰা ষ্টেচনত ২১ এপ্ৰিল তাৰিখে তেওঁক জৰুৰীকালীন ক্ষমতাৰ অৰ্ডিনেন্সৰ অধীনত আৰক্ষীয়ে আটক কৰে আৰু

৪। ২৮ এপ্ৰিলত খালাচ দিয়ে।

৫। নৱেম্বৰ মাহত তেওঁ অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ পুনৰ সম্পাদক হয় বুলি আৰু 'অসম সেৱা দল'ৰ ভাৰপ্ৰাপ্ত বিষয়া হয় বুলি ৰিপৰ্ট কৰা হয়।

৬। ১৯৩২ চনৰ ডিচেম্বৰৰ ২৮ তাৰিখে অনুষ্ঠিত হোৱা 'অসম ছাত্ৰ সনিমলন'ৰ সভাত উপস্থিত থাকে।

১৯৩৩ চন ঃ

১। ৩০ মাৰ্চত কলিকতা কংগ্ৰেছত যোগ দিয়াৰ অৰ্থে কলিকতালৈ যাওঁতে বাটতে তেওঁক গ্ৰেপ্তাৰ কৰা হয় আৰু ৪ এপ্ৰিল তাৰিখে দিনাজপুৰ কাৰাগাৰৰ পৰা গুৱাহাটীলৈ পঠাই দিয়া হয়।

২। ২৪ মে' তাৰিখে গুৱাহাটীত তেওঁৰ ঘৰত 'অসম কংগ্ৰেছ ৱৰ্কিং কমিটি'ৰ এক বিশেষ বৈঠক হয়।

৩। গুৱাহাটীত এটা কংগ্ৰেছ কাৰ্যালয় নিৰ্মাণৰ বাবে চান্দা-বৰঙণি সংগ্ৰহ কৰাৰ সংবাদ জুলাই মাহত পোৱা হয়।

৪। আগষ্টত কিছুমান ইস্তাহাৰ গুৱাহাটীত তেওঁ বিলি কৰে।

৫। এই সন্দৰ্ভতে ৫ ছেপ্টেম্বৰত তেওঁৰ ঘৰত খানাতালাচী কৰা হয় আৰু কিছুমান ইস্তাহাৰ গোহাৰি আৰু মি. ওকিৰ জবানবন্দীৰ কিছু নকল জব্দ কৰা হয়।

তেওঁকো গ্ৰেপ্তাৰ কৰি বিচাৰৰ বাবে প্ৰেৰণ কৰা হয়।

৬। ৭ ছেপ্টেম্বৰ তাৰিখে তেওঁক দোষী বুলি ৰায় দি (১) ভাৰতীয় দণ্ডবিধিৰ ১১৭ ধাৰাৰ অধীনত এবছৰৰ বাবে সাধাৰণ কাৰাগাৰৰ বন্দী ৰূপে শাস্তি দিয়া হয় আৰু (২) ফৌজদাৰী আইন সংশোধন বিধিৰ ১৭ (১) অধীনত ৬ মাহৰ কাৰাদণ্ড আদি শাস্তি দিয়া হয়।

**১৯৩৪ চন ঃ**

১। ২ জুলাই তাৰিখে নগাঁও কাৰাগাৰৰ পৰা মুকলি কৰি দিয়া হয়।

২। কংগ্ৰেছ কৰ্মী নিযুক্তি কৰা বিষয়ালৈ আগষ্টত তেজপুৰত বহা 'অসম প্ৰদেশ কংগ্ৰেছ কমিটি'ৰ এখন সভাত উপস্থিত থাকে। এই মাহতে তেওঁ প্ৰথম ৰাজ্যিক কংগ্ৰেছ কমিটিৰো সদস্য নিৰ্বাচন হয়।

৩। ১৬ ছেপ্টেম্বৰত অনুষ্ঠিত হোৱা গুৱাহাটীত জিলা কংগ্ৰেছ কমিটিৰ এখন সভাত তেওঁক অসম ৰাজ্যিক কংগ্ৰেছ কমিটিৰ সম্পাদক নিৰ্বাচিত কৰা হয়।

৪। অক্টোবৰ মাহত দৰং জিলাৰ পৰা প্ৰতিনিধি ৰূপে তেওঁক বোম্বে কংগ্ৰেছলৈ নিৰ্বাচিত কৰা হয়।

**১৯৩৫ চন ঃ**

১। ২৭ জানুৱাৰী তাৰিখে গোলাঘাটত তেওঁ এখন কংগ্ৰেছ সভাত যোগদান কৰে। কংগ্ৰেছ সদস্যভুক্তি, আবকাৰী, মাদকদ্ৰব্য আৰু মদ আদি বৰ্জন ইত্যাদি বিষয় সম্পৰ্কে তাত আলোচনা কৰে।

২। ৭ ফেব্ৰুৱাৰী তাৰিখে গুৱাহাটীৰ এখন সভাত উপস্থিত থাকে। এই সভাত জেপিচি প্ৰতিবেদনক গৰিহণা দিয়া হয় আৰু স্বৰাজৰ বাবে মুক্তি সংগ্ৰাম অব্যাহত ৰখাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ❒

ভাৰতৰ মুক্তিৰ বাবে বৃটিছ চৰকাৰৰ বিৰুদ্ধে হেমচন্দ্ৰ বৰুৱাৰ এই সংগ্ৰামৰ তথ্যই নিৰ্বিবাদে প্ৰমাণ কৰে যে ব্যক্তিজীৱনৰ সুখ-স্বাচ্ছন্দ্য বিসৰ্জন দি নিজৰ আৰু পৰিয়ালৰ ভৰণ-পোষণৰ কথা নাভাবি তেওঁ কেনেকৈ জাতি আৰু দেশৰ সেৱাত এনেদৰে আত্মোৎসৰ্গ কৰিব পাৰিছিল। জামুগুৰিৰেই তেওঁৰ মন্ত্ৰমুগ্ধ অতি কনিষ্ঠ কংগ্ৰেছ কৰ্মী (পাছলৈ নেতা) প্ৰয়াত নাৰায়ণ চন্দ্ৰ ভূঞাই লেখিছে ঃ *"নিজাকৈ এখন ঘৰ নাছিল সেই জনকোলাহলৰ মাজত ঋষিৰ কৃচ্ছসাধনাৰে সমাজ-ৰূপান্তৰৰ মহান ব্ৰতত ব্ৰতী এই সাধক পুৰুষ*

*গৰাকীৰ। কংগ্ৰেছ কাৰ্য্যালয়েই আছিল তেওঁৰ ঘৰ; কংগ্ৰেছ-অনুষ্ঠানটোৱেই তেওঁৰ তেজ-মঙহৰ পৰিয়াল।..."*

*..."খোৱা-বোৱা, পিন্ধা-উৰাত সম্পূৰ্ণ উদাসীন আছিল বৰুৱা। চুৰিয়াখন ফাটি গ'লেও ক'ব নোৱাৰিছিল। ফটা-ছিগা চেণ্ডেলযোৰকে লৈ চোচোৰাই ফুৰিছিল। এইবোৰ কথা মই অমিয় দাসৰ দৃষ্টিগোচৰ কৰিছিলো। অমিয় দাসে ডাঃ বৰুৱাক (ডাঃ ভুবনেশ্বৰ বৰুৱা) কৈ আৱশ্যকীয় বস্তুবোৰ যোগাৰ কৰি দিছিল।..."* ইত্যাদি

*[স্মৃতিগ্ৰন্থ ঃ ৰূপালী জয়ন্তী ঃ ত্যাগবীৰ হেম বৰুৱা মহাবিদ্যালয়, ১৯৮৯]*

**ৰাজহুৱা ধন বৰুৱাই সংগ্ৰহ কৰিছিল। কিন্তু সেই ধন তেওঁ নিজৰ হাতত নাৰাখিছিল। বিষয়বাব, ক্ষমতা তেওঁ নিবিচাৰিছিল, এম.এল.এ. মন্ত্ৰী হোৱাৰ সপোন তেওঁৰ নাছিল। এয়ে আছিল তেওঁৰ জীৱন-শৈলী আৰু জীৱন-বোধ। আজি যদিও তেওঁৰ যথাযথ বিচাৰ হোৱা নাই, তথাপি মৃত্যুৰ পাছত তেওঁৰ ওপৰত স্বাভাৱিকভাৱেই অৰ্পিত হোৱা 'ত্যাগবীৰ' উপাধিটোৱেই তেওঁৰ বিষয়ে যেন সকলো কথা কৈ দিছে উজাৰিকৈ আৰু বিস্তৃতভাৱে। ইয়াতেই আছে তেওঁৰ সাৰ্বজনীন জনপ্ৰিয়তা।**

**স্মৃতি সংৰক্ষণ ঃ**

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ বাবে স্মৃতি-সংৰক্ষণ ব্যৱস্থা যথাযথ নহয় বুলি ক'লেও কেইটামান পদক্ষেপ নিশ্চয় উল্লেখনীয় আছিল ঃ

(১) *'ৰামধেনু'*ৰ সম্পাদক বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই ১৯৮৩ চনত তেওঁৰ দ্বাৰা সম্পাদিত *'কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা স্মৃতিগ্ৰন্থ'*ৰ ভূমিকাত লেখিছিল ঃ

"চন্দ্ৰনাথ শৰ্মাৰ এজন প্ৰধান অনুগামী আৰু সহকৰ্মী, অসমৰ জননেতা অমিয়কুমাৰ দাসে **ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা স্মৃতি-পুঁজি'**ৰ যোগেদি চন্দ্ৰনাথ শৰ্মাৰ স্মৃতিগ্ৰন্থ প্ৰকাশৰ পৰিকল্পনা কৰিছিল।"

[ভূমিকা, পৃষ্ঠা ০৯]

এই প্ৰসংগ-উল্লেখৰ পৰা ধৰিব পাৰি যে হেমচন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পাছত অমিয়কুমাৰ দাস আদি ব্যক্তিসকলে *'ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা স্মৃতি-পুঁজি'* এটাৰ ব্যৱস্থা লৈছিল।

প্ৰথমখন হেমচন্দ্ৰ বৰুৱা স্মৃতি ৰক্ষা সমিতিৰ এজনো ব্যক্তি বৰ্তমান জীৱিত নাই আনকি হেমচন্দ্ৰ বৰুৱা ট্ৰাষ্ট বোৰ্ডখনৰো কোনো ব্যক্তি জীৱিত নাই। এই দুই অনুষ্ঠানৰে অস্তিত্ব হেৰাই যোৱাত অনুসন্ধানৰ কোনো পথ নাইকিয়া হ'ল। এই স্মৃতি-পুঁজি সম্পৰ্কে এতিয়া কোনো তথ্য পাবলৈ নাই। এই সম্পৰ্কে অনুসন্ধানৰ জৰিয়তে বিস্তৃত সংবাদ পোহৰলৈ আহিব লাগে।

**(২) তেজপুৰৰ হেম বৰুৱা পুথিভঁৰাল আৰু হেম বৰুৱা হল/হেম বৰুৱা স্মৃতি ভৱন ঃ**

মহাৰাণী ভিক্টোৰিয়াৰ 'জুবিলি উৎসব'ক কেন্দ্ৰ কাৰ তেজপুৰতো এই উৎসব উপলক্ষে স্থাপিত হৈছিল একালত *'জুবিলী লাইব্ৰেৰী'* (১৮৮৭ খ্ৰী.ত)। ইয়াতেই ১৮৮০ খ্ৰী. মানত *'তেজপুৰ ৰায়ত এচোচিয়নে'* এটি *'টাউন হল'* প্ৰতিষ্ঠা কৰিছিল। পাছলৈ এই টাউন হলতে উল্লিখিত ৰাজহুৱা পুথিভঁৰাল পৌৰসভাৰ অধীনত চলিছিল। শেষত এই পুথিভঁৰাল আৰু ৰাজহুৱা ভৱন তেজপুৰ পৌৰসভাই নিজৰ হাতলৈ হস্তান্তৰ কৰি ১৯৫৩ খ্ৰী.ত ইয়াৰ নামকৰণ *হেম বৰুৱা স্মৃতিভৱন* আৰু *হেম বৰুৱা পুথিভঁৰাল* কৰি এইগৰাকী হেম বৰুৱাৰ স্মৃতি যুগমীয়া কৰে। ১৯৫৬ খ্ৰী.ত তেজপুৰত চৰকাৰী পুথিভঁৰাল স্থাপন হোৱাত আৰু ১৯৫৮ খ্ৰী.ত নিজৰ চৰকাৰী ভৱন স্থাপন হোৱাত হেম বৰুৱা ৰাজহুৱা পুথিভঁৰাল চৰকাৰী পুথিভঁৰালৰ সৈতে চামিল হৈ যায় আৰু গ্ৰন্থাদি সকলো সম্পদ চৰকাৰী পুথিভঁৰাল ভৱনলৈ স্থানান্তৰ হয়। **১৯৬০ খ্ৰী.ত তেজপুৰ পৌৰসভাই এই হেম বৰুৱা স্মৃতিভৱন ভাঙি নতুনকৈ আধুনিক ধৰণে ৰাজহুৱা ভৱনলৈ স্থানান্তৰিত কৰে।**

তেতিয়াৰ পৰা আজিলৈ সগৌৰৱে তেজপুৰ চহৰৰ মাজ-মজিয়াত এই *'হেম বৰুৱা স্মৃতি ভৱন'*এ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ এক ঐতিহাসিক স্মৃতি সংৰক্ষণ কৰি জিলিকি আছে।

**(৩) ঘোৰামাৰীত হেমবৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয় ঃ**

তেজপুৰৰপৰা প্ৰায় ২০ কি.মি. উত্তৰত স্বাধীনতা লাভৰ পাছতে অঞ্চলৰ ৰাইজৰ সহযোগত এখন এম.ই. স্কুল স্থাপন কৰা হৈছিল। অঞ্চলৰ

প্ৰসিদ্ধ প্ৰয়াত কংগ্ৰেছ কৰ্মী আৰু মুক্তি-যুঁজাৰু থানুৰাম বৰাৰ পৰামৰ্শ মতে এই স্কুলৰ নাম থৈছিল *হেম বৰুৱা এম. ই. স্কুল।* ১৯৪৮ চনত ই হাইস্কুল হ'ল। কিছুবছৰ পাছত এই হাইস্কুল উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত হ'ল। এতিয়া *হেম বৰুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয়ে* শোণিতপুৰ জিলাৰ এখন উল্লেখযোগ্য অনুষ্ঠানৰূপে সমৃদ্ধ কলেবৰেৰে প্ৰসিদ্ধি লাভ কৰিছে।

**(৪) জামুগুৰিত ত্যাগবীৰ হেমবৰুৱা মহাবিদ্যালয় ঃ**

১৯৬২ চনৰ চীনা-যুদ্ধৰ পাছতে ১৯৬৩ চনত এই মহাবিদ্যালয়ৰ আৰম্ভণি হৈছিল। এই মহাবিদ্যালয়ৰো নামকৰণ হ'ল *ত্যাগবীৰ হেম বৰুৱাৰ* স্মৃতিত। বৰ্তমান এই মহাবিদ্যালয়ো এখন প্ৰতিষ্ঠিত, নাম কৰা মহাবিদ্যালয় হৈ জিলিকিছে। ১৯৬৫ চনত এই মহাবিদ্যালয় পৰিদৰ্শন কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেতিয়াৰ ৰসায়ন বিভাগৰ মুৰব্বী অধ্যাপক ৰোহিণী কুমাৰ বৰুৱাই মহাবিদ্যালয়ৰ নাম সম্পৰ্কত পৰিদৰ্শন টোকাত এনেদৰে লেখিছিল ঃ

*... My only reservation is that as the college authorities have thought it fit to name it after a very respected leader Late Tyagabir Hem Chandra Barua we should see that solid foundation is laid for perpetuating such hallowed name."*

[ *"ত্যাগবীৰ হেম বৰুৱা মহাবিদ্যালয় ঃ জামুগুৰিহাট, স্মৃতিগ্ৰন্থ ৰূপালী জয়ন্তী, ১৯৮৯ খ্ৰী."-* পৃষ্ঠা ৩]।

প্ৰকৃততে এই মহাবিদ্যালয়েই আজি তেওঁৰ নাম যুগমীয়া কৰি ৰখাৰ বাবে অন্য এক সুদৃষ্টান্ত স্থাপন কৰিলে।

আমি জনাত তেওঁৰ স্মৃতি-সোঁৱৰণৰ ক্ষেত্ৰত ইয়াত বাহিৰে উল্লেখনীয় কোনো পদক্ষেপ হোৱা নাই।

আজি ত্যাগবীৰ হেম বৰুৱাৰ পুনৰ মূল্যায়ণৰ প্ৰয়োজন হৈছে। তেওঁৰ সাৰ্থক আৰু যথাযথ বিচাৰ-বিশ্লেষণ হ'ব লাগে।

প্ৰস্তাৱিত এই স্মাৰক গ্ৰন্থই তেওঁৰ পুনৰ মূল্যায়ণৰ বাবে এক অপৰিহাৰ্য্য সমল হ'ব বুলি আশা কৰা হ'ল। ❐

# সাহিত্যক্ষেত্ৰত হেম বৰুৱা

—ড° সত্যেন্দ্ৰ নাথ শৰ্মা

স্বৰ্গীয় হেম বৰুৱা দেশৰ কাৰণে সৰ্বস্ব ত্যাগ কৰা একনিষ্ঠ দেশব্ৰতীৰূপেই সাধাৰণতে জনাজাত। সাহিত্যিকৰূপে তেখেতৰ পৰিচয় সৰ্বজনখ্যাত নহয়। তেখেতৰ জীৱন অধ্যয়ন কৰিলে আৰু ৰচনাৱলীত চকু ফুৰালে তেখেত যে সাহিত্যৰ এজন গভীৰ উপাসকো আছিল সেই কথা ধৰিব পাৰি। ডি-কুৱেঞ্চিয়ে সাহিত্যক বহলভাৱে দুটা শ্ৰেণীত ভাগ কৰিছে, প্ৰথম শ্ৰেণীক অৰ্থাৎ সৃজনাত্মক সাহিত্যক তেখেতে *Literature of Power* আৰু দ্বিতীয় শ্ৰেণীৰ সাহিত্যক, অৰ্থাৎ জ্ঞান-প্ৰধান সাহিত্যক *Literature of Knowledge* আখ্যা দিছে। স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা প্ৰথম শ্ৰেণীৰ সাহিত্য ৰচনা কৰা সাহিত্যিক নাছিল, কিন্তু দ্বিতীয় শ্ৰেণীৰ ৰচনাৰ যথেষ্ট নিদৰ্শন তেখেতে ৰাখি গৈছে। নিজে কাব্য, নাটক, উপন্যাস আদি ৰচনা নকৰিলেও এই শ্ৰেণী সাহিত্যৰ যে তেখেত সুজান ৰসিক আছিল তাৰ প্ৰমাণো ৰাখি গৈছে।

বৰুৱাৰ কাৰ্য্যাৱলী আৰু ৰচনাৰপৰা এইটো সহজে অনুমান কৰিব পৰা যায় যে তেখেতে সমাজ বা জাতীয় উন্নতি সাধনৰ মাধ্যম স্বৰূপেহে সাহিত্যক গ্ৰহণ কৰিছিল। Art for art's sake অৰ্থাৎ কলাৰ উদ্দেশ্যেই কলাসৃষ্টিৰ মতবাদত তেখেতে বিশ্বাস নকৰিছিল। সাহিত্য সামাজিক প্ৰগতিৰ সহায় হ'ব লাগিব; সমাজ-নিৰপেক্ষ সাহিত্য ফানুচৰ দৰে; সি 'ন দেবায়, ন ধৰ্মায়', কোনো কামতে নাহে। গতিকে তেনে ফুলজাৰি সদৃশ সাহিত্য সৃষ্টিৰ প্ৰতি স্বৰ্গীয় বৰুৱাৰ বিশেষ সহানুভূতি থকা যেন নালাগে। এই কাৰণেই বোধকৰো ৰুছ সাহিত্যৰ উপন্যাসৰ প্ৰতি তেখেত বিশেষ ধৰণে আকৃষ্ট হৈছিল। গোৰ্কিৰ 'কমৰেড' উপন্যাসখনৰ আলোচনা প্ৰসঙ্গত তেখেতে এঠাইত লেখিছে— "যিসকল লিখকৰ চেষ্টাত ৰুছিয়াৰ ভিতৰুৱা দুখ-দৈন্য, অত্যাচাৰ-অবিচাৰৰ কথা, ভয়াবহ

কাহিনী প্ৰচাৰিত হৈছিল তাৰ ভিতৰত ৰুছিয়াৰ ঔপন্যাসিক টলষ্টয়, টুৰ্গেনিভ, ডষ্টয়েভ্‌স্কি আৰু গোৰ্কিৰ নাম আগেয়ে লেখত ল'বলগীয়া। এওঁলোকৰ লিখাৰ ভিতৰেদি সাম্য, ভ্ৰাতৃত্ব আৰু মানৱ জীৱনৰ মহত্ত্বৰ ভাব ৰুছ্ নৰ-নাৰীৰ মাজত প্ৰচাৰিত হৈ সমগ্ৰ ৰুছিয়াক এক ভ্ৰাতৃত্বৰ শিকলিৰে বান্ধিলে।" আকৌ সেই একে প্ৰবন্ধৰে আন এঠাইত লেখিছে— "এওঁলোকৰ লিখাৰ ভিতৰেদি ৰুছিয়াৰ জাৰৰ দিনৰ অন্তৰ্নিহিত জ্বালা-যন্ত্ৰণাৰ কিছু আভাস পোৱা যায় আৰু বলছেভিজিমে ৰুছিয়াত কিয় শিপাব পাৰিলে তাৰ আভাস এওঁলোকৰ গ্ৰন্থৰপৰা পোৱা যায়। অত্যাচাৰীৰ হাতত পীড়িত নৰ-নাৰীয়ে এই সাহিত্যৰ আশ্ৰয়েৰে নিজ দুখ আৰু অশান্তিৰ হাত সাৰিবলৈ কিছু সক্ষম হ'ব আৰু ৰাজনৈতিক ক্ষেত্ৰতো এই সাহিত্যৰ প্ৰভাৱ বৰ বেছি।" ৰুছ্ সাহিত্যৰ প্ৰতি বৰুৱাৰ বিশেষ আকৰ্ষণৰ মূলতে হ'ল নিষ্পেষিত জনতাৰ সহানুভূতিশীল চিত্ৰণ আৰু শাসকগোষ্ঠীৰ উৎপীড়নৰ জ্বলন্ত বিবৰণ। জাৰশাসিত ৰুছ দেশত ৰুছীয় জনতাৰ যি অৱস্থা আছিল সেই অৱস্থাৰ লগত বৃটিছশাসিত ভাৰতৰ বহুখিনি সাদৃশ্য তেওঁ লক্ষ্য কৰিছিল। গোৰ্কি আদিৰ ৰচনাই জনতাৰ দুৰ্দশা চিত্ৰিত কৰি বিপ্লৱৰ পথ-ৰচনাত যি অৰিহণা যোগাইছিল তাৰ দ্বাৰা বৰুৱাই যথেষ্ট অনুপ্ৰেৰণা লাভ কৰিছিল আৰু সেই উপন্যাসৰাজিৰ চমু পৰিচয় দান কৰি অসমীয়া পাঠকগোষ্ঠীৰ মনো বিপ্লৱমুখী কৰাৰ এটা অন্তৰ্নিহিত উদ্দেশ্য হয়তো তেওঁৰ আছিল। শ্ৰীঅমিয়কুমাৰ দাসদেৱৰ সম্পাদিত *'বাঁহী'*ৰ ২৩শ-২৪শ বছৰৰ বিভিন্ন সংখ্যাত তেখেতে গোৰ্কিৰ 'কমৰেড্', ডষ্টয়েভস্কিৰ 'ক্ৰাইম এণ্ড্ পানিচ্‌মেণ্ট', টুৰ্গেনিভৰ 'ফাদাৰ এণ্ড সন্স' উপন্যাসৰ স্বকীয় মন্তব্যসহ চমু পৰিচয় দাঙি ধৰিছিল। শেষৰখন উপন্যাস তেখেতে অনুবাদো কৰিছিল বুলি দাস ডাঙৰীয়াৰ এই গ্ৰন্থত সন্নিবিষ্ট প্ৰবন্ধৰপৰা জনা যায়। হেম বৰুৱা ডাণ্টেৰ পৰম ভক্ত আছিল। ডাণ্টে নিজ জন্মস্থানৰপৰা ৰাজনৈতিক কাৰণত নিৰ্বাসিত হৈছিল যদিও তেওঁৰ ৰচনাত পিতৃভূমি ইটালীৰ প্ৰতি অশেষ শ্ৰদ্ধা প্ৰকাশ পাইছে। তেওঁক লাঞ্ছনা কৰা ইটালীৰ অধিবাসীবিলাকক ডাণ্টেই নিন্দা কৰিলেও পিতৃভূমিৰ জল, বায়ু, আকাশ, বতাহ, নৈ, পৰ্বতৰ অশেষ গুণগান কৰি গৈছে। ডাণ্টেৰ স্বদেশপ্ৰীতি স্বৰ্গীয় বৰুৱাৰ প্ৰেৰণাৰ অন্যতম উৎস আছিল।

স্বদেশচিন্তা আৰু বৈপ্লৱিক ৰাজনীতিত কৰ্মব্যস্ত থকাৰ কাৰণে বৰুৱাই আশাশুধীয়াভাৱে সাহিত্য চৰ্চাত মনোনিৱেশ কৰিবপৰা হয়তো নাছিল। কিন্তু

ঢৌতে খৰ মাৰি যিকেইটা প্ৰবন্ধ ৰচনা কৰি গ'ল সেয়ে তেখেতৰ সাহিত্যিক সম্ভাৱনা আৰু সাহিত্য-অধ্যয়নৰ বিস্তৃতিৰ পৰিচয় দিয়ে। তেখেতৰ সৰল আৰু বিশুদ্ধ গদ্যৰীতিৰ নিদৰ্শন এই ৰচনাকেইখনেই দাঙি ধৰে। বৰুৱা অসম ছাত্ৰ-সন্মিলনৰ অন্যতম প্ৰতিষ্ঠাতা আছিল। এই ছাত্ৰ সন্মিলনে ছাত্ৰসকলক ৰাজনৈতিক সচেতন কৰি দেশৰ ভৱিষ্যত নেতৃত্ব গ্ৰহণ কৰিবপৰাকৈ কৰ্মক্ষম কৰি তুলিছিল। কিন্তু এই ৰাজনৈতিক দিশটোৰ বাহিৰেও ছাত্ৰ সন্মিলনে সাহিত্যৰ অনুশীলন আৰু প্ৰকাশৰ এটা আঁচনিও লৈছিল। বৰুৱা ছাত্ৰ সন্মিলনৰ প্ৰকাশন আঁচনিৰ অধ্যক্ষ আছিল। ছাত্ৰ সন্মিলনে হেমকোষ প্ৰণেতা হেমচন্দ্ৰ বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে এক চিৰিজ গ্ৰন্থ প্ৰকাশ কৰিছিল। এই চিৰিজৰপৰা চাৰ্লক হোমচৰ গল্প, 'ৰেগনাৰৰ সাধু', 'বুকাৰ ৱাশ্বিংটন', 'আৰব্য উপন্যাস' আদি গ্ৰন্থ প্ৰকাশ হৈছিল। এই গ্ৰন্থ চিৰিজৰ প্ৰকাশক আছিল ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা। সাহিত্যই জাতিৰ মানসিক উৎকৰ্ষ সাধন কৰে, ৰুচি পৰিমাৰ্জিত কৰে আৰু প্ৰগতিৰ পথ নিৰ্দেশ কৰে। সেই কাৰণেই উঠি অহা নতুন পুৰুষৰ মানসিক বিকাশৰ উদ্দেশ্য আগত ৰাখি জগতৰ বছা বছা গ্ৰন্থৰ অসমীয়া অনুবাদৰ আয়োজন আৰু প্ৰকাশনৰ প্ৰতি তেখেতে সজাগ দৃষ্টি ৰাখিছিল।

বিশুদ্ধ সাহিত্যৰ উপৰিও জাতীয় আন্দোলনৰ বীজ সিঁচিবৰ কাৰণে ভাৰতীয় কংগ্ৰেছৰ ইতিহাস, বৃটিছ শাসনৰ কুফল, বনুৱাৰ দুৰ্দশা, ১৯৩৫ চনত প্ৰৱৰ্তন কৰা শাসনতন্ত্ৰৰ অন্তঃসাৰশূন্যতা, অসম চৰকাৰৰ আৰ্থিক দুৰৱস্থা, অসমৰ ৰাজস্ব, কাউন্সিল নিৰ্বাচন আৰু ৰাইজৰ কৰ্তব্য, অসম কানি-তদন্ত কমিটী আৰু চৰকাৰৰ কানি-নীতি, ধৰ্ম আৰু শাসনযন্ত্ৰ আদি বহুতো ৰাজনৈতিক, আধা-ৰাজনৈতিক আৰু সামাজিক সমস্যামূলক প্ৰবন্ধ *'বাঁহী'* আৰু *'অসমীয়া'* কাকতত প্ৰকাশ কৰিছিল। এই প্ৰবন্ধবোৰ বৰুৱাৰ গভীৰ দেশপ্ৰেমৰ নিদৰ্শন। এই প্ৰবন্ধবোৰৰ মাজেদি তেখেতৰ তথ্যনিষ্ঠা, বিশ্লেষণ-প্ৰতিভা, যুক্তিবাদ আৰু বিষয়বস্তুৰ অভ্যন্তৰলৈ প্ৰৱেশ কৰিবপৰা ক্ষমতা প্ৰকাশ পাইছে। এই প্ৰবন্ধবোৰত লিখকৰ আবেগ বা অনুভূতিয়ে যৌক্তিক সিদ্ধান্তত উপনীত হোৱাত অকণো প্ৰভাৱ বিস্তাৰ কৰা নাই, বৰং প্ৰতি ক্ষেত্ৰতে অকাট্য যুক্তি আৰু তথ্য-বিশ্লেষণৰ প্ৰাধান্যহে লক্ষ্য কৰা যায়। তেখেতৰ এই প্ৰবন্ধবোৰ সাময়িক বিষয় বা ঘটনালৈ লেখা কাৰণে আজি ৩৫

বছৰৰ পাছত হয়তো মূল্যহীন হৈ পৰিছে। সেই পৰিৱেশ আৰু অৱস্থাৰ বহু পৰিৱৰ্তন ঘটিছে, কিন্তু সেই সময়ত এইবোৰ একোটা জ্বলন্ত সমস্যা আছিল আৰু বৰুৱাৰ লেখনীয়ে শিক্ষিত সমাজক সমস্যাবোৰৰ স্বৰূপ উপলব্ধি কৰাত প্ৰভূত পৰিমাণে সহায় কৰিছিল। প্ৰবন্ধবোৰৰ উপৰিও সমসাময়িক ৰাজনৈতিক আৰু অৰ্থনৈতিক ঘটনা বা অৱস্থাৰ বিষয়ে কেবাখনো পুস্তিকা ৰচনা আৰু প্ৰকাশ কৰিছিল। এই পুস্তিকাবোৰেও স্বাদেশিকতাৰ বীজ সিঁচাত বহু পৰিমাণে সহায় কৰিছিল আৰু পৰাধীন দেশৰ প্ৰকৃত পৰিস্থিতি প্ৰকাশ কৰিছিল।

বৰুৱাৰ লিখনিৰপৰা এইটো ধৰিব পাৰি যে পৃথিৱীৰ মহৎ বিপ্লৱসমূহৰ বুৰঞ্জী তেখেতে ভালকৈ অধ্যয়ন কৰিছিল। ফৰাচী আৰু ৰুছ বিপ্লৱ, আমেৰিকাৰ স্বাধীনতাৰ যুঁজ, তুৰস্কৰ নৱ-অভ্যুত্থানৰ বুৰঞ্জী ভালকৈ অধ্যয়ন কৰিছিল আৰু সেই বিপ্লৱসমূহৰ গতি আৰু প্ৰকৃতিয়ে তেওঁক ৰাজনৈতিক সিদ্ধান্ত আৰু কৰ্মপন্থা লোৱাত নিশ্চয় সহায় কৰিছিল। এই প্ৰসঙ্গত উল্লেখযোগ্য যে যিকেইজন ৰাষ্ট্ৰসংগঠকৰ পৰিচয় তেওঁৰ ৰচনাৰ মাজেদি দিবলৈ প্ৰয়াস কৰিছে সেইকেইজন হ'ল ৰুছিয়াৰ পিটাৰ ডি গ্ৰেট, মুছোলিনি আৰু কামাল পাছা। এই তিনিওজনেই স্বেচ্ছাচাৰী দেশনেতা নাছিল। বৰুৱা এওঁলোকৰ একনায়কত্ব বা স্বেচ্ছাৰিতাৰ প্ৰতি আকৃষ্ট হোৱা নাছিল, আকৃষ্ট হৈছিল তেওঁলোকৰ অকৃত্ৰিম দেশপ্ৰীতিৰ প্ৰতিহে। পৰাধীন দেশবাসীৰ পক্ষে অতি প্ৰয়োজনীয় গুণ হ'ল নিভাঁজ দেশপ্ৰেম, কাৰণ এই গুণৰ বলতহে এখন পৰাধীন দেশক স্বাধীন কৰা সম্ভৱ। দেশৰ শাসনতন্ত্ৰ কেনে ধৰণৰ হ'ব বা হোৱা উচিত সেইটো স্বাধীনতাৰ পৰৱৰ্তী সমস্যা। মুছোলিনি, কামাল পাছা বা পিটাৰৰ আদৰ্শনীয় আৰু গ্ৰহণীয় গুণ হ'ল দেশপ্ৰেম আৰু সংগঠন-প্ৰতিভা। হেম বৰুৱাই উক্ত দেশনেতাকেইজনৰ যে গুণগ্ৰাহী আছিল সেই বিষয়ে সন্দেহ নাই, কিন্তু সেই বুলি তেওঁলোকৰ সকলো কৰ্মপন্থাৰে সমৰ্থক আছিল তেনে কথা ক'ব নোৱাৰি।

হেম বৰুৱাৰ গদ্য বা প্ৰকাশভঙ্গী সম্পৰ্কে দুআষাৰ লেখি প্ৰবন্ধৰ সামৰণি মাৰোঁ। আগতে কৈ আহিছো যে বৰুৱাৰ ৰাজনৈতিক বা অৰ্থনৈতিক সমস্যাজড়িত প্ৰবন্ধাৱলীত যুক্তিনিষ্ঠা আৰু বিশ্লেষণৰ প্ৰাধান্য দেখা যায়; আবেগৰ দ্বাৰা পৰিচালিত নহৈ তত্ত্ব, তথ্য, যুক্তি আৰু বিশ্লেষণক এই গদ্যত

প্ৰধান স্থান দিছে। উপন্যাসৰ পৰিচয়াত্মক প্ৰবন্ধকেইটা আৰু অনুবাদমূলক প্ৰবন্ধ যি দুই-এটা আছে তাতো হেম বৰুৱাৰ ৰসাত্মক গদ্যৰ আভাস পোৱা যায়। মুছোলিনিৰ এখন চিঠিৰ যি অনুবাদ এই গ্ৰন্থত প্ৰকাশ হৈছে তাৰপৰাই ৰসাত্মক গদ্যৰ চানেকি এটি উদ্ধৃত কৰা হ'ল—

"সন্ধ্যা লাগিল— ৰাঙ্কনি বেলিৰ পোহৰে গছৰ আগে পাতে ধেমালি কৰিবলৈ ধৰিছে। ক্ৰমাৎ আন্ধাৰ হ'বলৈ ধৰিলে। মই উঠিলো আৰু নৈৰ পাৰৰ বাটটোৰেদি যাবলৈ ধৰিলো। নৈখনলৈ চাই মনত খেলিবলৈ ধৰিলে— এই জীৱনৰ কি প্ৰয়োজন! কাইলৈ প্ৰভাত সূৰ্য্যক চাই হ'ব কি? এনেতে হঠাৎ সঙ্গীতৰ মধুৰ শব্দ বতাহত ভাঁহি আহিবলৈ ধৰিলে। নৈৰ পাৰৰ হোটেলবিলাকত একেলগে বাজনা বাজি উঠিল। সেই সুৰৰ অপূৰ্ব আহ্বানত মোৰ পীড়িত অন্তৰে ভোক পাহৰি মোক নজনোৱাকৈ নাচি উঠিল। কিন্তু ভোকৰ কোবত শেষত সিও শাম কাটিলে। মই ভোকত থিয় হৈ থাকিব নোৱাৰাত পৰিলো। মোৰ ওচৰেদি আনন্দত কোলাহল কৰি নানা দেশৰ মানুহ অহা-যোৱা কৰিব ধৰিলে— আনন্দ সিহঁতৰ মাতত, আনন্দ সিহঁতৰ ভঙ্গীত, আনন্দ সিহঁতৰ প্ৰতি খোজত। কেৱল আনন্দ নাই মোৰ, আহাৰ নাই মোৰ, শয্যা নাই মোৰ।"

সন্ধিয়াৰ ম্লান পোহৰত ক্ষুধাতুৰ, আশ্ৰয়হীন এজনৰ বেদনাক্লিষ্ট ৰূপ এটি নিৰলঙ্কাৰ অথচ অনুভূতিসঞ্চাৰী ভাষাত লিখকে অনুবাদ কৰিছে। ইয়াত অযথা বাগাড়ম্বৰ বা শব্দবাহুল্য নাই। প্ৰত্যেকটো বাক্য সৰল অথচ অন্তৰস্পৰ্শী। বিশুদ্ধ সাহিত্য ৰচনা কৰিবলৈ হেম বৰুৱাই প্ৰয়াস কৰা নাছিল, কিন্তু সেই দিশটোৰ এটা ইঙ্গিতপূৰ্ণ সম্ভাৱনা দুই-এটা প্ৰবন্ধই দাঙি ধৰে। ❒

# স্বাধীনতা আন্দোলনত ছাত্ৰৰ ভূমিকা

—ৰজনীকান্ত গোস্বামী

যিসকল লোকে ধন-দৌলত, সুখ-স্বাচ্ছন্দ্য, মান-গৌৰৱ, সাংসাৰিক আন একোকে আকাঙ্ক্ষা নকৰি দেশৰ স্বাধীনতা লাভৰ কাৰণে গোটেই জীৱন-যৌৱন সৰ্বস্ব দি গৈছে সেইসকলৰ ভিতৰত ত্যাগবীৰ হেম বৰুৱাও এজন। ত্যাগবীৰ হেম বৰুৱাই ছাত্ৰাৱস্থাতেই দেশসেৱাত আত্মনিয়োগ কৰে আৰু নিজৰ নিমিত্তে জীৱনৰ এক মুহূৰ্তও নিয়োগ নকৰি গোটেই জীৱনটো চিৰকুমাৰ বা ছাত্ৰ হিচাপে থাকি জীৱনৰ সকলোখিনি ভাৰতৰ স্বাধীনতা লাভৰ কাৰণে ন্যস্ত কৰি স্বাধীনতা লাভৰ চেষ্টাতে জীৱনৰ শেষ নিশ্বাস ত্যাগ কৰে।

ইংৰাজে অসম অধিকাৰ কৰে ভাৰতৰ অন্যান্য ৰাজ্য বা প্ৰদেশৰ সকলোতকৈ পিছত, মাত্ৰ ঊনৈশ শতিকাৰ তৃতীয় দশকত; আৰু তাকো কৰে মানৰ অত্যাচাৰৰপৰা অসমবাসীক ৰক্ষা কৰাৰ ভাও ধৰি, আৰু অধিকাৰৰ দাবী সাব্যস্ত কৰে ১৮২৬ চনত মান ৰজাৰ লগত ইয়াণ্ডাবু সন্ধি স্থাপনৰ চৰ্ত অনুসাৰে। এইদৰে সহজে আৰু অসমবাসীৰ বিশেষ প্ৰতিবন্ধক নোপোৱাকৈয়ে ৰাজ্য প্ৰতিষ্ঠা কৰি লৈ চতুৰ ইংৰাজে অসমৰ সাৰুৱা মাটিখিনিত চাহবাগিচা পাতি লৈ অসমত এটা বিশেষ ধন ঘটাৰ ঘাটি পাতি লয় আৰু তাকো কৰে অসমৰ জনসাধাৰণে অসমৰ মাটিৰপৰা যে ইংৰাজ ব্যৱসায়ীয়ে সোণ বুটলিব লাগিছে এই কথা গম নোপোৱাকৈ ৰাখিবলৈ অন্যান্য ৰাজ্য বা প্ৰদেশৰপৰা শ্ৰমিক শ্ৰেণীৰ লোকসকলক আমদানি কৰি আনি আৰু চাহৰ বেহা-বেপাৰৰ স্থানো সুদূৰ কলিকতাত স্থাপন কৰি। ভাৰত

স্বাধীন হোৱাৰ পিছতো ইংৰাজৰ অৰ্থনৈতিক ভিত্তিতে শাসনকাৰ্য্য পৰিচালনা কৰিবলৈ লোৱাত চাহশিল্পৰ সুযোগ অসমবাসীয়ে আজিও পোৱা নাই। আনকি কলিকতাত যে আমাৰ চাহৰ বেহা-বেপাৰৰ সূত্ৰ লৈ হাজাৰ হাজাৰ মানুহে আজিও সুখে-স্বাচ্ছন্দ্যে জীৱিকা নিৰ্বাহ কৰিব লাগিছে অসমবাসীয়ে তাৰ গমকে ধৰিব পৰা নাই। এনেদৰে অসমত শান্তি স্থাপনৰ ভাও ধৰি ইংৰাজে ৰাজত্ব চলায় আৰু সেইবাবে অসমীয়া লোকৰ সমূহীয়াভাৱে ইংৰাজ-বিদ্বেষৰ ভাব জাগি উঠে পলমকৈ। তথাপি মণিৰাম দেৱান, পিয়লি ফুকন আদি দূৰদৰ্শী অসমীয়া বীৰ সন্তানসকলৰ চকুত ইংৰাজে একেবাৰে ধূলি মাৰিব পৰা নাছিল আৰু তেওঁলোকৰ লগতে বহু অসমীয়া বীৰ সন্তানে ভাৰতবৰ্ষত ইংৰাজ খেদিবৰ কাৰণে প্ৰথম যি বিদ্ৰোহ উত্থাপন হৈছিল সেই বিদ্ৰোহত যোগ দি নানা নিৰ্য্যাতন ভুগিছিল আৰু কিছুমানে আত্মাহুতিও দিছিল।

পৰাধীনতাৰ কালছোৱাত অসমৰ ছাত্ৰসকলে অসমৰ সকলো সমস্যা সমাধানত এটি বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে আৰু সকলো আন্দোলনতে বা আলোড়নতে আগভাগ লৈছে। অসম ইংৰাজৰ তললৈ যোৱাৰ পিছত ইংৰাজে যেতিয়া তেওঁলোকৰ আমোলাসকলৰ সন্তুষ্টিৰ কাৰণে অসমীয়া ভাষা অসমৰ পঢ়াশালি, আইন-আদালত আদিত নচলোৱাটোকে স্থিৰ কৰিলে তেতিয়া ঢেকিয়াল ফুকন প্ৰমুখ্যে কেইজনমান অসমীয়া ছাত্ৰই অসমীয়াহে যে অসমত প্ৰচলিত হ'ব লাগে তাৰ বাবে দৃঢ়ভাৱে আন্দোলন চলায় আৰু তেখেতসকলৰ একাণপতীয়া চেষ্টাৰ কাৰণে ইংৰাজ চৰকাৰে পুনৰ অসমত অসমীয়া চলাবলৈ বাধ্য হয় আৰু সেই ছাত্ৰসকলৰ চেষ্টাৰ ফল স্বৰূপেই আজি অসমে নিজৰ ভাষা, সাহিত্য আৰু কৃষ্টিৰ কথা কৈ গৌৰব কৰিবলৈ সমৰ্থ হৈছে।

অসমত অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠা কৰাতে অকল নহয়, অসমীয়া ভাষাক উন্নত আৰু টনকিয়াল কৰা বিষয়তো সাহিত্যৰথী বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী প্ৰভৃতি তেতিয়াৰ কলিকতা প্ৰবসুৱা ছাত্ৰসকলেই আগৰণুৱা বুলি ক'ব পাৰি। এওঁলোকৰ চেষ্টা আৰু আন্দোলনৰ ফলতে অসমত আৰু অসমৰ বাহিৰৰ কলিকতা আদি ঠাইতো 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' আদি প্ৰতিষ্ঠান গঢ়ি উঠে। অসমীয়াক অন্যান্য ৰাজ্যিক ভাষাৰ লগত সকলো বিষয়ে ফেৰ মাৰিব পৰা অৱস্থালৈ নিয়াৰ গুৰিতে অসমৰ ছাত্ৰসকলৰ এটি বিশেষ অৱদান আছে।

সমাজ-কল্যাণ আৰু জনসেৱা সংস্থান আদি গঢ়ি তোলাৰ কামতো অসমীয়া ছাত্ৰৰ অৱদান কম নহয়। কুৰি শতিকাৰ আগভাগতেই অসমৰ ছাত্ৰসকলে অসমৰ সৰ্বাঙ্গীন উন্নতিৰ কাৰণে মনোনিৱেশ কৰিবলৈ চেষ্টা কৰে। সেই সময়ত অসম 'কানীয়া', 'অকামিলা' বুলি এটা দুৰ্নাম আছিল। এই অৱস্থাৰ অৱসান ঘটাবলৈ ছাত্ৰসকলে যাতে তেওঁলোকৰ কলেজ আদিৰ বন্ধৰ সময়খিনি কামত লগাব পাৰে তাৰবাবে ছাত্ৰসকলৰ এটি অনুষ্ঠান গঢ়ি তুলিবলৈ দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাদেৱৰ নেতৃত্বত ত্যাগবীৰ হেম বৰুৱা, লক্ষ্মীধৰ শৰ্মা, অমিয়কুমাৰ দাস আদি তেতিয়াৰ ছাত্ৰসকলে মনোনিৱেশ কৰে আৰু সেই উদ্দেশ্যে অসম ছাত্ৰ সন্মিলনীৰ প্ৰথম অধিৱেশন সাহিত্যৰথী বেজবৰুৱাদেৱৰ সভাপতিত্বত গুৱাহাটীত আহ্বান কৰা হয়। ভাৰতবৰ্ষৰ ভিতৰত প্ৰথম ৰাজ্যিক (প্ৰাদেশিক) ভেটিত সন্মিলিত সকলো ছাত্ৰৰ এটি অনুষ্ঠান গঢ়ি উঠে প্ৰথম অসমতে আৰু এই অসম ছাত্ৰ সন্মিলনীয়ে কুৰি বছৰৰো অধিক কাল অসমত ছাত্ৰসকলৰ সকলো ৰকম কাৰ্য্য পৰিচালনা কৰে।

এই ছাত্ৰ সন্মিলনীয়ে সাহিত্য সেৱা কৰাৰ উপৰিও গাঁও সংগঠন, কলাজ্বৰ, মেলেৰীয়া আদি নিবাৰণৰ উপায় আদিৰ দিহা দিয়া, কানি-ভাং-চিগাৰেট আদি মাদকতা নিবাৰণ, নিৰক্ষৰতা দূৰীকৰণৰ ব্যৱস্থা আদি সমাজ কল্যাণৰ কাম হাতত লৈছিল আৰু স্কুল-কলেজ বন্ধৰ ভিতৰত স্কুলৰ ছাত্ৰসকলৰ সহযোগত গাঁৱত গৈ এনেবোৰ কাম কৰি ৰাইজৰ সমাদৰ লাভ কৰিছিল। অসম ছাত্ৰ সন্মিলনীৰ বছৰেকীয়া মুকলি অধিৱেশনত সভাপতিৰ আসন লৈছিল মহামতি ৰেভাৰেণ্ড এণ্ড্ৰুজ, আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়, জনজাতীয় নেতা ৰেভাৰেণ্ড নিকলছ্ ৰয়, কৰ্মবীৰ বৰদলৈ, দেশভক্ত ফুকন আদি ভাৰতৰ বিখ্যাত লোকসকলে। সন্মিলনীৰ সকলো কাৰ্য্য সম্পাদনা কৰিছিল সম্পাদক আৰু কাৰ্য্যকৰী কমিটীৰ সভ্যসকলে। ৰেভাৰেণ্ড নিকলছ্ ৰয়ে অসমত কানি নিবাৰণ আইন বিধান সভাত উত্থাপন কৰি গৃহীত কৰায় আৰু অসমৰ ছাত্ৰসকলে সকলো প্ৰকাৰে প্ৰচাৰ আৰু পিকেটিং আদি নানা কাৰ্য্যপ্ৰণালী হাতত লৈ অসমৰপৰা কানি দূৰ কৰাত আগভাগ লয় অসম ছাত্ৰ সন্মিলনীৰ জৰিয়তে।

মহাত্মা গান্ধী পৰিচালিত স্বাধীনতা আন্দোলনত অসমৰ ছাত্ৰৰ অৱদান ভাৰতৰ অন্যান্য ৰাজ্যৰ ছাত্ৰসকলৰ আগশাৰীত বুলি ক'ব পাৰি আৰু এই

আন্দোলন অসমৰ গাঁৱে-ভূঞে বিয়পায় অসমৰ ছাত্ৰসকলেই বুলি ক'লেও সত্যৰ অৱমাননা কৰা নহয়। জালিয়ানৱালাবাগ হত্যাকাণ্ডৰ সূত্ৰপাত লৈ মহাত্মা গান্ধীয়ে ভাৰতবাসীক স্কুল-কলেজ, আদালত আৰু ইংৰাজৰ অন্যান্য সকলো ৰকমৰ অনুষ্ঠানকে বৰ্জন কৰিবলৈ আহ্বান কৰে। তেতিয়া দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা প্ৰমুখ্যে অসমৰ অলপ সংখ্যক নেতৃস্থানীয় লোকে অসমতো এই আন্দোলন চলাবলৈ আগ্ৰহ কৰিছিল যদিও সৰ্বসাধাৰণৰপৰা কিমানদূৰ সমৰ্থন পাব তাৰ সঠিকতা নিৰ্দ্ধাৰণ কৰিব নোৱাৰি দেশবাসীক এই আন্দোলনত জাপ দি পৰিবলৈ আহ্বান দিব পৰা নাছিল। কিন্তু যেতিয়া দেশবন্ধু চিত্তৰঞ্জন দাশৰ নেতৃত্বত বঙ্গদেশত স্কুল-কলেজ বৰ্জন হ'ল, তেতিয়া কলিকতাত থকা অসমৰ ছাত্ৰসকলেও এই আন্দোলনত জঁপিয়াই পৰি স্কুল-কলেজ এৰি অসমলৈ আহিল আৰু কলিকতাৰ ছাত্ৰসকলে গুৱাহাটী পোৱাৰ লগে লগে তেতিয়াৰ অসমৰ একমাত্ৰ কলেজ কটন কলেজৰ ছাত্ৰসকলেও গোলামীখানা বুলি কলেজ পৰিত্যাগ কৰি অসহযোগ আন্দোলনত যোগ দিলে। স্কুল-কলেজ ত্যাগ কৰা ছাত্ৰসকলৰ ভিতৰত ত্যাগবীৰ হেম বৰুৱা আগৰণুৱা আছিল। কলেজৰ ছাত্ৰসকলৰ লগত স্কুলৰ ছাত্ৰসকলেও স্কুল পৰিত্যাগ কৰি সকলোৱে যেয়ে যেনেদৰে পাৰে অসহযোগৰ সূত্ৰ গাঁৱে-ভূঞে, চহৰে-নগৰে গাই ফুৰিব ধৰিলে। তেতিয়াহে দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ লগত কৰ্মবীৰ বৰদলৈ আদি নেতাসকলে ছাত্ৰসকলক সমৰ্থন কৰি দেশবাসীক অসহযোগ আন্দোলনত যোগ দিবলৈ আহ্বান জনালে। অলপ পিচতে দেশভক্ত ফুকনে এই আন্দোলনত যোগ দি তেখেতৰ ব্যক্তিত্বৰ প্ৰভাৱত অসমত অসহযোগ আন্দোলনৰ ব্যাপকতা ইমানদূৰ আগবঢ়াই লৈ যায় যে অসমীয়া মানুহে আইন-আদালত এৰি কংগ্ৰেছ আৰু কংগ্ৰেছ পৰিচালিত পঞ্চায়তভে তেওঁলোকৰ বাদ-বিসম্বাদৰ মীমাংসা কৰিবলৈ লয়। তেতিয়া অসমত এনে এটা অৱস্থা হোৱা যেন হৈছিল যেন অসমত আৰু ইংৰাজ ৰজা নাই, কংগ্ৰেছ-ৰাজহে প্ৰতিষ্ঠা হৈছে। এই কথা কোনেও নুই কৰিব নোৱাৰে যে অসমত প্ৰথমতে অসহযোগ আন্দোলন আৰম্ভ কৰে ছাত্ৰসকলে আৰু এই ছাত্ৰসকলে আৰম্ভ কৰা অসহযোগ আন্দোলনে দেশভক্ত ফুকনৰ নেতৃত্বত ভাৰতত শীৰ্ষস্থান অধিকাৰ কৰে।

অসহযোগ আন্দোলনৰ যোগেদি অসমবাসীয়ে অশেষ নিৰ্য্যাতন ভোগ কৰিবলগীয়া হয় আৰু নেতৃস্থানীয় লোকসকলেও ধন-সম্পত্তি বিলোপ,

কাৰাদণ্ড আদি নানা ধৰণৰ নিৰ্য্যাতন ভোগ কৰে। অসহযোগ আন্দোলনত বিদেশী বস্তু বৰ্জননীতি গ্ৰহণ কৰাত দেশী শিল্পপতি ব্যৱসায়ীসকল— বিশেষকৈ কাপোৰৰ কলৰ মালিকসকল বিশেষভাৱে লাভবান হয়। আন আন ৰাজ্যৰ কংগ্ৰেছ কৰ্মীসকলে দেশী ব্যৱসায়ীসকলৰপৰা সহায়-সহানুভূতি লাভ কৰে। এনেকি কংগ্ৰেছ মহাসভাৰ কোষাধ্যক্ষও আছিল যমুনালাল বাজাজ। কিন্তু অসমৰ ব্যৱসায়ীসকলে সম্পূৰ্ণৰূপে ইংৰাজ চৰকাৰৰ লগ হৈ আন্দোলনকাৰীসকলক নানাভাৱে নিৰ্য্যাতন কৰাতহে সহায় কৰে। ফলত অসমৰ যিসকলে অসহযোগ আন্দোলনৰ যোগেদি কাৰাবৰণ আদি নিৰ্য্যাতন ভোগ কৰি ঘৰলৈ উভতি আহে তেওঁলোকৰ তেতিয়া ভাতমুঠি যোগাৰ কৰাৰ উপায় নোহোৱা যেন হয়। এনে অৱস্থাত চৌৰিচৌৰা হত্যাকাণ্ডৰ পিছত যেতিয়া মহাত্মাই অসহযোগ আন্দোলন বন্ধ কৰি দি কৰ্মীসকলক গঠনমূলক কামত মনোনিৱেশ কৰিবলৈ নিৰ্দেশ দিলে তেতিয়া অন্যান্য ৰাজ্যৰ কংগ্ৰেছ কৰ্মীসকলে এক অংশ ব্যৱসায়ী লোকৰপৰা যিটো সহায় সমৰ্থন পালে, অসমৰ কংগ্ৰেছ কৰ্মী আৰু নেতাসকল তেনে সাহায্যৰ পৰাও বঞ্চিত হ'ল। ফলত অসমৰ কংগ্ৰেছ কৰ্মী আৰু নেতাসকলৰ আন্তৰিকতা যদিও অক্ষুণ্ণ আছিল, অসমৰ কংগ্ৰেছ অনুষ্ঠান সাময়িকভাৱে হ'লেও নিষ্প্ৰভ হৈ পৰিল। তাৰ উপৰিও ১৯২৬ চনত কংগ্ৰেছ মহাসভা গুৱাহাটীত পাতি কংগ্ৰেছ নেতৃবৰ্গ ঋণগ্ৰস্ত হৈ সাময়িকভাৱে উৎসাহবিহীন হৈ পৰিছিল।

যি সময়ত অসমৰ কংগ্ৰেছ নিষ্প্ৰভ হৈ পৰিছিল সেই সময়তে অসম ছাত্ৰ সন্মিলনীয়ে অ-ৰাজনৈতিক অনুষ্ঠান হিচাপে স্বদেশী প্ৰচলন, অস্পৃশ্যতা নিবাৰণ, মাদকতা নিবাৰণ আদি কাম হাতত লৈ গান্ধীজী পৰিচালিত নীতিৰ গঠনমূলক কামখিনি অসমত কংগ্ৰেছৰ পৰিপূৰক হিচাপে কৰি গৈছিল।

সেই সময়ত অসম ছাত্ৰ সন্মিলনীয়ে সমূহ ৰাইজৰ ইমান সমাদৰ লাভ কৰিছিল যে প্ৰতি বছৰে সন্মিলনীৰ বছৰেকীয়া মুকলি অধিৱেশন মহা সমাৰোহেৰে অসমৰ বিভিন্ন চহৰত পতা হৈছিল আৰু তাৰ মুকলি অধিৱেশনত বিভিন্ন ভাবৰ সকলো শ্ৰেণীৰ লোকে উপস্থিত থাকি ছাত্ৰসকলক উৎসাহিত কৰিছিল। তেতিয়া ছাত্ৰ সন্মিলনীৰ শাখা-সভা অসমৰ চুকে-কোণে প্ৰায় দুশমান আছিল আৰু সকলো শাখা-সভাৰপৰা প্ৰতিনিধিয়ে বছৰেকীয়া অধিৱেশনত যোগ দিছিল। এই শাখা-সভাবিলাকৰ জৰিয়তে মাদকতা

নিবাৰণ, বিদেশী বস্তু বৰ্জন, গাঁও সংগঠন আদি কাম কৰি সদৌ অসমতে ৰাইজৰ প্ৰীতি আৰু সমাদৰ লাভ কৰিছিল অসম ছাত্ৰ সন্মিলনীয়ে এটি জাতীয় অনুষ্ঠান হিচাপে।

এই লিখকেই ১৯২৭ চনৰপৰা ১৯৩২ চনলৈ অসম ছাত্ৰ সন্মিলনীৰ সম্পাদকৰ বাব বহন কৰিছিল আৰু সেইবাবে ক'ব পাৰে যে সন্মিলনীৰ নিয়মাৱলীৰ মতে সন্মিলনীয়ে ৰাজনৈতিক বিষয়ৰ আলোচনা কৰিব নোৱাৰিছিল যদিও আৰু এই নিয়ম পৰিৱৰ্তনৰ বাবে প্ৰত্যেক বছৰেই বছৰেকীয়া অধিৱেশনত তীব্ৰ সমালোচনা আদি হৈছিল যদিও, অৰাজনৈতিক অনুষ্ঠান হিচাপে চৰকাৰৰপৰা বাধা নোপোৱাকৈ গঠনমূলক কামসমূহ ছাত্ৰ সন্মিলনীৰ বৰণীয় কাম হিচাপে কৰি গৈ থকাটোৱেই সন্মিলিত প্ৰতিনিধিবৰ্গই সাব্যস্ত কৰিছিল। অধিক সংখ্যক প্ৰতিনিধিয়ে স্বৰাজভাবাপন্ন আছিল যদিও ১৯৩০ চনলৈকে অসম ছাত্ৰ সন্মিলনীয়ে ৰাজনৈতিক বিষয় আলোচনা কৰিব নোৱাৰা নিয়ম অপৰিৱৰ্তিত ৰাখিছিল, কাৰণ ছাত্ৰ সন্মিলনীৰ শাখা-সভাসমূহ হৈছিল অধিক সংখ্যক চৰকাৰী স্কুল-কলেজৰ ছাত্ৰসকলৰ দ্বাৰা গঠিত। ছাত্ৰ সন্মিলনৰ কৰ্মকৰ্তাসকলৰ বহুতেই অনুভৱ কৰিছিল যে অৰাজনৈতিক অনুষ্ঠান বুলি নামত ৰাখিলেহে তেওঁলোকে সমূহীয়াভাৱে ছাত্ৰসকলৰ দ্বাৰা কংগ্ৰেছৰ গঠনমূলক কাম— মাদকতা নিবাৰণ, স্বদেশী প্ৰচলন আদি কাম কৰিবলৈ সুযোগ পাব।

ৰাজনৈতিক আলোচনা হ'ব নোৱাৰে বুলি নিয়মাৱলীত লিখা থাকিলেও পিছত অসম চৰকাৰে অসম ছাত্ৰ সন্মিলনৰ কাৰ্য্যকলাপৰ ওপৰত চোকা নজৰ ৰাখিবলৈ ধৰে। স্কুল-কলেজ আদি বন্ধৰ সময়ত মেজিক লেণ্টাৰ্ণ আদি লৈ গৈ যেতিয়া ছাত্ৰসকলে কলেৰা, মেলেৰীয়া আদি নিবাৰণৰ উপায়ৰ বিষয়ে ক'বলৈ গাঁৱলৈ যায় তেতিয়াও তালৈ পুলিচ বিষয়া বা গুপ্তচৰ যোৱাৰ ব্যৱস্থা হয়। ১৯২৯ চনৰ শেষভাগত চৰকাৰে এখন চাৰ্কুলাৰ জাৰি কৰে যে কোনো ছাত্ৰই ৰাজনৈতিক সভা-সমিতিত যোগ দিব নোৱাৰিব আৰু যোগ দিয়া প্ৰমাণ পালে তেনে ছাত্ৰক স্কুল বা কলেজৰপৰা খেদি দিয়া হ'ব আৰু নাবালক ছাত্ৰই তেনে কাৰ্য্যত লিপ্ত হ'লে অভিভাৱকসকল জগৰীয়া হ'ব। এই চাৰ্কুলাৰ অসমত কুখ্যাত 'কানিংহাম চাৰ্কুলাৰ' নামে জনাজাত।

১৯৩০ চনৰ পহিলা তাৰিখৰপৰা কংগ্ৰেছ পূৰ্ণ স্বৰাজৰ দাবী সমৰ্থন কৰে আৰু এই দাবী পূৰণৰ অৰ্থে মহাত্মা গান্ধীয়ে আইন অমান্য আন্দোলন

চলাবলৈ স্থিৰ কৰে। ভাৰতৰ সকলো ৰাজ্যিক (তেতিয়া প্ৰাদেশিক) কংগ্ৰেছ কমিটীবিলাকে তাৰবাবে প্ৰস্তুতি চলায়, কিন্তু অসম কংগ্ৰেছ অসমত আইন অমান্য আন্দোলন চলাবনে নচলায় গুণাগথা কৰিয়ে থাকে। ফুকন, বৰদলৈ প্ৰভৃতি প্ৰবীণ নেতৃবৃন্দই সদ্যহতে অসমে এনেকুৱা আন্দোলনত যোগ নিদিবলৈ অসমবাসীক উপদেশ দিয়ে।

সেই সময়ত ত্যাগবীৰ হেম বৰুৱাই ওকালতি কৰোঁ বুলি তেজপুৰৰ কাছাৰীলৈ অহা-যোৱা কৰিছিল। সমগ্ৰ ভাৰতবৰ্ষই আইন অমান্য আন্দোলন কৰিব আৰু অসম হাত সাৱটি বহি থাকিব এই কথা ত্যাগবীৰ হেম বৰুৱাই সহ্য কৰিব নোৱাৰিলে। তেওঁ তেওঁৰ ওকালতি ব্যৱসায়ৰ সামৰণি মাৰি তেওঁৰ অকৃত্ৰিম সহোদৰোপম বন্ধু অমিয়কুমাৰ দাসক লগত লৈ গুৱাহাটীত উপস্থিত হ'ল আৰু অসমবাসীক আইন অমান্য আন্দোলনত যোগ দিবলৈ আহ্বান জনালে। তেতিয়াও তেওঁলোকে প্ৰভাৱশালী নেতা হিচাপে প্ৰতিপন্ন হোৱা নাছিল আৰু ফুকন, বৰদলৈ প্ৰভৃতি প্ৰধান নেতাসকলৰ বিৰুদ্ধে দেশবাসীক আইন অমান্য আন্দোলনত ব্ৰতী কৰাটো এটি দুৰূহ কাম যেন হৈছিল। কিন্তু সকলো বাধা-বিঘিনি অতিক্ৰম কৰি অসমত আইন অমান্য আন্দোলন চলাবলৈ তেওঁলোক দৃঢ়সঙ্কল্প হ'ল।

মহাত্মা গান্ধীয়ে পদযাত্ৰা কৰি গৈ দাণ্ডিত লোণ আইন-ভঙ্গ কৰাৰ লগে লগে ভাৰতৰ বিভিন্ন ঠাইত আইন অমান্য আন্দোলনৰ জুই জ্বলি উঠিল। কিন্তু তেতিয়াও অসম নীৰৱে থকাত ত্যাগবীৰ বৰুৱা, অমিয়কুমাৰ দাস আদি দেশসেৱকসকলৰ অন্তৰ জুয়ে পুৰি নিয়া যেন কৰিব ধৰিলে। ত্যাগবীৰ বৰুৱাই ছাত্ৰসকলৰ ওচৰ চাপিল আৰু অসম ছাত্ৰ সন্মিলনীৰ সম্পাদকক ছাত্ৰশক্তিক দেশৰ সেৱাত যোগ দিবলৈ আহ্বান কৰিবলৈ অনুৰোধ জনালে।

বৰুৱাদেৱ যদিও তেতিয়া ছাত্ৰ নহয়, তেওঁ গোটেই জীৱনটো ছাত্ৰভাৱেই কটাইছিল আৰু ছাত্ৰসকলৰ ওপৰত তেখেতৰ বৰ প্ৰভাৱ আছিল। বৰুৱাদেৱৰ পৰামৰ্শ অনুসৰিয়ে অসম ছাত্ৰ সন্মিলনীৰ সম্পাদকে গুৱাহাটীৰ হৰিসভা ঘৰতেই অসম ছাত্ৰ সন্মিলনীৰ বিশেষ অধিৱেশন আহ্বান কৰিলে ১৯৩০ চনৰ জুন মাহত কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বিষয়ে আলোচনা কৰিবলৈ। সেই সন্মিলনীলৈ সকলো ঠাইৰে প্ৰতিনিধিবৰ্গ উপস্থিত হ'ল আৰু তাত সম্পাদকৰ বিশেষ অধিৱেশন পতাৰ ক্ষমতা, ৰাজনৈতিক বিষয়ক প্ৰস্তাৱ

আলোচনা কৰাৰ বৈধতা আদি নানা প্ৰস্তাৱ উত্থাপন হ'ল যদিও অলপ কেইজনমানৰ বাহিৰে সকলো প্ৰতিনিধিৰ সমৰ্থনত 'কানিংহাম চাৰ্কুলাৰ'ৰ প্ৰতিবাদকল্পে ছাত্ৰসকলে চৰকাৰী স্কুল-কলেজ এৰি আহিব লাগে বুলি প্ৰস্তাৱ গৃহীত হ'ল। প্ৰস্তাৱ গৃহীত হোৱাৰ পিছদিনাই কটন কলেজৰ ছাত্ৰসকলে কলেজ বৰ্জন কৰিলে। দুই-এজনে যাবলৈ ইচ্ছা কৰিছিল যদিও এৰি অহা ছাত্ৰসকলে পিকেটিং আৰম্ভ কৰিলে। পিকেটিং কৰা ছাত্ৰসকলৰ ওপৰত যেতিয়া চৰকাৰে পুলিচৰ হতুৱাই লাঠি চালনা আদি দমন-নীতিমূলক কাৰ্য্য ল'বলৈ আৰম্ভ কৰিলে তেতিয়া গুৱাহাটীৰ সম্ভ্ৰান্ত ঘৰৰ বয়সস্থ বহু মহিলা আহি পিকেটিং কৰা ছাত্ৰসকলৰ ওচৰত থিয় হয়। অগত্যা প্ৰিন্সিপাল ব্ৰাউন চাহাবে অনিৰ্দিষ্ট কাললৈ কলেজ বন্ধ কৰি দিয়া ব্যৱস্থা হাতত ল'লে। তেতিয়া ত্যাগবীৰ হেম বৰুৱা, অমিয়কুমাৰ দাস, ভুবনেশ্বৰ বৰুৱা আদি নেতৃবৃন্দই এই কলেজ ত্যাগ কৰা ছাত্ৰসকলৰ দ্বাৰাই অসমত আইন অমান্য আন্দোলনৰ ব্যৱস্থা কৰিবলৈ অসমৰ বিভিন্ন অঞ্চললৈ ছাত্ৰসকলক পঠিয়াই দিলে। এই ছাত্ৰসকল গৈ গাঁৱে-ভূএে সোমাই স্কুলৰ ছাত্ৰ আৰু গাঁৱৰ ডেকাসকলক আন্দোলনত যোগ দি আইন অমান্য কৰিবলৈ আলোড়ন চলালে। ফলত অসমৰ সকলো ঠাইতে আইন অমান্য আন্দোলনৰ জুই জ্বলি উঠিল।

সেই সময়ত এই ছাত্ৰসকলৰ ত্যাগ আৰু কষ্ট-সহিষ্ণুতা এটি উল্লেখযোগ্য কথা। তেতিয়া এই আইন অমান্যকাৰী ছাত্ৰসকলক প্ৰশ্ৰয় দিলে চৰকাৰে শাস্তি বিহিব বুলি জনসাধাৰণৰ মনত এটি ভয়ৰ সঞ্চাৰ হৈছিল আৰু ত্যাগবীৰ হেম বৰুৱা আদি নেতাসকলে তেওঁলোকৰ খোৱা-লোৱা থকা-মিলাৰ ব্যৱস্থা কৰিবলৈ কোনো সংস্থান কৰিব পৰা নাছিল। এনে অৱস্থাত এই ছাত্ৰসকলৰ বহুতেই লুকাই-চুৰকৈ কাৰোবাৰ ঘৰত, নতুবা বাৰান্দাতে শুই কটাব লগা হৈছিল। স্কুলৰ ল'ৰাবিলাকে হাতত সৰু সৰু টিন লৈ পইচা খুজি ফুৰিছিল খোৱাৰ খৰচ মিলাবলৈ। এনে অৱস্থাতো ত্যাগবীৰ হেম বৰুৱাৰ আইন অমান্য আন্দোলন চলোৱাৰ উৎসাহ অকণো দমি যোৱা নাছিল। এই দুৰৱস্থাৰ মাজতো তেওঁ নিজৰ আদৰ্শেৰে জীৱনৰ সৰ্বস্ব দি দেশসেৱা কৰিবলৈ ছাত্ৰসকলক অনুপ্ৰাণিত কৰি তুলিছিল আৰু ছাত্ৰসকলেও সকলো কষ্ট সহ্য কৰি নানা ধৰণে নানা ৰকমৰ আইন অমান্য কৰি কাৰাবৰণ আদি নিৰ্য্যাতন

ভোগ কৰিছিল। প্ৰবীণ নেতাসকলৰ অধিক সংখ্যক যদিও এই আন্দোলনত যোগ দিয়া নাছিল, তথাপি ত্যাগবীৰ বৰুৱাদেৱৰ নেতৃত্বত পৰিচালিত আইন অমান্য আন্দোলনত অসমৰ অৱদান আন কোনো ৰাজ্যতকৈ (প্ৰদেশ) কম নহয়। আৰু ১৯৩০-৩২ চনৰ অসমৰ আইন অমান্য আন্দোলনৰ গুৰিত অসম ছাত্ৰ সন্মিলনী বা ছাত্ৰশক্তি বুলি ক'লেও বঢ়াই কোৱা নহয়।

ছাত্ৰসকলৰ ত্যাগৰ পৰিমাণ মূল্যাঙ্কন কৰা বৰ টান। বিশেষকৈ স্কুলৰ যিসকল ছাত্ৰই স্কুল এৰি উচ্চশিক্ষাৰপৰা বঞ্চিত হৈ কাৰাবৰণ আদি নিৰ্য্যাতন ভুগি আজি অৱহেলিত জীৱন-নিৰ্বাহ কৰিবলগীয়া হৈছে এই কথা চিন্তা কৰিলেই মনত পৰে নলবাৰী গৰ্ডন হাইস্কুল এৰি নিৰ্য্যাতন ভোগ কৰা দুটি ছাত্ৰৰ কথা। দুয়ো নিঃসহায় বিধবা মাকৰ ল'ৰা। চৰকাৰৰপৰা বৃত্তি লাভ কৰি এজন ষষ্ঠমান আৰু এজন অষ্টমমানত পঢ়িছিল— শ্ৰেণীত দুয়ো সদায় প্ৰথম হৈ আছিল। স্কুল এৰি আন্দোলনত যোগ দি নিৰ্য্যাতন ভোগ কৰিলে, পিছত আৰু স্কুলত পঢ়াৰ সুযোগ কৰিব নোৱাৰিলে বা নকৰিলে। উচ্চ-শিক্ষাৰপৰা বঞ্চিত হৈ এতিয়াও অতি কষ্টকৰ জীৱন নিৰ্বাহ কৰি আছে। সেইদৰে স্কুল নেৰা হ'লে উচ্চশিক্ষা লাভ কৰি আজি মাননীয় ব্যক্তিৰ সন্মান লাভ কৰাৰ সকলো যোগ্যতা তেওঁলোকৰ আছিল।

সেই সময়ত আন্দোলনকাৰী ছাত্ৰসকলে মদ-ভাং আদি দোকানত পিকেটিং কৰি বা বেআইনী বুলি ঘোষণা কৰা অনুষ্ঠান বা সভাত যোগ দি বহুতেই যদিও কাৰাবৰণ আদি নিৰ্য্যাতন ভোগ কৰিছে, তাৰ ভিতৰতে দুই-এজনে নিজৰ জীৱন বিপন্ন কৰিও আইন অমান্য কৰা উদাহৰণ বিৰল নহয়। উদাহৰণ স্বৰূপে, গুৱাহাটীৰ আইন অমান্যকাৰীসকলে স্থিৰ কৰিলে, গুৱাহাটী কাছাৰী ঘৰৰ সমুখত উৰি থকা ইউনিয়ন জেক গুচাই তাত ত্ৰিৰঙ্গী পতাকা উৰাব লাগে। পুলিচে ভূ পাই বৃটিছ সিংহৰ প্ৰতীক ইউনিয়ন জেক কোনোৰকমেই যাতে নমাব দিয়া নহয় তাৰ বাবে দৃঢ় ব্যৱস্থা গ্ৰহণ কৰিলে। পিছদিনা কাছাৰী চলি আছে— মানুহৰ হুলস্থুল। দুই-চাৰিজন ছাত্ৰও তাৰ মাজত আছে। তাৰে ভিতৰত এজন খোৰা ছাত্ৰও ইফাল সিফালকৈ ঘূৰি আছে। হঠাতে দেখা গ'ল সেই খোৰা ছাত্ৰজনে ঘপ্‌ঘপাই ইউনিয়ন জেক উৰি থকা খুঁটাটোত উঠি গৈ ইউনিয়ন জেক পেলাই দি তাত ত্ৰিৰঙ্গী জাতীয় পতাকা উৰাই দিলে। ত্ৰিৰঙ্গী পতাকা উৰা দেখি কাছাৰীৰ চাৰিওফালে সশস্ত্ৰ

পুলিচ প্ৰহৰীৰ হুলস্থূল লাগিল। ছাত্ৰজনক বন্দী কৰা হ'ল। কিন্তু ছাত্ৰটি নিজৰ কৰ্তব্য সমাধান কৰাত বৃটিছৰ সশস্ত্ৰ প্ৰহৰীয়ে বাধা দিব নোৱাৰিলে।*

১৯৪২ চনৰ আন্দোলনতো অসমৰ ছাত্ৰৰ অৱদান কম নহয়। ১৯৪২ চনত ভাৰত ত্যাগ প্ৰস্তাৱ গৃহীত হোৱাৰ লগে লগে নেতৃস্থানীয় লোকসকল কাৰাৰুদ্ধ হয়। তেতিয়া ত্যাগবীৰ হেম বৰুৱা ৰোগগ্ৰস্ত অৱস্থাত গুৱাহাটীত ডাঃ ভুবনেশ্বৰ বৰুৱাৰ চিকিৎসাধীন আছিল। যেতিয়া অন্যান্য নেতৃবৃন্দ কাৰাৰুদ্ধ হৈছিল তেতিয়া ১৯৪১ চনৰ আন্দোলন গুপ্ত আন্দোলনত পৰিণত হয় আৰু ৰোগশয্যাৰ পৰাই ত্যাগবীৰ হেম বৰুৱাই অসমৰ ডেকা আৰু ছাত্ৰসকলৰ দ্বাৰাই সেই আন্দোলন পৰিচালনা কৰে। সেই সময়ত বহু ছাত্ৰই কাৰাবৰণ আদি নানা নিৰ্য্যাতন ভোগ কৰে আৰু বহুজনে পুলিচৰ গুলীত জীৱন দান কৰে। ১৯৪৭ চনৰ ১৫ আগষ্টৰপৰা ভাৰত স্বাধীন হ'ল। কিন্তু বৰুৱাদেৱে ৰোগৰপৰা সুস্থ-সবল হৈ ভাৰতে পূৰ্ণ স্বাধীনতা লাভ কৰা স্বচক্ষে দেখা নাপালে। মাত্ৰ গোটেই জীৱনটো ভাৰতৰ স্বাধীনতা লাভৰ কাৰণে দান দি গ'ল। ❐

* প্ৰবন্ধকাৰে উল্লেখ কৰা ইউনিয়ন জেক নমাই পেলাই দিয়া খোৱা ছাত্ৰজন আছিল স্বৰ্গীয় প্ৰভাত চন্দ্ৰ গোস্বামী। —সম্পাদক

# দেশৰ কাৰণে সৰ্বস্ব দান কৰোঁতা ত্যাগবীৰ হেম বৰুৱা

—স্বৰ্ণপ্ৰভা মহন্ত

১৮৯৩ চনৰ ২৫ এপ্ৰিলত নগাঁও জিলাৰ ৰহাত জন্ম গ্ৰহণ কৰা হেমচন্দ্ৰ বৰুৱা তেজপুৰতহে ডাঙৰ দীঘল হয় আৰু স্কুলীয়া শিক্ষাও তাতেই গ্ৰহণ কৰে। কাৰণ তেওঁৰ পিতৃ পোৱাল চন্দ্ৰ বৰুৱাই চাকৰিসূত্ৰে তাতেই ঘৰ-দুৱাৰ সাজি থিতাপি লৈছিল। কিন্তু হেম বৰুৱাক সৰু কালতে দুৰ্ভাগ্যই লগ ল'লে। সৰুতেই পিতাকক হেৰুৱাই তেওঁ ককায়েক প্ৰিয়লাল বৰুৱাৰ লগত ডাঙৰ দীঘল হয়। ককায়েকৰ আৰ্থিক অৱস্থাও আছিল অতি শোচনীয়। সেয়েহে অলপ ডাঙৰ হোৱাৰ পৰা পঢ়া-শুনাৰ মাজেদিয়েই ইটো-সিটো কৰি পৰিয়ালক সহায় কৰিছিল। দুখ-কষ্টৰ মাজেদিয়েই ১৯১৩ চনত হেমচন্দ্ৰই প্ৰৱেশিকা পৰীক্ষা দিলে যদিও কৃতকাৰ্য্য হ'ব নোৱাৰিলে; কাৰণ তেওঁ সৰু কালৰপৰা অংকত কেঁচা আছিল। ইয়াৰ পিছৰ বছৰতো ফল একেই হ'ল। তাৰ পিছত ১৯১৫ চনত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি গুৱাহাটীৰ কটন কলেজত কলা শাখাত নাম লগোৱাৰ পিছতেই তেওঁৰ বিভিন্ন বিষয়ৰ ওপৰত প্ৰতিভাৰ বিকাশ আৰম্ভ হয়। কলেজত তেওঁৰ প্ৰিয় বিষয় আছিল ইতিহাস, ইংৰাজী আৰু অসমীয়া সাহিত্য। সেয়েহে তেওঁ সহজে ইংৰাজীত সন্মান সহকাৰে ১৯১৮ চনত স্নাতক ডিগ্ৰী লাভ কৰিলে।

কটন কলেজলৈ অহাৰ পিছতেই তেওঁ পাঠ্যপুথিৰ লগতে পৃথিৱীৰ বিভিন্ন দেশৰ ইতিহাস অধ্যয়ন কৰি ৰাজতন্ত্ৰ, গণতন্ত্ৰৰ উত্থান-পতনৰ ঘটনা-প্ৰৱাহৰ সম্যক জ্ঞান লাভ কৰিলে আৰু এইবোৰৰ আলোচনাই তেওঁৰ বুদ্ধিমত্তাৰ পৰিচয় দিলে। তাৰ লগে লগে তেওঁ সামাজিক কামতো

মনোনিৱেশ কৰিলে। সেয়েহে ১৯১৭ চনত বিনা প্ৰতিদ্বন্দ্বিতাৰে কটন কলেজৰ ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হ'ল। সেই দায়িত্বই তেওঁক পৰৱৰ্তী কালৰ স্বাধীনতা আন্দোলনৰ কাৰণে আগবঢ়াই দিলে।

উল্লেখ কৰা ভাল যে সেই সময়ত সকলো ছাত্ৰৰ একমাত্ৰ উমৈহতীয়া অনুষ্ঠান আছিল অসম ছাত্ৰ সন্মিলন। ১৯১৯ চনত এই সন্মিলনৰ বছৰেকীয়া অধিৱেশন বহিছিল গোলাঘাটত। হেমচন্দ্ৰ বৰুৱা এই সন্মিলনতে সাধাৰণ সম্পাদক নিৰ্বাচিত হ'ল। এই সন্মিলনতে ছাত্ৰ সন্মিলনে কেৱল আবেদন নিবেদনৰ নীতি সলাই বিভিন্ন সমস্যাৰ কাৰণে গঠনমূলক দৃষ্টিভঙ্গীৰে কামত আগবঢ়াৰ সংকল্প ল'লে। অসমৰ ছাত্ৰসকলক বিশ্ব-সাহিত্যৰ লগত চিনাকি কৰি দিয়াৰ উদ্দেশ্যেৰে সন্মিলনে অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিত *'হেমচন্দ্ৰ সোঁৱৰণী গ্ৰন্থাৱলী'* নামে চিৰিজ এটা হেম বৰুৱা সম্পাদক হৈ থকা কালতে ১৯২০ চনত প্ৰকাশ কৰি উলিয়ালে। লগতে কেবাখনো প্ৰসিদ্ধ ইংৰাজী কিতাপ তেওঁ নিজেই অসমীয়ালৈ অনুবাদ কৰিলে আৰু তাৰে দুখন ছাত্ৰ সন্মিলনে প্ৰকাশো কৰিলে।

১৯০৪ চনতে অসমত প্ৰতিষ্ঠা হোৱা 'অসম এছোচিয়েচনেই' আছিল অসমৰ একমাত্ৰ জাতীয় সংগঠন। এই অনুষ্ঠানৰ নেতৃত্বত আছিল মানিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা, ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা আদি। ১৯১৫-১৬ চনত এই অনুষ্ঠানৰ দায়িত্ব-ভাৰ গ্ৰহণ কৰিছিল দেশপ্ৰেমিক যুৱক চন্দ্ৰ শৰ্মা, ৰোহিণীকান্ত হাতীবৰুৱা আদিয়ে আৰু তেতিয়াৰপৰা ইয়াৰ কাৰ্য্যসূচীৰো পৰিৱৰ্তন আৰম্ভ হ'ল। ইয়াৰ পিছত ১৯১৭-১৮ চনত তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, ছবিলাল উপাধ্যায়, দেৱেশ্বৰ শৰ্মা আদিয়ে অসম এছোচিয়েচনত যোগ দিয়াৰ পিছতেই এই অনুষ্ঠানে আবেদন-নিবেদনৰ পথ পৰিত্যাগ কৰি চৰকাৰ বিৰোধী স্থিতি গ্ৰহণ কৰিলে আৰু ১৯২১ চনৰ ৫ জুন তাৰিখে এই অনুষ্ঠানৰ সৰহ সংখ্যক সদস্যক লৈ অসমত 'অসম প্ৰদেশ কংগ্ৰেছ কমিটী' গঠন কৰা হ'ল আৰু অসম এছোচিয়েচন নিষ্ক্ৰিয় হৈ পৰিল।

এই সময়ত হেমচন্দ্ৰ বৰুৱা আৰ্ল ল কলেজৰ ছাত্ৰ। তেওঁ সৰু কালৰেপৰা পাই অহা অভাৱ-অনাটনৰপৰা ককায়েকৰ ঘৰখনক অলপ সকাহ দিব পাৰিব বুলিয়েই ল পাছ কৰি ওকালতি কৰাৰ কথা ভাবি আছিল। সেয়েহে

১৯২১ চনত আৰম্ভ হোৱা অসহযোগ আন্দোলনত কটন কলেজৰ ছাত্ৰই কলেজ বৰ্জন কৰি ওলাই যোৱা সময়ত ল কলেজৰ আন ছাত্ৰৰ দৰে হেমচন্দ্ৰইও কলেজ বৰ্জন কৰা নাছিল। তাৰ মাজতে এবাৰ গৰমৰ বন্ধত বৰুৱাই তেজপুৰলৈ গৈ অমিয়কুমাৰ দাসৰ লগত অসহযোগৰ প্ৰচাৰ চলাইছিলগৈ।

১৯২১ চনৰ ৩০ চেপ্তেম্বৰ তাৰিখে তৰুণৰাম ফুকনৰ হাউলিত তেওঁক বিদায় দিবলৈ এখন বিৰাট সভা অনুষ্ঠিত হৈছিল। কাৰণ ফুকনে ধুবুৰীত চৰকাৰ বিৰোধী এটা বক্তৃতা দিয়াৰ কাৰণে তেওঁক ১ অক্তোবৰ তাৰিখে ধুবুৰী আদালতত হাজিৰ হ'বলৈ চমন জাৰি কৰিছিল। সেই সভাত ফুকন আৰু নবীন বৰদলৈৰ বক্তৃতা শুনি হেমচন্দ্ৰ বৰুৱাই ৰাতিৰ ভিতৰতে আইন কলেজ বৰ্জন কৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে আৰু পিছদিনা পুৱাই নিজৰ লাম-লাকতু লৈ তেজপুৰৰ ঘৰত উপস্থিত হ'ল। তেজপুৰ জিলা কংগ্ৰেছৰ সভাপতি অমিয়কুমাৰ দাসে সদস্যসকলৰ লগত আলোচনা কৰি সভাপতিৰ দায়িত্ব বৰুৱাৰ ওপৰত অৰ্পণ কৰিলে। সেই সময়ত স্বাধীনতা সংগ্ৰামৰ অগ্ৰগণী নেতা চন্দ্ৰ শৰ্মা পুৰীত শয্যাগত অৱস্থাত।

অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰাৰ অপৰাধত পুলিচে হেম বৰুৱাক গ্ৰেপ্তাৰ কৰি বিচাৰকৰ ওচৰত হাজিৰ কৰিলে। বিচাৰত তেওঁৰ চাৰে-পাঁচ মাহৰ সশ্ৰম কাৰাদণ্ড হ'ল। ১৯২১ চনৰ জেল জীৱন আছিল অতিকে কষ্টকৰ আৰু যন্ত্ৰণাৰে ভৰা। সেই কাৰণে নগৰীয়া ছাত্ৰ বহুত অসহযোগীয়ে কাৰাগাৰৰ কষ্ট সহ্য কৰিব নোৱাৰি চৰকাৰৰ ওচৰত মচুলুকা লিখি দি জেলৰ পৰা ওলাই আহিছিল আৰু তেওঁলোকে চিৰদিনৰ কাৰণে সংগ্ৰামৰ পথেই বাদ দিছিল। যিসকলে একৈশ চনৰ জেল জীৱন দৃঢ় সংকল্পেৰে পাৰ কৰিলে তেওঁলোকে বিয়াল্লিশ চনলৈকে সংগ্ৰামৰ সৈনিক হৈয়ে পৰিচিত হৈ থাকিল।

১৯২২ চনৰ মাজভাগৰপৰা অসহযোগ আন্দোলন সাম কাটিলে; গান্ধীজীয়ে ছয়-বছৰীয়া ম্যাদেৰে য়াৰবেদা জেলত বন্দী হৈ থাকিব লগা হৈছিল। অসহযোগৰ কৰ্মীসকল নিষ্ক্ৰিয় হৈ পৰিছিল; আনকি সেই সময়ত অসম কংগ্ৰেছৰ সভাপতি আৰু সম্পাদকৰ দায়িত্ব ল'বলৈকো কোনো আগবাঢ়ি অহা নাছিল। এনে অৱস্থাত ত্যাগবীৰ হেম বৰুৱাক প্ৰদেশ কংগ্ৰেছৰ সহকাৰী সম্পাদকৰ দায়িত্ব দি সকলো কাম তেওঁৰ মূৰত জাপি দিলে। সেই

সময়তে অসহযোগ আন্দোলনত অসমৰ বিভিন্ন ঠাইত যি অবৰ্ণনীয় অত্যাচাৰ হ'ল তাৰ তদন্তৰ কাৰণে ড° ৰাজেন্দ্ৰ প্ৰসাদ আৰু মদনমোহন মালব্যক গান্ধীজীয়ে অসমলৈ পঠালে। তেওঁলোকক বিভিন্ন ঠাইলৈ অনা-নিয়া আদি সকলো কামৰ দায়িত্ব হেম বৰুৱাৰ ওপৰতে পৰিল।

তেওঁলোকৰ তদন্তৰ সময় এসপ্তাহ হোৱাৰ কাৰণে দল দুটা কৰিব লগা হ'ল। অমিয়কুমাৰ দাস আৰু দুজনমানৰ লগত মালব্যক তেজপুৰ, যোৰহাট, শিবসাগৰ আৰু ডিব্ৰুগড়লৈ পঠালে। ড° ৰাজেন্দ্ৰ প্ৰসাদক লৈ হেম বৰুৱাই নিজেই বকোলৈ যাবলৈ ওলাল; কাৰণ বকো যদিও গুৱাহাটীৰপৰা ৩৬ মাইল দূৰহে সেই পথ আছিল অতি দুৰ্গম। ম'হৰ গাড়ীৰ বাহিৰে তালৈ যাতায়াতৰ কোনো ব্যৱস্থা নাছিল। গাড়ী যোৱা পথৰ দুয়োকাষে অটব্য হাবি, হিংস্ৰ বনৰীয়া জীব-জন্তুৰে পৰিপূৰ্ণ; অথচ তদন্তৰ পৰা বকোক কোনোমতে বাদ দিব নোৱাৰি। কাৰণ সেই বকোতে স্বাধীনতা যুঁজৰ অহিংস সৈনিকসকলৰ ওপৰত বৃটিছ পুলিচৰ অবৰ্ণনীয় অত্যাচাৰে সীমা চেৰাই গৈছিল। সেই সৈনিকসকলৰ সৰহ সংখ্যকেই ৰাভা জনগোষ্ঠীৰ। পুলিচে তেওঁলোকক মাৰপিট কৰাৰ উপৰিও বকোৰ কাষেৰে বৈ যোৱা খৰখৰি নদীত পুহমহীয়া জাৰত স্বেচ্ছাসেৱকসকলক গোটেই নিশা ডিঙিলৈকে পানীত ডুবাই ৰাখি শাস্তি দিছিল আৰু পুলিচে নদীৰ পাৰত বহি বন্দুক টোৱাই ৰখি আছিল। পিছদিনা পুৱা কেবাজনো স্বাধীনতা সংগ্ৰামী জাৰত ঠেৰেঙা লাগি মুচ্‌কচ গৈছিল। গাঁৱৰ মানুহে জুইত সেকি মেলি জীয়াই তুলিছিল যদিও তেওঁলোকৰে কেবাজনো কিছুদিনৰ পিছত মৃত্যুৰ মুখত পৰিছিল। সেয়েহে হেম বৰুৱাই নিজেই বহু কষ্ট আৰু সাহসেৰে ড° ৰাজেন্দ্ৰ প্ৰসাদক বকোলৈ নি চৰজমিন তদন্ত কৰাই গান্ধীজী আৰু কংগ্ৰেছৰ নেতৃত্বক প্ৰতিবেদন দিয়ালে।

সেই সময়তে আৰু এক সমস্যা অসম কংগ্ৰেছৰ ওপৰত পৰিল। নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে নিযুক্ত কৰা আইন অমান্য তদন্ত কমিটীৰ সদস্যসকল ক্ৰমে মতিলাল নেহৰু, বিঠলভাই পেটেল, ৰাজা গোপালাচাৰিয়া, ড° আনচাৰি, কস্তুৰী ৰংগ আয়াৰ আৰু আজমল খাঁ অসমৰ আন্দোলনৰ তদন্ত কৰিবলৈ আহিল। তেওঁলোকৰ প্ৰশ্নৰ উত্তৰ হেম বৰুৱা, অমিয় দাসহঁতে ইমান সুন্দৰ আৰু স্পষ্টভাৱে দিছিল যে প্ৰতিগৰাকী সদস্য আনন্দত আপ্লুত হৈ উঠিছিল। পিছত ৰাজাজীয়ে 'ইয়ং ইণ্ডিয়া' কাকতত লিখিছিল, "ভাৰতৰ আন

আন প্ৰদেশত অসমীয়া কৰ্মীদলৰ দৰে থকা হ'লে ভাৰতে স্বৰাজ পোৱাত অতি উজু হ'লহেঁতেন।"

১৯২২ চনৰ পিছত কংগ্ৰেছ কৰ্মীসকলৰ মাজত সৃষ্টি হোৱা হতাশা নৈৰাজ্যবোধে স্বাধীনতা আন্দোলনৰ ওপৰত হেঙাৰস্বৰূপ হোৱাৰ আশংকা কৰি দেশবন্ধু চিত্তৰঞ্জন দাস, মতিলাল নেহৰু আদিয়ে কাউন্সিলত সোমাই চৰকাৰৰ দোষ-ত্ৰুটীৰ সমালোচনা কৰাৰ আৰু বৃটিছ চৰকাৰৰ শোষণ নীতিক বাধা দিয়াৰ উদ্দেশ্যেৰে কৌশলগতভাৱে কংগ্ৰেছৰ ভিতৰতে স্বৰাজ্য দল গঠনৰ প্ৰস্তাৱ দিয়ে। কিন্তু নেতাসকলৰে এটা ছামে ইয়াৰ বিৰোধিতা কৰে। অসমৰ পৰা যোৱা সৰহসংখ্যকে দ্বিতীয় মত সমৰ্থন কৰিলে যদিও হেম বৰুৱাই অকলে প্ৰথমটোতহে সমৰ্থন কৰিলে। এয়া গয়া কংগ্ৰেছৰ ঘটনা প্ৰৱাহ।

১৯২৩ চনৰ চেপ্তেম্বৰত মৌলানা আবুল কালাম আজাদৰ সভাপতিত্বত দিল্লী কংগ্ৰেছৰ বিশেষ অধিৱেশন গয়া কংগ্ৰেছত সৃষ্টি হোৱা মতানৈক্যৰ এটা সমাধান সূত্ৰ গ্ৰহণ কৰিলে। কাউন্সিলত সোমোৱাৰ বিৰোধিতা কৰাসকলক গঠনমূলক কামৰ জৰিয়তে দেশসেৱা কৰাৰ অনুমতি দিলে আৰু বাকীসকলক স্বৰাজ্য দল গঠন কৰি কাউন্সিলৰ কাৰণে উপযুক্ত প্ৰাৰ্থী নিৰ্বাচনৰ সুবিধা দিলে। হেমচন্দ্ৰ বৰুৱাই নিজৰ প্ৰচেষ্টাৰে কাউন্সিলৰ কাৰণে উপযুক্ত প্ৰাৰ্থী বাচনি কৰি তেওঁলোকক জিকাই পঠালে। তেওঁ কিন্তু নিজে প্ৰাৰ্থী নহ'ল; যদিও তেওঁক জোৰ দিয়া হৈছিল।

১৯২৪ চনত বৰুৱাৰ ককায়েক প্ৰিয়লাল বৰুৱা আৰু খুৰাকৰ ল'ৰা ক্ষীৰ বৰুৱাই তেওঁক জোৰকৈ কলিকতাত আইন পঢ়িবলৈ পঠিয়াই দিলে। তেওঁ নিজে আৰ্থিক অনাটনত ভুগি কিবা এটা কৰাৰ কথা পাঙি আছিল।

১৯২৫ চনত আইন পৰীক্ষা পাছ কৰি আহি তেওঁ গুৱাহাটীত ওকালতি আৰম্ভ কৰিলে। কিন্তু ওকালতিত কৃতকাৰ্য্যতা লাভ কৰাৰ পিছতেই তেওঁৰ অন্তৰত দ্বন্দ্ব আৰম্ভ হ'ল। তেওঁ যেতিয়া বুজিলে যে ওকালতি কৰাত তেওঁৰ দেশৰ প্ৰতি থকা কৰ্তব্যত ত্ৰুটী হৈছে। ইতিমধ্যে কংগ্ৰেছৰ কামত বাধা পৰিছে, তেওঁ হেলাৰঙে ওকালতি ব্যৱসায়ক বিসৰ্জন দি দৰিদ্ৰতাৰ কাঁইটীয়া মুকুতকে শিৰৰ ভূষণ কৰি ল'লে আৰু কংগ্ৰেছৰ কামত একাণপতীয়াকৈ লাগিল।

১৯২৬ চনত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিৱেশন পাণ্ডুত অনুষ্ঠিত কৰাৰ পিছত তৰুণৰাম ফুকন আৰু নবীন চন্দ্ৰ বৰদলৈ ঋণগ্ৰস্ত হৈ

হতাশ হৈ পৰিল। ইফালে ১৯২৯ চনৰ ৩১ ডিচেম্বৰত লাহোৰ কংগ্ৰেছে জৱাহৰলাল নেহৰুৰ সভাপতিত্বত পূৰ্ণ-স্বৰাজ্যৰ প্ৰস্তাৱ গ্ৰহণ কৰাৰ লগে লগে দেশত উৎসাহ-উদ্দীপনাৰ ঢল উঠিল। কংগ্ৰেছৰ নিৰ্দেশ মতে ১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে ভাৰতব্যাপি নগৰে-চহৰে গাঁৱে-ভূঁঞে স্বাধীনতা সংগ্ৰামীসকলে ৰাজহুৱা ঠাইত ত্ৰিৰংগা পতাকা উত্তোলন কৰিলে।

১৯৩০ চনৰ মাৰ্চ মাহত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিৱেশনে আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ সম্পূৰ্ণ দায়িত্ব মহাত্মা গান্ধীৰ ওপৰত অৰ্পণ কৰিলে। গান্ধীজীয়ে নিজেই লোণ আইন ভংগৰ সিদ্ধান্ত গ্ৰহণ কৰি ১২ মাৰ্চ তাৰিখে সবৰমতি আশ্ৰমৰ পৰা ৭৮-জন সত্যাগ্ৰহী লগত লৈ খোজকাঢ়ি দাণ্ডি যাত্ৰা আৰম্ভ কৰিলে। এই দাণ্ডি যাত্ৰাই ভাৰততে নহয় গোটেই পৃথিৱী ব্যাপি আলোড়নৰ সৃষ্টি কৰিলে। ৫ এপ্ৰিলত গান্ধীজীয়ে লোণ আইন ভংগ কৰিলে। ৫ মে' তাৰিখে গান্ধীজীক গ্ৰেপ্তাৰ কৰি চৰকাৰে ৬-বছৰৰ কাৰাদণ্ড বিহিলে।

গান্ধীজীৰ গ্ৰেপ্তাৰৰ বাতৰি প্ৰচাৰৰ লগে লগে অসমত আইন অমান্য আন্দোলনে ধাৰণ কৰিলে তীব্ৰ ৰূপ। কিন্তু এইবাৰ নেতৃত্বৰ অভাৱ ঘটিল। গুৱাহাটীৰ বিষ্ণুৰাম মেধিয়ে ওকালতি ত্যাগ কৰি প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰিলে; সাধাৰণ সম্পাদকৰ দায়িত্ব হেমচন্দ্ৰ বৰুৱাদেৱৰ ওপৰতে পৰিলে। হেমচন্দ্ৰ বৰুৱাৰ প্ৰচেষ্টাত ৬ মে' তাৰিখে কটন কলেজৰ লগতে গুৱাহাটীৰ ছাত্ৰসকলে স্কুল-কলেজ ত্যাগ কৰি হৰতাল পালন কৰিলে। চৰকাৰ শংকিত হৈ উঠিল। শিক্ষা বিভাগৰ ডিৰেক্টৰ কানিংহামে ছাত্ৰসকলক স্বাধীনতা আন্দোলনত বাধা দিয়াৰ উদ্দেশ্যে চাৰ্কুলাৰ জাৰি কৰিলে। এই কুখ্যাত চাৰ্কুলাৰৰ বিৰুদ্ধে ছাত্ৰসকলে জাঙুৰ খাই উঠিল। বৰুৱাৰ নেতৃত্বত আন্দোলনে সৰ্বগ্ৰাসী ৰূপ ধাৰণ কৰিলে। অৱশেষত চৰকাৰে সেই চাৰ্কুলাৰ প্ৰত্যাহাৰ কৰিবলৈ বাধ্য হ'ল।

আইন অমান্য আন্দোলনৰ ভিতৰতে হেমচন্দ্ৰক ১৯৩০ চনৰ ১৮ চেপ্তেম্বৰ তাৰিখে কামৰূপ জিলাৰ টিহুত গ্ৰেপ্তাৰ কৰি এমাহ হাজোতত ৰাখি বিচাৰত খালাচ দিয়ে। ১৯৩১ চনৰ ৫ মাৰ্চত গান্ধী-আৰউইন চুক্তিৰ পিছত বৰুৱাই ধুমুহাৰ গতিৰে সংগঠনৰ কামত সদৌ অসমতে ঘূৰি সংগঠন শক্তিশালী কৰি তুলিলে। সেই সময়তে ১৯৩১ চনৰ জুন মাহত শিৱসাগৰৰ

বলিয়াঘাটত অনুষ্ঠিত ৰায়ত সভাত সভাপতিত্ব কৰি জনদিয়েক সহকৰ্মীৰ লগত দিখৌ নদীৰ পাৰে পাৰে খোজকাঢ়ি আহি থকা অৱস্থাত হঠাৎ গড়া খহি প্ৰায় ৩০ ফুট তলত তেওঁ পৰি গ'ল আৰু ৰাজহাড় আৰু কঁকালত পোৱা দুখে তেওঁক কাললৈকে ঘূণীয়া কৰিলে। ডাঃ কনক বৰুৱা আৰু ভুবনেশ্বৰ বৰুৱাৰ চিকিৎসাত বৰুৱাই কিছুদুৰ আৰোগ্য লাভ কৰিলেও তেওঁ আৰু ভগ্ন স্বাস্থ্য ঘূৰাই নাপালে। এটা ঘূণীয়া শৰীৰৰ বোজা লৈও হেমচন্দ্ৰই দেশৰ আৰু দহৰ কাৰণে সমৰ্পিত জীৱনটোক লৈ জিৰণিৰে বহি থাকিব নোৱাৰিলে। তেওঁ আইন অমান্য আন্দোলনৰ প্ৰচাৰৰ কামত আত্ম-নিয়োগ কৰিলে। উল্লেখ কৰা উচিত যে অসমত আইন অমান্য আন্দোলনত বিশেষকৈ কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলে কানি, ভাং, মদ আৰু বিলাতী কাপোৰৰ দোকানত পিকেটিং কৰি গ্ৰেপ্তাৰ বৰণ কৰিছিল। অৱশ্যে ঠায়ে ঠায়ে খাজানা বন্ধ, কৰ-কাটল বন্ধ কৰিও স্বেচ্ছাসেৱকসকলে পুলিচৰ হাতত মাৰ-কিল খাইছিল; গ্ৰেপ্তাৰো হৈছিল।

১৯৩২ চনত গান্ধীজীয়ে আইন অমান্য আন্দোলন বন্ধ কৰি দিয়াৰ পিছত হেম বৰুৱাই কানিৰ অপকাৰিতা সম্পৰ্কে লিখি কানিৰ দোকানত সত্যাগ্ৰহী হিচাপে পিকেটিং কৰিব বুলি এখন ইস্তাহাৰ প্ৰকাশ কৰি চৰকাৰলৈ পঠোৱাৰ অপৰাধত ১৯৩৩ চনৰ ৫ চেপ্তেম্বৰত তেওঁক গ্ৰেপ্তাৰ কৰি ডেৰ বছৰ বিনাশ্ৰম কাৰাদণ্ড বিহি জেলত আবদ্ধ কৰিলে। এইবাৰ জেলত থাকোতে তেওঁ পুনৰ বিভিন্ন ৰোগত আক্ৰান্ত হ'ল। তথাপিও জেলৰ পৰা ওলায়েই তেওঁ অসুখীয়া শৰীৰেৰে কেন্দ্ৰীয় এচেম্বলিৰ নিৰ্বাচনত লাগিবলগীয়া হ'ল। এই নিৰ্বাচনতে নীতিনিষ্ঠ হেম বৰুৱাই তেখেতৰ ৰাজনৈতিক গুৰু আৰু অতি শ্ৰদ্ধাৰ নেতা তৰুণ ৰাম ফুকনৰ বিৰুদ্ধে কংগ্ৰেছ প্ৰাৰ্থী নবীন চন্দ্ৰ বৰদলৈক নিৰ্বাচনত অৱতীৰ্ণ কৰাই তেওঁৰ হৈ প্ৰচাৰ চলাই নিৰ্বাচনত ফুকনক পৰাস্ত কৰাইছিল।

এই নিৰ্বাচনৰ পিছৰ পৰা হেম বৰুৱাই আকৌ সংগঠনৰ কামত লাগিল। এইবাৰ সংগঠনৰ লগে লগে গুৱাহাটীত প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যালয় এটা স্থাপনৰ কাৰণে ধন সংগ্ৰহ, জিলাই জিলাই সেৱাদল গঠন, সেৱাদলৰ প্ৰশিক্ষণ, কংগ্ৰেছৰ সদস্য ভুক্তি, গঠনমূলক কাম —এই সকলোবিলাক কামত নিজৰ লগতে কৰ্মীদল সৃষ্টি কৰি সুচাৰুৰূপে চলাই গ'ল।

১৯৩৫ চনৰ সংস্কাৰ আইন মতে ১৯৩৭ চনত প্ৰাদেশিক আইন সভাৰ নিৰ্বাচনৰ দিন চৰকাৰে ঘোষণা কৰিলে। গান্ধীজীৰ অনুমতি লৈ এই নিৰ্বাচনত কংগ্ৰেছে অংশ গ্ৰহণ কৰাৰ সিদ্ধান্ত ল'লে। অসমৰ ৰাজনীতিত এই নিৰ্বাচন আছিল অতি গুৰুত্বপূৰ্ণ। গান্ধীজীৰ আদৰ্শক নীতি হিচাপে গ্ৰহণ কৰি অতি নৈষ্ঠিকভাৱে হেম বৰুৱাই সেই আদৰ্শ গ্ৰহণ কৰিছিল। বৈচিত্ৰ্যময় অসমৰ জনগাঁঠনিত থকা অনৈক্য, ভাষা-ধৰ্ম-সংস্কৃতিৰ মাজত থকা বিভিন্নতা স্বত্বেও নিৰ্বাচনত কংগ্ৰেছ দলে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিলে যদিও চৰকাৰ গঠনৰ জোখাৰে ন্যস্ত স্বাৰ্থৰ লগত কম্প্ৰমাইজ নকৰাকৈ মিত্ৰদল বিচাৰি নাপালে। ফলত শ্বাদুল্লা চাহাবে খিচিৰি চৰকাৰ এখন গঠন কৰিলে ১৯৩৭' চনৰ ১ এপ্ৰিলত। ১৯৩৮ চনৰ ৫ ফেব্ৰুৱাৰীত এইখন মন্ত্ৰীসভা পুনৰ গঠন কৰিলে যদিও সেই বছৰৰে ১৮ চেপ্তেম্বৰত এইখন মন্ত্ৰীসভাই সংখ্যাগৰিষ্ঠতা হেৰুৱাই পদত্যাগ কৰিবলগীয়া হ'ল আৰু ১৯ চেপ্তেম্বৰত কংগ্ৰেছ নেতা গোপীনাথ বৰদলৈয়ে তেওঁৰ নেতৃত্বত সংযুক্ত চৰকাৰ গঠন কৰিলে।

নিজৰ এখন চৰকাৰ গঠন হোৱাত প্ৰদেশ কংগ্ৰেছৰ তথা কংগ্ৰেছ কৰ্মীসকলৰ দায়িত্ব যথেষ্ট বাঢ়ি গ'ল। প্ৰদেশ কংগ্ৰেছৰ সাধাৰণ সভাই ১৯৩৯ চনৰ ২৯ জানুৱাৰী তাৰিখে হেমচন্দ্ৰ বৰুৱাক আকৌ সভাপতি নিৰ্বাচন কৰিলে। সভাপতিৰ দায়িত্ব লৈয়েই বৰুৱাই স্বাধীনতা যুঁজৰ কাৰণে বিপ্লৱী মনোভাৱ গঢ়ি তোলাত গুৰুত্ব দিয়াৰ লগে লগে কংগ্ৰেছী মন্ত্ৰীসভাই যাতে ৰাইজৰ অভাৱ-অভিযোগ দূৰ কৰাটো ব্ৰত হিচাপে লৈ আগবাঢ়ে এই কথা তেওঁ লিখনিৰে তাকে সঁকিয়াই দিয়ে।

১৯৩৯ চনৰ চেপ্তেম্বৰ মাহত দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। হিটলাৰে প্ৰথমে পোলেণ্ড আক্ৰমণ কৰিলে। ইংৰাজ আৰু ফ্ৰান্সে হিটলাৰ-মুছোলিনিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। কিছুদিন পিছত জাপানে জাৰ্মান-ইটালিৰ পক্ষত আৰু আমেৰিকাই ইংলেণ্ড আৰু ফ্ৰান্সৰ পক্ষত যুদ্ধ যোগ দিলে। ভাৰতৰ ইংৰাজ চৰকাৰে এই যুদ্ধত ধনে-জনে সহায় কৰিবলৈ ভাৰতবাসীক আহ্বান জনালে। কিন্তু গান্ধী আৰু কংগ্ৰেছে বৃটিছ চৰকাৰক জনাই দিলে— "আগেয়ে ভাৰতক স্বাধীনতা দিয়া, ভাৰতৰ স্বাধীন চৰকাৰে যুদ্ধত সহায় কৰা-নকৰাৰ ওপৰত সিদ্ধান্ত গ্ৰহণ কৰিব।" বৃটিছ চৰকাৰে সেই কথাত কৰ্ণপাত নকৰাত প্ৰথমে ৯-খন প্ৰদেশৰ কংগ্ৰেছ চৰকাৰসমূহক পদত্যাগ

কৰিবলৈ নির্দেশ দিলে। সেইমতে ১৯৩৯ চনৰে ১৭ নবেম্বৰত বৰদলৈ মন্ত্রীসভাই পদত্যাগ কৰিলে। অসম প্রদেশ কংগ্রেছৰ সভাপতি বৰুৱাই সভা-সমিতি পাতি ১৪-টা মাহত বৰদলৈ মন্ত্রীসভাই কৰা জনহিতকৰ কামৰ খতিয়ান ৰাইজৰ আগত দাঙি ধৰিলে। লগে লগে ভৱিষ্যতে বিপ্লৱৰ কাৰণে সংগঠন শক্তিশালী কৰাৰ কাৰণেও প্রচাৰ কার্য্য চলালে।

১৯৪০ চনৰ ১৫ ফেব্রুৱাৰীত প্রাদেশিক কংগ্রেছ কমিটীৰ অধিৱেশন বহিল। 'প্রতিনিধিসকলে সভাপতি পদৰ কাৰণে আকৌ বৰুৱাৰ নাম প্রস্তাৱ কৰিলে। বৰুৱাই তেওঁৰ স্বাস্থ্যৰ দোহাই দি আপত্তি কৰিলে। ডাঃ ভুবনেশ্বৰ বৰুৱাইও তেওঁৰ শাৰীৰিক অৱস্থাৰ কথা বুজাই দিলে। বৰুৱাই তেতিয়া সভাপতি হিচাপে মহঃ তৈয়বুল্লাৰ নাম প্রস্তাৱ কৰিলে। তৈয়বুল্লা চাহাব সভাপতি নির্বাচিত হ'ল। ইতিমধ্যে যুদ্ধৰ প্রচেষ্টাৰ বিৰুদ্ধে গান্ধীজীয়ে অভিনৱ পন্থাৰে একক সত্যাগ্রহ আৰম্ভ কৰিলে। অসমৰ প্রথম সত্যাগ্রহী গোপীনাথ বৰদলৈয়ে ১৯৪০ চনৰ ১১ ডিচেম্বৰত গুৱাহাটীত সত্যাগ্রহৰ পাতনি মেলিলে। শাৰীৰিক অসুস্থতাৰ কাৰণে হেম বৰুৱাক গান্ধীজীয়ে সত্যাগ্রহ কৰিবলৈ অনুমতি নিদিলে।

সমগ্র অসমতে আৰম্ভ হোৱা সত্যাগ্রহত দুহেজাৰৰ অধিকে অংশ গ্রহণ কৰি গ্রেপ্তাৰ হ'ল।

সত্যাগ্রহ আন্দোলনৰ সমাপ্তিৰ পিছতে বৃটিছ চৰকাৰে এজন বিশেষ কূটনীতিবিদ চাৰ ষ্টেফোৰ্ড ক্রিপ্‌চক বৃটিছৰ স্বাৰ্থ ৰক্ষা কৰি ভাৰতৰ দাবী সম্পর্কে ভাৰতীয় নেতাসকলৰ লগত আলোচনা কৰি এটা মীমাংসাত উপনীত হ'বলৈ ভাৰতলৈ পঠালে।

সেই সময়ছোৱা ইংৰাজৰ কাৰণে আছিল অতিকৈ দুৰ্য্যোগপূর্ণ কাৰণ AXIS FORCEৰ অন্যতম সদস্য জাপানে নেতাজী সুভাষ বসুৰ আজাদ হিন্দ ফৌজৰ সহযোগত ভাৰতৰ উত্তৰ-পূর্বাঞ্চলৰ ফালে অগ্রসৰ হৈছে। তেনে এটা অৱস্থাত ভাৰতবাসীৰ সহায়ৰ অতি প্রয়োজন। কিন্তু মুছলীম লীগৰ আকোৰগোঁজ মনোভাবৰ কাৰণে ক্রিপ্‌চ মিছন সফল নহ'ল। বৃটিছ চৰকাৰৰ হোঁহোকা-পিচলা নীতিত ক্ষুব্ধ হৈ গান্ধীজীয়ে চৰকাৰক ভাৰত ত্যাগ কৰিবৰ কাৰণে চৰম-পত্র দিয়াৰ সিদ্ধান্ত ল'লে। কংগ্রেছ ওৱাৰ্কিং কমিটীৰ ৱাৰ্দ্ধা প্রস্তাৱৰ পৰিপ্রেক্ষিতত ১৯৪২ চনৰ ৮ আগষ্টত বোম্বে অধিৱেশনে 'ভাৰত

ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰিলে। কিন্তু সেইদিনা নিশাতে অধিৱেশনত উপস্থিত থকা গান্ধী, নেহৰু, আজাদ, পেটেল, কস্তুৰবা, সৰোজিনী, কমলা দেৱী, কৃপালনী, পন্ত, মীৰাবেন আদিক গ্ৰেপ্তাৰ কৰি আগাখাঁ পেলেচ, আহমদ নগৰ দুৰ্গ আৰু অন্যান্য জেলত আৱদ্ধ কৰি থ'লে।

পিছদিনা পুৱা বোম্বাই চহৰ বিক্ষুব্ধ হৈ পৰিল। গোৱালিয়ৰ টেংক ময়দানত উপস্থিত হোৱা হাজাৰ হাজাৰ স্বাধীনতা সেনানীৰ সন্মুখত ত্ৰিৰংগা পতাকা উত্তোলন কৰি স্বাধীনতা ৰণৰ বীৰাংগনা অৰুণা আচফ আদিয়ে ঘোষণা কৰিলে— "বৃটিছ চৰকাৰৰ বিৰুদ্ধে ভাৰতবাসীৰ ৰণ এই মুহূৰ্তৰপৰা আৰম্ভ হ'ল।" ইফালে গ্ৰেপ্তাৰৰ লগে লগে এটুকুৰা কাগজত গান্ধীজীয়ে 'DO OR DIE' বুলি লিখি তেওঁৰ চেক্ৰেটৰী মহাদেৱ দেশাইৰ হাতত পেলাই থৈ গ'ল। পিছত নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে গান্ধীজীৰ অমোঘবাণী এখন প্ৰচাৰ পত্ৰযোগে প্ৰচাৰ কৰি সংগ্ৰামীসকলক পথৰ সন্ধান দিলে।

বিয়াল্লিশৰ ৯ আগষ্টৰ দুদিনমানৰ পিছতে বৃটিছ চৰকাৰে কংগ্ৰেছক বে-আইনী ঘোষণা কৰিলে। কংগ্ৰেছ কাৰ্য্যালয়, সেৱাদল প্ৰশিক্ষণ শিবিৰবোৰত পুলিচে তলা লগালে। স্বাধীনতা-সংগ্ৰামীসকলক গ্ৰেপ্তাৰ কৰি জেলত ভৰালে। ৰোগশয্যাত পৰি থকাৰ কাৰণে ত্যাগবীৰ হেম বৰুৱাক গ্ৰেপ্তাৰ নকৰিলে যদিও গুৱাহাটীৰ কংগ্ৰেছ কাৰ্য্যালয়ৰ বিচনাত পৰি থাকিয়েই তেওঁ যিধৰণে অসমৰ আন্দোলন পৰিচালনা কৰি স্বাধীনতাৰ ইতিহাসত অক্ষয় কীৰ্তি ৰাখি গ'ল তাৰ তুলনা দিবলৈ নাই।

যিহেতু এই সম্পৰ্কে একাধিক প্ৰবন্ধ এই গ্ৰন্থতে প্ৰকাশ হ'ব বুলি সম্পাদকে মোক জনাইছে, মোৰ লেখা আৰু বিস্তৃত নকৰি ইয়াতে সামৰিব খুজিছো। আমাৰ কাৰণে আটাইতকৈ দুখৰ বিষয় এয়ে যে যিজন নিঃস্বাৰ্থ দেশকৰ্মীয়ে আজীৱন নিজৰ কাৰণে অকণো চিন্তা নকৰিলে, নিজৰ কাৰণে অকনমান মাটিও নিকিনিলে, এটা পঁজাও নাসাজিলে, যিজনে স্বাধীনতা সংগ্ৰামত বাধা পৰে বুলি অবিবাহিত হৈয়েই জীৱন অতিবাহিত কৰিলে, যিজনে কংগ্ৰেছ অফিচৰ বিচনাত শুই বহিয়েই স্বাধীনতা লাভৰ দুবছৰ আগতে চিৰ নিদ্ৰাত পৰিল সেইজন মহান নেতাৰ প্ৰতি হিয়াভৰা শ্ৰদ্ধাঞ্জলি যাঁচি আজিলৈ মেলানি মাগিলো। ওঁম্ শান্তি। ওঁম্ শান্তি। ❒

# বিয়াল্লিশৰ গণবিপ্লৱ আৰু ত্যাগবীৰ হেম বৰুৱা

—পদ্ম হাজৰিকা

স্বাধীনতা আন্দোলনত হেমচন্দ্ৰ বৰুৱাৰ অৱদানৰ বিষয়ে এইখন গ্ৰন্থৰে একাধিক প্ৰবন্ধত বিশিষ্ট লিখকসকলে বহলাই আলোচনা কৰাৰ পৰিপ্ৰেক্ষিতত আমি কেৱল বিয়াল্লিশৰ গণ-বিপ্লৱত এইজন দেশপ্ৰেমিকৰ অৱদান সম্পৰ্কীয় বিষয়তহে সীমাবদ্ধ ৰাখিব খুজিছো।

**গণ-বিপ্লৱৰ পটভূমি ঃ**

১৯৩৯ চনৰ চেপ্টেম্বৰ মাহত ইউৰোপত দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। হিটলাৰে প্ৰথমে পোলেণ্ড আক্ৰমণ কৰিলে। লগে লগে ব্ৰিটিছ আৰু ফ্ৰান্সে হিটলাৰ-মুছোলিনিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। কিছুদিন পিছত জাপানে জাৰ্মান-ইটালীৰ পক্ষত আৰু আমেৰিকাই ইংলণ্ড-ফ্ৰান্সৰ পক্ষত যোগ দিলে। ভাৰতক পদানত কৰি ৰখা ইংৰাজ চৰকাৰে এইখন যুদ্ধত ভাৰতবাসীক ধনে-জনে সহায় কৰিবলৈ আহ্বান জনালে। কিন্তু গান্ধীজী আৰু কংগ্ৰেছে ইংৰাজ চৰকাৰক জনাই দিলে, 'আগেয়ে ভাৰতক স্বাধীনতা দিয়া, স্বাধীন চৰকাৰে যুদ্ধত সহায় কৰা-নকৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিব।' ব্ৰিটিছ চৰকাৰে সেই কথাত কৰ্ণপাত নকৰাত গান্ধীজীয়ে যুদ্ধৰ বিৰুদ্ধে জনমত গঠন কৰিবলৈ এটা অভিনৱ কৌশল উদ্ভাৱন কৰি একক সত্যাগ্ৰহৰ আহ্বান জনালে। তেওঁৰ মতে সত্যাগ্ৰহীসকল সত্য, ন্যায় আৰু অহিংসাৰ ওপৰত সম্পূৰ্ণ বিশ্বাসী হ'ব লাগিব। সকলো ধৰণৰ পংকিলতাৰ পৰা মুক্ত হ'ব লাগিব। তাৰ বাহিৰেও আন বহুতো নীতি পালন কৰিব পৰা হ'ব লাগিব। সেই কাৰণেই গান্ধীজীয়ে প্ৰথম সত্যাগ্ৰহী হিচাপে নিৰ্বাচন কৰিলে আচাৰ্য্য বিনোৱাভাৱেক।

অসমৰ প্ৰথম সত্যাগ্ৰহী গোপীনাথ বৰদলৈয়ে ১৯৪০ চনৰ ১১ ডিচেম্বৰৰ গুৱাহাটীৰ সত্যাগ্ৰহৰ পাতনি মেলে আৰু সেই দিনাৰ পৰা অসমৰ বিভিন্ন ঠাইত সত্যাগ্ৰহ কৰি সত্যাগ্ৰহীসকলে গ্ৰেপ্তাৰ বৰণ কৰিলে। এই সত্যাগ্ৰহ ১৯৪১ চনৰ মাৰ্চলৈকে চলি আছিল। অৱশ্যে শাৰীৰিক অসুস্থতাৰ কাৰণে স্বাধীনতা সংগ্ৰামৰ কৰ্ণধাৰ হেম বৰুৱাক সত্যাগ্ৰহ কৰিবলৈ গান্ধীজীয়ে অনুমতি প্ৰদান নকৰিলে। কিন্তু অসুখীয়া শৰীৰেৰেই হেম বৰুৱাই গোটেই অসমত কংগ্ৰেছ সংগঠন টনকিয়াল কৰাই নহয়, প্ৰতি অঞ্চলত শান্তি-সেনাৰ দল গঠন কৰি প্ৰশিক্ষণৰ ব্যৱস্থা কৰিলে। প্ৰশিক্ষণৰ অন্তত শান্তি-সেনাসকলে গাঁৱে-ভূঞে সভা-শোভাযাত্ৰা কৰি যুদ্ধৰ বিৰুদ্ধে ৰাইজক সজাগ কৰি তুলিলে।

হেম বৰুৱাৰ সাংগঠনিক কৌশলে বাৰুকৈয়ে কাম দিলে।

### ক্ৰিপ্‌ছ মিছন ঃ

দ্বিতীয় মহাসমৰত ব্ৰিটিছৰ সপক্ষে 'not a person, not a pie to the Imperialist War'— এই সংকল্পেৰে গান্ধীজীয়ে চলোৱা একক সত্যাগ্ৰহৰ প্ৰভাৱ সদৌ ভাৰততে দেখা পাই ব্ৰিটিছ চৰকাৰে বুজি উঠিল যে জেল-জৰিমনাৰে ভাৰতবাসীক দমাই যুদ্ধৰ ফলীয়া কৰিব পৰা নহ'ব। সেয়েহে প্ৰধান মন্ত্ৰী চাৰ্চিলে এজন বিশেষ কূটনীতিবিদ ষ্টেফোৰ্ড ক্ৰিপছক ব্ৰিটিছৰ স্বাৰ্থ ৰক্ষা কৰি ভাৰতৰ দাবী সম্পৰ্কে ভাৰতৰ মতাৱলম্বী নেতাসকলৰ লগতে আলোচনা কৰি এটা মীমাংসাত উপনীত কৰিবলৈ ভাৰতলৈ পঠালে। সেইজন ক্ৰিপছে ১৯৪২ চনৰ ২৩ মাৰ্চ তাৰিখে ভাৰতত উপস্থিত হৈ নেতাসকলৰ লগত আলোচনা আৰম্ভ কৰিলে। সেই সময়ছোৱা আছিল ব্ৰিটিছ চৰকাৰৰ কাৰণে বৰ দুৰ্য্যোগপূৰ্ণ। জাপানে ইংৰাজৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি দক্ষিণ-পূৱ এছিয়াৰ ব্ৰিটিছৰ দখলত থকা ৰাষ্ট্ৰসমূহ এফালৰ পৰা দখল কৰি, হাজাৰ হাজাৰ ইংৰাজৰ সৈন্যক বন্দী কৰি ব্ৰহ্মদেশ পালেহি। সেই সময়তে ভাৰতৰ বিপ্লৱী নেতা সুভাষ বসুৱে ভাৰতৰ পৰা পলায়ন কৰি জাৰ্মানী হৈ চাবমেৰিণেৰে দক্ষিণ-পূৱ এচিয়াত উপস্থিত হ'ল। তাত আগৰে পৰা পলায়ন কৰি থকা আন এজন বিপ্লৱী ৰাজবিহাৰী বসুৰ লগ লাগি জাপানে বন্দী কৰি ৰখা ইংৰাজৰ ভাৰতীয় সেনাসকলক লৈ আজাদ হিন্দ ফৌজ গঠন কৰিলে

আৰু লগে লগে জাপানী সেনাৰ সহযোগত ব্ৰহ্মদেশত ইংৰাজ সেনাক পৰাস্ত কৰি মণিপুৰৰ ফালে অগ্ৰসৰ হ'ল।

ক্ৰিপছ মিছন সফল নহ'ল। ইফালে জিন্নাৰ নেতৃত্বৰ মুছলীম লীগে আঠ কোটি মুছলমানৰ কাৰণে ভাৰতৰ বিভাজন বিচাৰিলে আৰু পাকিস্তানৰ দাবী উত্থাপন কৰিলে।

একে সময়তে আমেৰিকা আৰু চীন দেশেও বিচাৰিছিল— ভাৰতে যুদ্ধত সহযোগ কৰক; কাৰণ সেই দুখন দেশৰ ৰাষ্ট্ৰ-প্ৰধানদ্বয়েও বুজি উঠিছিল যে জনগণৰ সহযোগ অবিহনে ভাৰতত হ'বলগীয়া যুদ্ধত ব্ৰিটিছ তথা মিত্ৰশক্তিয়ে আজাদ হিন্দ ফৌজ আৰু জাপানী সৈন্যৰ যুটীয়া আগ্ৰাসন ৰোধ কৰিব নোৱাৰিব। কিন্তু ব্ৰিটিছ চৰকাৰে তেওঁলোকৰ পৰামৰ্শৰ প্ৰতি সঁহাৰি নজনালে।

**ভাৰত ত্যাগ প্ৰস্তাৱ ঃ**

ব্ৰিটিছ চৰকাৰৰ হোঁহকা-পিছলা নীতিত ক্ষুব্ধ হৈ গান্ধীজীয়ে চৰকাৰক ভাৰত ত্যাগ কৰিবৰ কাৰণে কংগ্ৰেছৰ জৰিয়তে প্ৰস্তাৱযোগে চৰম-পত্ৰ দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। সেই মৰ্মে গান্ধীজীয়ে প্ৰস্তাৱটোৰ খচৰা প্ৰস্তুত কৰি কংগ্ৰেছ সভাপতিলৈ পঠালে। সভাপতিয়ে ৭ জুলাই, ১৯৪২ তাৰিখে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সভা ৱাৰ্দ্ধাত আহ্বান কৰিলে। গান্ধীজীৰ প্ৰস্তাৱৰ ওপৰত আলোচনা চলিল একেৰাহে সাত দিন ধৰি। নেহৰু, আজাদ গোবিন্দবল্লভ পন্ত, চৈয়দ মহম্মদ আদিয়ে প্ৰস্তাৱৰ বিপক্ষে থিয় দিলে এই যুক্তিত যে জাপানৰ আগ্ৰাসনৰ মুহূৰ্তত ভাৰতত ব্ৰিটিছৰ বিৰুদ্ধে গণ আন্দোলন গঢ়ি তুলিলে ব্ৰিটিছ তথা মিত্ৰশক্তিক চক্ৰ-শক্তিৰ বিৰুদ্ধে দুৰ্বল কৰা হ'ব আৰু ই পৃথিৱীব্যাপী কংগ্ৰেছৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া প্ৰকাশ কৰিব। কিন্তু চৰ্দাৰ পেটেল, ৰাজেন্দ্ৰ প্ৰসাদ, আচাৰ্য নৰেন্দ্ৰদেৱ, কৃপালনী, সীমান্ত গান্ধী আদি সৰহ সংখ্যক সদস্যই গান্ধীজীৰ পক্ষ সমৰ্থন কৰাত আৰু গান্ধীজীয়ে দুয়ো পক্ষৰ সকলো দিশ সামৰি ব্যাখ্যা আগবঢ়োৱাৰ পিছত উক্ত প্ৰস্তাৱ কমিটিয়ে গ্ৰহণ কৰি নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ এখন বিশেষ সভাত প্ৰস্তাৱটো দাঙি ধৰিবলৈ ঠিক কৰিলে।

সেই মতে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ এখন বিশেষ অধিৱেশন বোম্বাই চহৰৰ গোৱালিয়ৰ টেঙ্ক ময়দানত সেই বছৰৰে ৭ আৰু ৮ আগষ্টত

অনুষ্ঠিত হ'ল। কিন্তু ইয়াৰ আগতে ১৪ জুলাইত কংগ্ৰেছে গ্ৰহণ কৰা 'ভাৰত ত্যাগ' প্ৰস্তাৱৰ পৰিপ্ৰেক্ষিতত ব্ৰিটিছ্ চৰকাৰেও গান্ধীজীৰ প্ৰত্যাহ্বানৰ জৱাব দিবলৈ সাজু হ'ল। কেন্দ্ৰীয় চৰকাৰে প্ৰদেশসমূহৰ গৱৰ্ণৰসকললৈ আৰু জিলাৰ ডেপুটি কমিছনাৰ, পুলিচ চুপাৰসকললৈ গোপনে নিৰ্দেশ দিলে যে কংগ্ৰেছে আন্দোলন আৰম্ভ কৰাৰ লগে লগে চৰকাৰে চূড়ান্ত নিৰ্য্যাতন, নিষ্পেষণ চলাই কলিতে আন্দোলন মষিমূৰ কৰিব লাগিব। আনকি আৱশ্যক যেন দেখিলে গান্ধীক কেনিয়ালৈ নিৰ্বাসিত কৰিবলৈ নিৰ্দেশ দিলে; আনকি গান্ধীয়ে আমৰণ অনশনত বহিলেও সেই খবৰ যাতে প্ৰকাশ নহয় তাৰো ব্যৱস্থা কৰিবলৈ চিন্তা কৰিলে।

## গণ-বিপ্লৱৰ সূচনা ঃ

৮ আগষ্টৰ নিশা জৱাহৰলাল নেহৰুৰ প্ৰস্তাৱ আৰু চৰ্দাৰ পেটেলৰ সমৰ্থনত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হ'ল। গান্ধীজীয়ে প্ৰস্তাৱৰ মোখনি মাৰি ঘোষণা কৰিলে— "আমি ব্ৰিটিছ্ চৰকাৰক ভাৰত ত্যাগ কৰিবলৈ ১৫-দিনৰ সময় দিব খুজিছো, সেয়েহে 'ভাৰত চোড়ো আন্দোলন' ১৫-দিনৰ পিছত আৰম্ভ হ'ব। গান্ধীজীয়ে আৰু ঘোষণা কৰিলে যে ৯ আগষ্টৰ পুৱা টেঙ্ক ময়দানত ত্ৰিৰঙ্গ পতাকা উত্তোলন কৰাৰ পিছত ভাৰত-ত্যাগ প্ৰস্তাৱৰ সবিশেষ আৰু ১৫ দিনৰ পিছত আৰম্ভ হ'বলগীয়া আন্দোলনৰ কৌশল সম্পৰ্কে ব্যাখ্যা কৰা হ'ব। কিন্তু সাম্ৰাজ্যবাদী ব্ৰিটিছ্ চৰকাৰে গান্ধীজীক চাৰি ঘণ্টাও সময় নিদিলে। আগতে ঠিক কৰি থোৱা আঁচনি মতেই নিশা নেতাসকল থকা শিবিৰসমূহ ব্ৰিটিছ্ পুলিচে ঘেৰাও কৰি গান্ধীজী, কস্তুৰবা, সৰোজিনী নাইডু, সুশীলা নায়াৰ, মীৰা বেনক পুণাৰ আগাখাঁ পেলেচত আৰু বাকীসকল কংগ্ৰেছ নেতা জৱাহৰলাল, চৰ্দাৰ পেটেল, গোবিন্দবল্লভ, আচাৰ্য্য কৃপালনী, আচাৰ্য নৰেন্দ দেৱ, শ্ৰীকৃষ্ণ সিংহ আদিক আহমদনগৰ দুৰ্গত বন্দী কৰি থ'লেগৈ।

৯ আগষ্টৰ পুৱা নেতাসকলৰ গ্ৰেপ্তাৰৰ খবৰ নজনাকৈয়ে বোম্বাই চহৰৰ হাজাৰ হাজাৰ পুৰুষ-মহিলা গোৱালিয়ৰ টেঙ্ক ময়দানত গোট খালেহি। ইতিমধ্যে গ্ৰেপ্তাৰৰ খবৰ জনাজনি হোৱাত উপস্থিত ৰাইজৰ মাজত ক্ষোভ আৰু উত্তেজনাৰ সৃষ্টি হ'ল। লগে লগে ব্ৰিটিছ্ পুলিচে টেঙ্ক ময়দানত অৱস্থান

ল'লেহি। সেই মুহূৰ্ত্ততে সাহসী মহিলা অৰুণা আচফ আলি হঠাতে পতাকাৰ বেদীত আবিৰ্ভাব হৈ ত্ৰিৰঙ্গ পতাকা উত্তোলন কৰি ঘোষণা কৰিলে : "ব্ৰিটিছক ভাৰত ত্যাগ কৰিবলৈ এই মুহূৰ্তৰ পৰা আমাৰ ৰণ আৰম্ভ হ'ল; ইনকিলাব জিন্দাবাদ।" এই দুৱাষাৰ কথা কৈয়েই অৰুণাজী জনতাৰ মাজত বিলীন হৈ পুলিচৰ চকুত ধূলি মাৰি অন্তৰ্ধান হৈ গ'ল। গ'ল যে গ'লেই; সেই গৰাকী বিদ্ৰোহী মহিলাই আত্মগোপন কৰি গোটেই দেশতে বিপ্লৱৰ জুই জ্বলাই ঘূৰি ফুৰিলে। পুলিচে কাহানিও গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

**বিয়াল্লিশৰ গণ-বিপ্লৱ :**

গান্ধীজীয়ে পূৰ্বতে পৰিচালনা কৰা আন্দোলন— অসহযোগ আন্দোলন, আইন অমান্য আন্দোলন বা সত্যাগ্ৰহ আন্দোলনৰ বিস্তৃত কাৰ্যসূচী আগতীয়াকৈ প্ৰকাশ কৰিহে আন্দোলন আৰম্ভ কৰিছিল। কিন্তু এইবাৰ গান্ধীজীয়ে নিজেই ব্ৰিটিছ চৰকাৰক পোন্ধৰ দিনৰ সময় দি আন্দোলনৰ কাৰ্যসূচী পিছত ঘোষণা কৰা হ'ব বুলি ভাৰত ত্যাগ প্ৰস্তাৱ গ্ৰহণৰ লগতে অধিৱেশনত জনাইছিল। হঠাতে পুলিচে তেওঁক নিশাৰ ভিতৰতে গ্ৰেপ্তাৰ কৰাত গান্ধীজীয়ে একো নিৰ্দেশ ৰাইজলৈ দি যাবলৈ সুবিধা নাপালে যদিও তেওঁ কাগজ এডোখৰত 'DO OR DIE' শব্দ তিনিটা লিখি মহাদেৱ দেশাইৰ হাতত দি থৈ গ'ল।

সেইদিনা পুৱা বোম্বাই চহৰৰ জনগণে গান্ধীজী প্ৰমুখ্যে নেতাসকলক গ্ৰেপ্তাৰ কৰি অজ্ঞাত ঠাইত বন্দী কৰি থোৱাৰ খবৰ পাই ক্ষোভ আৰু খঙত অধৈৰ্য হৈ স্বতঃস্ফূৰ্তভাৱে আন্দোলন আৰম্ভ কৰি দিলে। ঠায়ে ঠায়ে হৰতাল আৰম্ভ হ'ল; প্ৰতিবাদ সভা, জনতাৰ মিছিল, স্কুল-কলেজ, চৰকাৰী কাৰ্যালয় আদিত পিকেটিং আৰম্ভ হ'ল। গান্ধীজীৰ শেষ বাণী **'কৰিম কিম্বা মৰিম'** জনতাৰ মাজত ধুমুহাৰ দৰে প্ৰচাৰ হ'ল। ইফালে ব্ৰিটিছ চৰকাৰে ৯ আগষ্টৰ দিনাৰে পৰা ধৰ-পাকৰ আৰম্ভ কৰি দিলে। প্ৰাদেশিক নেতাসকলক দলে দলে গ্ৰেপ্তাৰ কৰি কাৰাগাৰত বিনা বিচাৰে নিক্ষেপ কৰিলে; কংগ্ৰেছক বে-আইনী ঘোষণা কৰিলে; কংগ্ৰেছ কাৰ্য্যালয় আৰু অন্যান্য সংগঠনবোৰৰ কাৰ্য্যালয় চীল কৰিলে। বেঙ্ক একাউন্টবোৰ নিষ্ক্ৰিয় কৰিলে। দুই দিনৰ ভিতৰতে বোম্বে চহৰ আৰু নাচিক, পুণা, চাতাৰা, শোলাপুৰ, আহমেদাবাদ, বিজাপুৰ আদি ঠাইত

পুলিচে কমেও ২৫০-বাৰ গুলি চালনা কৰি এশজনতকৈ অধিক স্বাধীনতা সংগ্রামীক নিহত কৰিলে; লাঠি, বেয়নেট চাৰ্জত ৫০০-জনক ঘূণীয়া কৰিলে।

পুলিচৰ অত্যাচাৰ, নিষ্পেষণ যিমানেই বাঢ়িবলৈ ধৰিলে সিমানে গণ-বিপ্লৱৰ গতিও সলনি হৈ আহিল। বিপ্লৱ গোটেই ভাৰতজুৰি বিয়পি পৰিল। কংগ্রেছৰ নৰমপন্থী নেতা-কৰ্মীসকল জেলত আবদ্ধ হোৱাৰ পিছত আন্দোলনৰ নেতৃত্ব কংগ্রেছ ছচিয়েলিষ্টসকলৰ হাতলৈ গ'ল। তেওঁলোকক সহযোগ কৰিলে সুভাষ বসুৰ ফৰৱাৰ্ড ব্লক, সৌমেন্দ্র ঠাকুৰৰ বিপ্লৱী কমিউনিষ্টসকলে আৰু চৰমপন্থী কংগ্রেছীসকলে। কিন্তু মুছলীম লীগ, হিন্দু মহাসভা আৰু কমিউনিষ্ট পাৰ্টীয়ে এই ভাৰত ত্যাগ আন্দোলনৰ ঘোৰ বিৰোধিতা কৰাই নহয়, বিদেশী চৰকাৰক সহায়হে কৰিলে। জয়প্রকাশ নাৰায়ণ ১৯৪০ চনৰে পৰা জেলত বন্দী হৈ থকা সত্বেও তেওঁৰ সহযোগী ড° ৰামমনোহৰ লোহিয়া, অচ্যুত পটবৰ্দ্ধন, অশোক মেহতা, অৰুণা আচফ আলি, এচ.এম. যোশী, নানা পাটিল, এন.জি. গোড়ে, চাদিক আলি, ইউচুফ মেহেৰালি, পুৰুষোত্তমদাস ত্রিকমদাস, কমলাদেৱী চট্টোপধ্যায় আদিয়ে গুপ্ত আন্দোলনৰ দ্বাৰা ব্রিটিছক ভাৰত ত্যাগ কৰিবলৈ বাধ্য কৰাৰ সংকল্পৰে গোটেই ভাৰততে এটা বৃহৎ নেটৱৰ্ক গঢ়ি তুলিলে। কিছু মাহৰ পিছত জয়প্রকাশ নাৰায়ণে হাজাৰিবাগ জেলৰ পৰা ৫-জন অসীম সাহসী সতীৰ্থক লগত লৈ পলাই আহি বিপ্লৱ গাঢ়তৰ কৰি তুলিলে যিবোৰ ঘটনা এতিয়া ইতিহাস।

## বিয়াল্লিশত অসম আৰু হেম বৰুৱা

৭ আৰু ৮ আগষ্টত বোম্বেত অনুষ্ঠিত কংগ্রেছ বিশেষ অধিৱেশনলৈ অসমৰ পৰা প্রতিনিধি হিচাপে কেৱল গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাহে গৈছিল। তেওঁলোকৰ লগত ৰঙিয়াৰ ডেকা কামিনী মোহন শৰ্মাও। ৮ আগষ্টৰ গধূলি ভাৰত ত্যাগ প্ৰস্তাৱ গৃহীত হোৱাৰ পিছত সেই ভাৰত ত্যাগ প্ৰস্তাৱৰ নকল আৰু নিখিল ভাৰত কংগ্রেছ কমিটিৰ অন্যান্য কাগজ-পাতি লৈ তিনিও গুৱাহাটীলৈ বুলি ৰেলত উঠিল। তেতিয়াৰ দিনত বোম্বেৰ পৰা কেবাখনো ৰেল সলাইহে গুৱাহাটীৰ পাব পৰা হৈছিল। ৰেলত কাগজ-পত্ৰখিনি কামিনী শৰ্মাৰ হাতত দি বৰদলৈ আৰু শৰ্মাই বুজাই দিলে যে যদি

তেওঁলোকক বাটতে ক'ৰবাত পুলিচে গ্ৰেপ্তাৰ কৰে তেওঁ সাৱধানেৰে কাগজ-পত্ৰখিনি কংগ্ৰেছ অফিচৰ ৰোগশয্যাত থকা হেম বৰুৱাৰ হাতত জমা দিয়েগৈ। ১০ আগষ্ট তাৰিখে তেওঁলোক অহা ৰেলখন দুপৰীয়া ধুবুৰী পোৱাৰ লগে লগে অসম পুলিচে বৰদলৈ আৰু শৰ্মাক গ্ৰেপ্তাৰ কৰি ৰেলৰ পৰা নমাই লৈ গ'ল। কামিনী শৰ্মাই আবেলি গুৱাহাটী ষ্টেচনত নামি কাগজৰ টোপোলাটো হেপীভিলাৰ কংগ্ৰেছ অফিচত থকা হেম বৰুৱাক চমজাই দিহে ঘৰলৈ উভতি গ'ল।

১০ আগষ্টৰ নিশাৰ পৰা গুৱাহাটীত গ্ৰেপ্তাৰৰ ধৰ-পাকৰ আৰম্ভ হ'ল। বৰদলৈ, সিদ্ধি শৰ্মাক ধুবুৰীত গ্ৰেপ্তাৰৰ পিছত গুৱাহাটীত বিষ্ণুৰাম মেধি, মহঃ তৈয়বুল্লা, ডাঃ হৰিকৃষ্ণ দাস, গৌৰীকান্ত তালুকদাৰ, লীলাধৰ বৰুৱা আদিক গ্ৰেপ্তাৰ কৰি নিৰাপত্তা বন্দী হিচাপে কাৰাগাৰত আৱদ্ধ কৰিলে। ১১ আগষ্টৰ পৰা অসমৰ বিভিন্ন জিলা পৰ্য্যায়ৰ নেতাসকলক গ্ৰেপ্তাৰ কৰি জেলত ভৰালে। কিছুমান ঠাইত ১০ তাৰিখৰ পৰা, কিছুমান ঠাইত ১১ তাৰিখৰ পৰা জনতাৰ বিক্ষোভ, শোভাযাত্ৰা, স্কুল-কলেজত পিকেটিং, বজাৰত হৰতাল পালনেৰে গণ-বিপ্লৱে মূৰ দাঙি উঠিল। ভাৰতৰ আন ঠাইত কৰাৰ দৰে অসমতো বৃটিছ চৰকাৰৰ পুলিচে আন্দোলনকাৰীৰ ওপৰত নিৰ্মম অত্যাচাৰ আৰম্ভ কৰিলে। কংগ্ৰেছ অফিচবিলাক, সেৱাদল, শান্তিসেনাৰ শিবিৰবিলাক পুলিচে তলা লগাই বন্ধ কৰিলে। জিলাৰ ডেপুটি কমিচনাৰ, পুলিচ চুপাৰবিলাকে ভাবিছিল নেতাবিহীন আন্দোলন এসপ্তাহৰ ভিতৰতে শেষ হৈ যাব। কিন্তু নহ'ল; আন্দোলন গণ-বিপ্লৱলৈ পৰ্য্যবসিত হ'ল। এই সম্পৰ্কীয় আলোচনা পিছলৈ থৈ গণ-বিপ্লৱৰ পৰিচালকজনৰ কথালৈ আহোঁ।

দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ লগতে ৰোহিণীকান্ত হাতীবৰুৱাৰ অক্লান্ত পৰিশ্ৰমৰ পিছত অসমত ঠন ধৰি উঠা কংগ্ৰেছ অনুষ্ঠানক শক্তিশালী ৰূপত গঢ় দিয়া একমাত্ৰ মানুহজন হৈছে হেমচন্দ্ৰ বৰুৱা। নিজৰ জীৱন-যৌৱন, ঘৰ-সংসাৰ সুখ-স্বাচ্ছন্দ্য সকলো বিসৰ্জন দি ডেকা কালৰ সু-স্বাস্থ্যৰ গৰাকীজনে নিজৰ স্বাস্থ্যৰ প্ৰতিও কৰ্ণপাত নকৰি দেশৰ আৰু দহৰ কাৰণে জীৱন পাত কৰা, ত্যাগৰ প্ৰতিভূস্বৰূপ কংগ্ৰেছ অনুষ্ঠানৰ লগতে যুৱকৰ সেৱা দল, শান্তি-সেনা বাহিনী ইমান শক্তিশালী ৰূপত গঢ়ি তুলিছিল কাৰণে অসমত বিয়াল্লিশৰ গণ-বিপ্লৱে সুকীয়া মাত্ৰা বহন কৰিছিল।

আজিৰ পৰা ৬৭-বছৰৰ আগৰ, সেই দিনত নাছিল যান-বাহনৰ সুবিধা, নাছিল টেলিফোন; টেলিগ্ৰাফৰ সুবিধা আছিল যদিও চৰকাৰী টেলিগ্ৰাফত কোনো খবৰ পঠাবই নোৱাৰিছিল, ডাকত দিয়া চিঠিও চেন্সৰ কৰিছিল। সেয়েহে বিশ্বাসী কৰ্মীৰ হাতেৰে চিঠিৰ আদান-প্ৰদান হৈছিল। কংগ্ৰেছৰ নিৰ্দেশনা, চাৰ্কুলাৰ কোনো প্ৰেছত ছপাব পৰা নহৈছিল গোপন ঠাইত ৰখা লিঠু মেছিনত মাৰি প্ৰচাৰৰ বাবে গোপনে পঠাব লগা হৈছিল। কিন্তু আশ্চৰ্য্যজনকভাৱে ৰোগ-শয্যাৰ পৰাই হেম বৰুৱাই গোটেই অসমতে এনে এটা নেটৱৰ্ক গঢ়ি তুলিবলৈ সমৰ্থ হৈছিল যাৰ দ্বাৰা হেম বৰুৱাই কোন ঠাইত কোনে কি কাম কৰিছে, কোন তাৰিখত কোনজন কোন ঠাইত আছে ইত্যাদি খবৰ তেওঁৰ নখ-দৰ্পণত আছিল। তেওঁৰ কাৰণে বিশেষ সুবিধা আছিল এয়ে যে অসমৰ প্ৰতিটো অঞ্চলেই তেওঁৰ চিনাকী আছিল আৰু প্ৰতিজন কংগ্ৰেছ কৰ্মীকে তেওঁ চিনি পাইছিল। সৰহ সংখ্যকৰে ঘৰুৱা অৱস্থাৰ কথাও তেওঁ জানিছিল আৰু তেওঁৰ সহায়কাৰী হিচাপে আছিল জনদিয়েক নিষ্ঠাবান কৰ্মী— যিসকলে আত্মগোপন কৰি গুপ্ত আন্দোলনত বিশেষ অৰিহণা যোগাইছিল। তাৰে এজন আছিল লক্ষ্যধৰ চৌধুৰী।

সেইজন লক্ষ্যধৰ চৌধুৰীয়ে পিছৰ কালত লেখা ভালেমান নিবন্ধত হেমচন্দ্ৰ বৰুৱাৰ আন্দোলন পৰিচালনাৰ কৌশল, কাৰ্য্যপ্ৰণালীৰ বিষয়ে উল্লেখ কৰি গৈছে আৰু তাৰে কিছু আৱশ্যকীয় বৰ্ণনা আমাৰ এই লেখাত উদ্ধৃতি দিব খুজিছো।

চৌধুৰীয়ে *'কুমুদ ভাই'* প্ৰবন্ধত লিখিছে ঃ ১৯৪২ চন। ভাৰত ত্যাগ আন্দোলন আৰম্ভ হৈছে। শিক্ষকতা এৰি আন্দোলনত যোগ দিলো। ধনে-জনে ইংৰাজক যুদ্ধত সহায় নকৰিবলৈ প্ৰচাৰ চলালো। তেনেতে এদিন কংগ্ৰেছ কৰ্মী যোগেন ভট্টাচাৰ্য্য আহি মোক ক'লে, "তোমাক এবাৰ হেম বৰুৱাই মাতিছে।" ভট্টাচাৰ্য্যৰ লগতে গধূলা বৰুৱাৰ ওচৰলৈ যোৱা ঠিক কৰিলো। বৰুৱা কংগ্ৰেছ অফিচৰ কাষতে থাকে। নাৰায়ণ বৰুৱাৰ ঘৰত। হেপীভিলাত। কংগ্ৰেছ অফিচ চৰকাৰে বাজেয়াপ্ত কৰিছে। আগতে বৰুৱা তাতেই আছিল। বৰুৱা অসুখীয়া। প্ৰায় ঢাৰি-পাটিতে পৰি থাকে। সেই অসুখীয়া গাৰেই আন্দোলনৰ গুৰি ধৰি আছে। গধূলি হোৱাৰ লগে লগে বৰুৱাৰ ওচৰলৈ গ'লো। বৰুৱা শুই আছে। এখন শুধ বগা খদ্দৰৰ কাপোৰেৰে ঢকা বিচনাত। কাষতে দুখনমান চকী।

আঁতৰত এটা সৰু আলমাৰি। কোঠালিটোত সোমাই মোৰ তীৰ্থ-ক্ষেত্ৰলৈ অহা যেন লাগিল। আমাক বহিবলৈ কৈ তেওঁ বিচনাতে বহিল। সুধিলে,

— তুমি কাম এৰিলা?

— হয় এৰিলো।

— ঠিক আছে। তুমি সভা পাতি বক্তৃতা দি ফুৰিব নালাগে। খাদী ভাণ্ডাৰখন তুমি লোৱা? তাতে বহা। তুমি অভিনয় কৰা নহয়? এইবাৰ এইটো ভাও কৰা।

— মই বস্তু-বাহানি ক'ত পাম?

— যি পোৱা তাকে লৈ বহিবা। ভাণ্ডাৰখন খোলা ৰাখিব লাগে। বিভিন্ন ঠাইৰ কৰ্মীসকল তালৈকে আহি সকলো বা-বাতৰি দিছিল। এতিয়া তেওঁলোক ক'লৈ যাব? এতিয়া গাঁৱে-ভূঞে পুলিচৰ অত্যাচাৰ চলিছে। গতিকে দোকানখন খোলা ৰাখিব লাগে। তাত এজন ভাল কৰ্মী থাকিব লাগে আৰু তেৱেঁই আন্দোলনৰ যোগসূত্ৰ ৰাখিব লাগে। সেই দায়িত্ব মই তোমাক দিছো। পাৰিবা নহয়?

— পাৰিম।

— ঠিক আছে, এতিয়া যোৱা বুলি হাঁহি মাৰি মোক বিদায় দিলে।

সেয়ে এসপ্তাহৰ ভিতৰতে মই দোকানীৰূপে অভিষিক্ত হ'লো। দোকানৰ নাম দিলো 'অমলালয়'। মোৰ ব্যৱসায় বাঢ়িল। পণ্য দ্ৰব্যৰ নহয়— ৰাজনীতিৰ। বৰুৱাদেৱৰ আজ্ঞাবাহীৰূপে আহ-যাহ কৰিব লগা হ'লো। অসমৰ বিভিন্ন ঠাইলৈ, সুদুৰ কলিকতালৈও। আত্ম-গোপনকাৰীসকলক লগ পোৱাৰ সুবিধা ঘটিল। নতুন নতুন কৰ্মী ওলাইছে। এইসকলৰ সান্নিধ্যলৈ অহাৰ সুযোগ-সুবিধাও বৰুৱাদেৱেই কৰি দিলে।

আকৌ লক্ষ্যধৰ চৌধুৰীৰ কথাৰেই ঃ

বিয়াল্লিশৰ অক্টোবৰ মাহ। কলিকতাৰ পৰা আহি পোৱাৰ দুদিনৰ পিছত বৰুৱাদেৱৰ তলব পৰিল। যোৰহাটলৈ যাব লাগে। উদ্দেশ্য অতি মহৎ। শংকৰ বৰুৱাক লগ ধৰিব লাগে। শংকৰ বৰুৱা। প্ৰখ্যাত স্বাধীনতা সংগ্ৰামী। পলাতক। মুক্তি-যুঁজাৰুসকলৰ অনুপ্ৰেৰণাৰ উৎস। শংকৰ বৰুৱাক লগ ধৰাৰ কথা কওঁতেই মোৰ মন পুলকিত হৈ উঠিল। বৰুৱাই দিহা দিলে— তুমি যোৰহাট পায়েই দেবেশ্বৰ শৰ্মাৰ ঘৰলৈ যাবা। শৰ্মা জেলত। তাতে উপেন ৰাজখোৱা আছে। তেওঁক লগ ধৰিলেই সকলো সুবিধা কৰি দিব।

লক্ষ্যধৰ চৌধুৰীয়ে শংকৰ বৰুৱাক চাৰিগাঁৱত লগ ধৰিলে। হেম বৰুৱাই দিয়া লেফেফাটো দিলে। বহু সময় কথা-বতৰা হ'ল। পিছদিনা চৌধুৰী গুৱাহাটীলৈ ঘূৰি আহিল আৰু বৰুৱাক সবিশেষ জনালে।

এসপ্তাহৰ পিছত বৰুৱাদেৱে চৌধুৰীক পুনৰ মাতি পঠালে। আকৌ চৌধুৰীৰ কথাৰেই ঃ

বৰুৱাৰ ওচৰ পালোঁগৈ। ৰোগ-শয্যাৰ পৰা বৰুৱা জাঁপ মাৰি উঠি বহিল। ক'লে— হেৰা শংকৰ আহি ওলালহিহে। পিছে গুৱাহাটীত ৰখাতো বিপদজনক। ইয়াত ধৰা পৰিব লাগিলে বৰ অন্যায় হ'ব। তেওঁক ইয়াৰ পৰা আঁতৰাই ৰাখিব লাগে, পাৰিবাতো?

— পৰা যাব।

— ক'লৈ নিবা?

— উত্তৰ গুৱাহাটীলৈকে লৈ যাওঁ।

— কিন্তু মণ্টুহঁতৰ (গিৰিণ চৌধুৰী) ঘৰত নাৰাখিবা। সেইখন পুলিচৰ জনাজাত ঘৰ; তাতে আকৌ মুখ-পতা ঠাইত।

— আমাৰ ৰংমহললৈ লৈ যাওঁ।

— বিশ্বাসী মানুহ আছে নহয়?

— বাইদেউৰ ঘৰত ৰাখিম, মাইচেনা বাইদেউ।

বৰুৱাই যেন সকাহ পালে।

সুধিলে— পিছে পাৰ কৰিবা কিহেৰে?

— নাৱত পাৰ কৰিম। আমাৰ বিশ্বাসী নাৱৰীয়া আছে।

এইবাৰ মই সুধিলো— বৰুৱা এতিয়া ক'ত আছে?

— ডাক্তৰ পোৱাল দুৱৰাৰ ঘৰত ৰাখিছো। তুমি এতিয়াই সিপাৰলৈ যোৱাৰ কথা কৈ যোৱাগৈ।

চৌধুৰীৰ লেখাৰ পৰা জনা যায় যে পলাতক শংকৰ বৰুৱাই ৰংমহলৰ মাইচেনা বাইদেউৰ ঘৰত ছয়-সাত ৰাতিমান থাকিল যদিও চৌধুৰীয়ে নজনাকৈ অকলে কুমুদ ভাইৰ নাৱত ব্ৰহ্মপুত্ৰ পাৰ হৈ বৰুৱাৰ লগত আন্দোলনৰ কৌশল, গতিগোত্ৰ সম্পৰ্কে আলোচনাত বহেহি। ঠিক তেনে সময়তে সৰুপথাৰৰ ৰেল বগৰোৱা ঘটনা ঘটিল। ইংৰাজ পুলিচৰ সৰুপথাৰৰ ৰাইজৰ ওপৰত চলোৱা অত্যাচাৰৰ কথা শুনি শংকৰ বৰুৱা গোলাঘাটলৈ

উভতি গ'ল। বৰুৱাদেৱৰ সুপাৰিচ মতে চেনিকুঠিৰ লক্ষ্মী নাৰায়ণ প্ৰসাদে তেওঁৰ গাড়ীৰে নিশাৰ আন্ধাৰত বৰুৱাক কমাৰগাঁৱৰ এঘৰত নমাই থৈ আহিলগৈ।

লক্ষ্যধৰ চৌধুৰীয়ে আৰু লিখিছে ঃ

বৰুৱাদেৱ থকাৰ সময়ত উত্তৰ গুৱাহাটী গুপ্ত আন্দোলনৰ অস্থায়ী ৰাজধানীৰ দৰে হৈ পৰিল। দেশৰ বিভিন্ন প্ৰান্তৰ পৰাও গুপ্ত আন্দোলনকাৰীসকলৰ আহ-যাহ চলিল। কলিকতা, বোম্বাই আদি ঠাইৰ পৰাও যোগাযোগ স্থাপন হ'ল। বহুতে সহায়-সহযোগ আগবঢ়ালে। পয়োধৰ বৰুৱা, ৰমেশ চাংকাকতি আদিয়ে বিভিন্ন ধৰণৰ উৎসাহ উপদেশ দিলে। ভগী বৰুৱা, অজিত বৰুৱা, মহিম বৰুৱা, কৃষ্ণ চন্দ্ৰ বৰুৱা, গজেন বৰাইঁতৰ ঘৰ পলাতকসকলৰ ভাত-ঘৰ হৈ পৰিল। কাশী বিদ্যাপীঠৰ অধ্যাপক আশফনা, বোম্বাইৰ ডাঃ দেউভাঙ্কৰ 'দয়াল' আৰু 'বাপুমামা' নামেৰে আমাৰ নিচেই আপোন হৈ পৰিল। এওঁলোকক আমাৰ বৈদেশিক বিষয়া স্বৰূপ সুবোধ হাজৰিকাই লগত লৈ বৰুৱাদেৱৰ ওচৰ পোৱালেহি। বৰুৱাদেৱে দুয়োকে অসুস্থতাৰ কাৰণে আমাক চমজাই দিলে। নগাঁৱৰ লক্ষ্মীপ্ৰসাদ গোস্বামীকো বৰুৱাদেৱৰ নিৰ্দেশত উত্তৰ গুৱাহাটীত আশ্ৰয় দিব লগা হৈছিল।

আন এদিন আমি অমলালয়ত বহি আছো। বৰুৱাদেৱৰ তলব গ'ল।

লগে লগে উপস্থিত হ'লোগৈ। বৰুৱাই ক'লে— হেৰা ডাঙৰ কথা এটা হ'ল নহয়? সুবোধে খবৰ পঠিয়াইছে কালিলৈ হেনো তোমালোকৰ 'বাইদেউ' অৰুণা আচফ আলি গুৱাহাটী পাবহি। তেওঁক আশ্ৰয় আৰু নিৰাপত্তা দি ৰাখিবলৈ মই একমাত্ৰ উপেন নবীশকহে বিচাৰি পাইছো। তুমি এতিয়াই উপেনৰ তালৈ গৈ সকলো ব্যৱস্থা কৰাগৈ।

— তেওঁ কেইদিন থাকিব বা? মই সুধিলো।

— তেওঁ হেনো শ্বিলঙলৈ যাব; উজনি অসমলৈও যাব। ইয়াত আমাকো কোনো এঠাইত লগ ধৰিব। তুমি আৰু নবীশে সকলো ব্যৱস্থা কৰিবা। যোৱা এতিয়া।

লক্ষ্যধৰ চৌধুৰী আৰু উপনে নবীশে সকলো ব্যৱস্থা কৰিলে। অৰুণা আচফ আলিক নবীশৰ ঘৰতে ৰাখিলে দুদিন। ব্ৰিটিছ চৰকাৰৰ ত্ৰাসস্বৰূপ অৰুণা আচফ আলিক পুলিচৰ চকুত নপৰিবলৈ নবীশৰ পৰিয়ালে ৰিহা-

মেখেলা পিন্ধাই শিৰত সেন্দুৰ দি নবীশৰ গাড়ীত ঘূৰাই ফুৰিছিল।

পিছদিনা গধুলি ডাঃ ভূবনেশ্বৰ বৰুৱাই তেওঁৰ গাড়ীত হেমচন্দ্ৰ বৰুৱাক, উপেন নবীশে তেওঁৰ গাড়ীত অৰুণা বাইদেউক বিষ্ণুৰাম মেধিৰ ঘৰলৈ আনিলে। আমি, মানে মই, সুবোধ হাজৰিকা, যোগেন ভট্ট আদি ৭-জনমান ডেকাও উপস্থিত। গুপ্ত আন্দোলন সম্পৰ্কে বাইদেউৰ প্ৰশ্নৰ উত্তৰত ৰোগ-শয্যাত পৰি থকা বৰুৱাদেৱে গোটেই অসমৰে পৰিস্থিতি, লাকুৱা, সৰুপথাৰ, পানীখাইটিৰ ৰেল বগওৰাবা ঘটনা, সৰভোগৰ ঘটনা, গহপুৰ, ঢেকিয়াজুলিত পুলিচ থানা দখলৰ প্ৰচেষ্টাত শ্বহীদ হোৱাসকলৰ বিষয়ে, তিলক ডেকা, ভোগেশ্বৰী ফুকননীহঁতৰ মৃত্যু কাহিনী ইমান সাৱলীলভাৱে বৰ্ণনা কৰিলে আমি শুনি আশ্চৰ্য্য মানিলো। বৰুৱাদেৱে যেন নিজেহে প্ৰতিটো ঘটনাত উপস্থিত আছিল!

প্ৰায় দুঘণ্টা কথা-বতৰাৰ পিছত ডাঃ বৰুৱাৰ গাড়ীত হেম বৰুৱাদেৱ আৰু নবীশৰ গাড়ীত অৰুণা বাইদেউ গুচি গ'ল। আমি কিজন তাতে বহি বাইদেৱে দি যোৱা কামৰ আলোচনা কৰি ৰাতি ১০ বজাত উত্তৰ গুৱাহাটীৰ সহকৰ্মী দুজনৰ লগত কুমুদ ভাইৰ নাৱত ব্ৰহ্মপুত্ৰ পাৰ হৈ ৰংমহল পালোগৈ।

লক্ষ্যধৰ চৌধুৰীয়ে আকৌ লিখিছে ঃ

হামফ্ৰে চাহাবে কুশল কোঁৱৰহঁতক দিয়া ফাঁচিৰ হুকুম বিজুলী সঞ্চাৰে গোটেই অসমতে বিয়পি পৰিল। সকলো ম্ৰিয়মান হ'ল। হেম বৰুৱাই আমাক মতাই আনি ক'লে— "শংকৰক উজনিলৈ পঠোৱাতো বৰ ভাল কাম নহ'ল। বৈকুণ্ঠ সিং, সুৰেণ ফুকনে এতিয়াও আত্মগোপন কৰি আছে। বিচাৰৰ ৰায়ত শংকৰৰ নামো হেনো উল্লেখ আছে। তেওঁক মতাই আনি ভাটিৰ ফালে পঠাবলৈ দিহা কৰিব নোৱাৰানে?

আমিও চিন্তিত হ'লো। কিন্তু আচৰিত! শংকৰ বৰুৱা প্ৰায় এপষেকৰ ভিতৰতে গুৱাহাটী পালেহি। ভাটিলৈ যোৱাৰ উদ্দেশ্য নহয়; কুশল কোঁৱৰহঁতৰ মৃত্যুদণ্ডৰ ৰায়ৰ বিৰুদ্ধে আপীল কৰাৰ মানসে। দুয়ো বৰুৱাৰ দীঘলীয়া আলোচনা হ'ল। নিশা কুমুদ, কোটোৰাৰ নাও আকৌ ঘনাই চলিবলৈ ধৰিলে। এদিন বৰুৱাদেৱে মোক ক'লে, শংকৰক উপেন নবীশৰ গাড়ীত ৰোহিণী চৌধুৰী উকীলৰ ঘৰলৈ লৈ যোৱা, লগতে ৰমেশ চৌধুৰীকো। ৰমেশ ডেকা উকীল; কিন্তু আন্দোলনৰ সমৰ্থক। সেইদিনা দুই

চৌধুৰী আৰু শংকৰ বৰুৱাৰ মাজত আলোচনা চলিল। পিছদিনা গোলাঘাটৰ উকীল দৌলেশ্বৰ দত্তও আহি আলোচনাত যোগ দিলে। তেওঁলোকে আপীল লিখি গৱৰ্ণৰ আৰু গৱৰ্ণৰ জেনেৰেললৈ পঠালে। ইয়াৰ দুদিনমানৰ পিছত সুবোধ হাজৰিকা কলিকতাৰ পৰা ওলালহি। সবোধৰ লগত শংকৰ বৰুৱা কলিকতালৈ ৰাওনা হ'ল গুপ্ত আন্দোলনৰ নেতা জয়প্ৰকাশহঁতক লগ ধৰিবলৈ।

১৯৪৩ চনৰ মে' মাহৰ মাজভাগত গৱৰ্ণৰ জেনেৰেল আপীলৰ ৰায় দিলে। কুশল কোঁৱৰৰ ফাঁচিৰ হুকুম বাহাল থাকিল। বাকী তিনিজনক যাৱজ্জীৱন কাৰাদণ্ড দিলে।

১৫ জুন, ১৯৪৩। কুশল কোঁৱৰৰ যোৰহাট জেলত ফাঁচি হ'ল। কুশল শ্বহীদ হ'ল। জন্মৰ কাৰণে নহয়, মৃত্যুৰ কাৰণে কুশল মহীয়ান হ'ল।

**এতিয়া আমাৰ কথা ঃ**

ওপৰৰ লক্ষ্যধৰ চৌধুৰীৰ কথাখিনিৰ পৰা এইটো অতি পৰিষ্কাৰ হৈ উঠিল কেনেকৈ ত্যাগবীৰ হেম বৰুৱাই ৰোগ-শয্যাত শুই-শুয়েই বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনৰ নিচিনা এটা বিৰাট আন্দোলন অসমত পৰিচালনা কৰি গ'ল। পৃথিৱীৰ বিপ্লৱৰ বুৰঞ্জীত এনেকুৱা সৰ্বদক্ষী নেতাৰ নাম আমি শুনা মনত নপৰে।

প্ৰকৃতাৰ্থত হেম বৰুৱা কংগ্ৰেছ তথা স্বাধীনতা আন্দোলনৰ অবিসম্বাদী নেতা হ'লেও তেওঁ আছিল grass-root worker। আন নেতাৰ দৰে কৰ্মীসকলে পাতি দিয়া সভাত বক্তৃতা এটা দি চাহ-জলপান খাই নগৰলৈ ঘূৰি অহা বিধৰ নেতা তেওঁ নাছিল। যিটো অঞ্চললৈ তেওঁ গৈছিল সেই অঞ্চলৰ ইতিহাস, জন-গাঁথনি, অৰ্থনীতি, সামাজিক পৰিস্থিতি আদি সকলো বিষয়ৰ অধ্যয়ন কৰি প্ৰতিজন কৰ্মীৰ সবিশেষ জানি-বুজি সেই অঞ্চলত কংগ্ৰেছ সংগঠন গঢ়ি তুলিছিল। প্ৰতিটো অঞ্চলৰ প্ৰতিজন কৰ্মীৰ বায়'ডাটা (Biodata) বৰুৱাৰ মুখস্থ আছিল। সংগঠনৰ কামত ঘূৰি ফুৰোঁতেই তেওঁ কেবাবাৰো পৰি শৰীৰ ঘূণীয়া কৰিলে। তাৰ ভিতৰত ১৯৩১ চনত বলিয়াঘাটৰ কৃষক সভাৰ পৰা দিখৌৰ পাৰে পাৰে ঘূৰি আহোঁতে ২০ ফুট তললৈ বাগৰি পৰাৰ ঘটনা এই গ্ৰন্থৰে কেবাটাও লেখাত প্ৰকাশ পাইছে।

ডাক্তৰৰ পৰামৰ্শকো আওকাণ কৰি গা অলপ ভাল পালেই তেওঁ সংগঠনৰ কামত ওলাই যাবই আৰু খোৱা-থকাৰ কথা একো চিন্তা নকৰাকৈ গাঁৱে গাঁৱে ঘূৰি ফুৰিছিল; সংগঠন টনকিয়াল কৰিছিল। বৰুৱাৰ বিশেষত্ব এইটোৱেই যে তেওঁ অসমৰ প্ৰত্যেকজন কৰ্মীৰ ঘৰকে নিজৰ ঘৰ বুলি ভাবিছিল, আৰু সহকৰ্মীজনৰ পৰিয়ালকে নিজৰ পৰিয়াল বুলি গণ্য কৰিছিল।

আনহাতে এইজন নেতা আছিল কিতাপৰ পোক। আহৰি পালেই তেওঁ পৃথিবীৰ বুৰঞ্জী, বিভিন্ন দেশৰ বিপ্লৱৰ ইতিহাস পঢ়িছিল; ভাৰতৰ সভ্যতা সংস্কৃতি সম্পৰ্কীয় পুথি অধ্যয়ন কৰিছিল; গান্ধীজীৰ সকলোবোৰ লেখনী অমিয়কুমাৰ দাসৰ লগত একেলগে বহি আলোচনা আৰু সময়ৰ অভাৱত বৰুৱাই নিজে নিলিখি দাসৰ হতুৱাই গান্ধীজীৰ লেখনীবোৰ তৰ্জমা কৰি প্ৰকাশ কৰিছিল। এই প্ৰসংগতে এটা অপ্ৰিয় কথা ক'বলগীয়া হ'ল। অসমৰ সৰহ সংখ্যক শিক্ষিত স্বাধীনতা সংগ্ৰামীসকল লেখা-পঢ়াত বৰ আগৰণুৱা নাছিল। হেমচন্দ্ৰ বৰুৱা, অমিয় কুমাৰ দাস, বিজয় ভাগৱতী, দেৱকান্ত বৰুৱা, হেম বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, পুষ্পলতা দাস, অমলপ্ৰভা দাস, লক্ষ্যধৰ চৌধুৰী আদি খুব পঢ়া-শুনা কৰা, লেখা-মেলা কৰা সংগ্ৰামী আছিল যদিও স্বাধীনতা আন্দোলন সম্পৰ্কীয় বুৰঞ্জী এখন কোনেও প্ৰণয়ন নকৰিলে। অৱশ্যে টুকুৰা-টুকুৰিকৈ অসমৰ বিভিন্ন ঘটনা অসমৰ কেবাজনো মুক্তি-যোদ্ধাই লিখিছিল সেইবোৰ সময়ৰ বুকুত হেৰাই গ'ল।

যোৰহাটৰ দেবেশ্বৰ শৰ্মা আৰু নগাঁৱৰ পূৰ্ণ শৰ্মাই নিজৰ জ়িলা দুখনৰ ঘটনা বহলাই আলোচনা কৰি বৃহৎ গ্ৰন্থ ৰচনা কৰিছিল যদিও দুয়োখনেই ব্যক্তিকেন্দ্ৰিক হৈ পৰাত স্বাধীনতা সংগ্ৰামৰ ইতিহাসৰ মৰ্যাদা হানি কৰিলে। লক্ষীধৰ বৰাই স্বাধীনতা সংগ্ৰামত কামৰূপৰ কথা লিখিলে যদিও লিখাৰ পদ্ধতি অকণো বিজ্ঞানসন্মত নহ'ল। অৱশ্যে হেম বৰুৱাই যদি ৰোগ-শয্যাত পৰি থাকিবলগীয়া নহ'লহেঁতেন আৰু ভাৰত ত্যাগ আন্দোলনৰ পৰিচালনাৰ সমস্ত দায়িত্ব নিজে মূৰ পাতি ল'বলগীয়া নোহোৱা হ'লে আন্দোলনৰ পিছত বৰছচেৰেক জীয়াই থাকিব পৰা হ'লেও, হয়তো তেওঁৰ পৰা চমুকৈ হ'লেও এখন বুৰঞ্জী পাই গ'লোহেঁতেন।

## বিয়াল্লিশৰ বিপ্লৱ ঃ মুকলি বিদ্ৰোহ নে গুপ্ত আন্দোলন?

৯ আগষ্টৰ নিশা ভাৰত ত্যাগ প্ৰস্তাৱ গ্ৰহণৰ লগে লগে গান্ধীজীয়ে ঘোষণা কৰিছিল যে ব্ৰিটিছ্ চৰকাৰক ১৫ দিনৰ সময় দিয়া হ'ব। কিন্তু চৰকাৰে চাৰি ঘণ্টাও সময় নিদি সেই ৰাতিয়েই পুৱতি নিশা গান্ধীজী প্ৰমুখ্যে নেতাসকলক গ্ৰেপ্তাৰ কৰি জেলত— নহয় অজান ঠাই বন্দী কৰিলে আৰু তাৰে প্ৰতিবাদ কৰিবলৈ ভাৰতৰ জনগণ ৰাজপথলৈ ওলাই আহিল। আন্দোলনৰ কোনো ৰণ নীতি ঘোষণা কৰাৰ সুবিধা নথকাত স্বাধীনতা সংগ্ৰামীসকলে যিয়েই যেনেকৈ পাৰে নিজৰ ক্ৰোধ প্ৰকাশ কৰিলে। ৯ আগষ্টৰ তিনি-চাৰি দিনৰ ভিতৰত গোটেই দেশজুৰি কোনো ঠাইত হৰতাল, বনুৱা ধৰ্মঘট, ছাত্ৰৰ স্কুল-কলেজ বৰ্জন; উকীলৰ আদালত বৰ্জন; কোনো ঠাইত সভা-শোভাযাত্ৰা; কোনো ঠাইত চৰকাৰী কাৰ্য্যালয়সমূহত পিকেটিং আদি কাৰ্য্য শান্তিপূৰ্ণভাৱেই চলিছিল। কিন্তু চৰকাৰৰ নিষ্ঠুৰ নিৰ্মম নিষ্পেষণে আন্দোলনকাৰীৰ এচামক হিংস্ৰ পথলৈ ঠেলি দিলে। প্ৰথমছোৱাত ৰাইজে দিনৰ পোহৰতে হাতত দা-কুঠাৰ লৈ এফালৰ পৰা চৰকাৰী কাৰ্যালয়ত জুই দিছে; ৰাস্তাৰ দলং পুৰিছে; ৰে'ল লাইনৰ চিৰি খুলিছে; টেলিগ্ৰাফৰ তাঁৰ কাটিছে; পুলিচ থানা আক্ৰমণ কৰিছে। কোনো ঠাইত কোনো এজন নেতাই যুদ্ধৰ বিৰুদ্ধে, ব্ৰিটিছৰ বিৰুদ্ধে বক্তৃতা দি থাকোঁতে পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰি লৈ যোৱাৰ পথত সংগ্ৰামীসকলে পুলিচক ঘেৰাও কৰি সেইজন নেতাক উদ্ধাৰ কৰি লৈ যোৱা ঘটনাও ঘটিলে। পুলিচে চীল কৰি থোৱা শান্তি-সেনাৰ শিবিৰ ৰাইজে দলে বলে আহি পুনৰ দখল কৰি ভোজ-ভাত খাই থকাতে পুলিচৰ গুলিত চাৰিজনকৈ নিহত আৰু কুৰিজনতকৈ আহত হোৱা ঘটনাও ঘটিল। একেটা দিনতে দুখনকৈ পুলিচ থানাত ৮/১০ হাজাৰকৈ পুৰুষ-মহিলাই শোভাযাত্ৰা কৰি ইউনিয়ন জেক নমাই তাৰ ঠাইত ত্ৰিৰংগ পতাকা উত্তোলন কৰিবলৈ গৈ ১৫/১৬ জন সেনানীয়ে পুলিচৰ গুলিত প্ৰাণ হেৰুওৱা ঘটনাও ঘটিল। কিন্তু এইবিলাক ঘটনা গুপ্ত আন্দোলনৰ ভিতৰুৱা নিশ্চয় নহয় ঃ প্ৰকৃততে গণ-বিপ্লৱহে; জনতাৰ মুকলি বিদ্ৰোহ।

ইয়াৰ লগে লগে পুলিচৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি স্বাধীনতা সেনানীসকলে গুপ্ত আন্দোলনৰ জৰিয়তে ধ্বংস কাৰ্য্য চলোৱাতোও বিপ্লৱত অস্বাভাৱিক নাছিল। সেই সম্পৰ্কে আমি এইটো লেখাত আলোচনা কৰিব খোজা নাই। কিন্তু এইটো কথা ঠিক যে আন্দোলন শাম কটাৰ পিছত অৰ্থাৎ

১৯৪৪ চনৰ আগভাগৰ পৰা ৰাজনৈতিক বন্দীসকল কাৰাগাৰৰ পৰা মুক্তি লাভ কৰাৰ পিছত বিভিন্ন ফোৰামত এই বিষয়টোৱে ঠাই পাইছিল। গান্ধীজীয়ে কৈছিল— জয়প্ৰকাশহঁতৰ নেতৃত্বত ভাৰতৰ স্বাধীনতাৰ কাৰণে যিটো হিংস্ৰ আন্দোলন হ'ল তাক মই সমৰ্থ নকৰোঁ যদিও তেওঁলোকৰ দেশপ্ৰেমক মই অকণো সন্দেহ নকৰো। জৱাহৰলালে কৈছিল, এই আন্দোলনটোত যিবিলাক ঘটনা ঘটিল তাৰ দায়িত্ব মই মূৰ পাতি লৈছো।

অসমৰ আন্দোলনৰ প্ৰকৃত পৰিচালক হেমচন্দ্ৰ বৰুৱাই কিঁ কৈছিল আন এজন প্ৰবীণ মুক্তি-যোদ্ধা ৰবীন কাকতিৰ মুখত শুনক ঃ

১৯৪৪ চনত লোকপ্ৰিয় গোপীনাথ বৰদলৈ প্ৰমুখ্যে কেইজনমান নেতা আৰু কিছুসংখ্যক কৰ্মীয়ে জেলৰ পৰা মুক্তি লাভ কৰে। সেই বছৰৰে জুন মাহত হৰেশ্বৰ গোস্বামীৰ দেউতাকৰ ঘৰত গুপ্তভাৱে মুক্ত হৈ অহা নেতা আৰু কৰ্মীসকলৰ এখন সভা বহিছিল। ভৱিষ্যতৰ কাৰ্য্যপদ্ধতিৰ বিষয়ে আলোচনা কৰাৰ অৰ্থে। এই সভাত কিছুসংখ্যক কৰ্মীয়ে অনুশোচনা কৰিছিল যে তেওঁলোকে গান্ধীজীয়ে অহিংস নীতিৰ বিৰুদ্ধে গৈ ৰে'ল-লাইন বগৰোৱা, চৰকাৰী ঘৰত জুই দিয়া ইত্যাদি যিবিলাক কাম কৰিছিল তাৰ অনুশোচনা কৰি এটা প্ৰস্তাৱ গ্ৰহণৰ কথা উলিয়াইছিল। ত্যাগবীৰে নীৰৱে এখন আৰামী চকীত বহি এই আলোচনা শুনি আছিল। তেওঁ হঠাতে উত্তেজিত হৈ গৰজি উঠিল— যি হ'ল, হ'ল, তাৰ বাবে অনুতাপ কৰাৰ কোনো প্ৰয়োজন নাই। এনে কামৰ বাবে ডেকা-গাভৰুসকলক আমিয়েই উদগনি আৰু পৰামৰ্শ দিয়া নাছিলো জানো? বহুতো গুলিত মৰিল; বহুতো চিৰ জীৱনৰ কাৰণে ঘৃণীয়া হ'ল। কুশল কোঁৱৰৰ ফাঁচি হ'ল। জেল হ'ল বহুতৰে— নিৰ্য্যাতন ভুগিলে অসংখ্য মুনিহ-তিৰোতাই আৰু ডেকা-গাভৰুৱে। এই সকলো মই মূৰ পাতি লৈছো। তাৰ বাবে যি যি শাস্তি হয় তাৰ বাবে মই সাজু আছো। কংগ্ৰেছৰ পৰা বহিষ্কাৰ কৰিলেও কৰিব।

সেইজনেই আছিল ত্যাগবীৰ হেম বৰুৱা। তেখেতৰ কথাই এইটো পৰিষ্কাৰ কৰিলে বিয়াল্লিশৰ আন্দোলনত যিমানবোৰ ধ্বংস কাৰ্য্য, হিংসা কাৰ্য অসমত সংঘটিত হৈছিল তাৰ প্ৰতি তেওঁৰ সমৰ্থন আছিল।

[এই সম্পৰ্কে আমাৰ নিজৰো ধাৰণা এনেধৰণৰ ঃ আমি ১৯৪২ৰ অক্টোবৰ মাহৰ পৰা ১৯৪৩ ৰ জুন মাহলৈকে যোৰহাট জেলত থকা

সময়খিনিতে লাকুৱা, সৰুপথাৰ, পানীখাইতিত সেনা বাহিনীৰ ৰে'ল বগৰোৱা ঘটনা ঘটিছিল। বিশেষকৈ শেষৰ দুটা ঘটনাত কেবাশ সেনাৰ প্ৰাণহানি হ'ল। মৃত্যুবাহিনীৰ হাতত কেবা ঠাইতো কেবাজনো পুলিচ চোৰাংচোৱা, এজন পুলিচ বিষয়াৰ প্ৰাণহানি হ'ল। এইবোৰ খবৰ যেতিয়া যোৰহাট জেলৰ ৰাজনৈতিক বন্দীসকলৰ মাজত আলোচনা হয় আমি কাৰো মুখত, আনকি সাত্বিক গান্ধীবাদী গোপীনাথ বৰদলৈ, ডাঃ হৰিকৃষ্ণ দাস, অমিয় কুমাৰ দাস, কৃষ্ণনাথ শৰ্মা, বিজয় চন্দ্ৰ ভাগৱতী, মহঃ তৈয়বুল্লা, মহাদেৱ শৰ্মা, লীলাধৰ বৰুৱা— কাৰো মুখত কোনো অনুশোচনাৰ ভাব দেখা মনত নপৰে। কোনো এজনেই মুকলিভাৱে এনেবোৰ কামৰ সমালোচনা কৰা শুনা নাছিলো।]

সেয়েহে আমাৰ ধাৰণা, ধাৰণা নহয়, আমাৰ বিশ্বাস— অসমৰ বিয়াল্লিশৰ বিপ্লৱ পৰিচালনাত হেম বৰুৱাৰ অৰিহণা আছিল অকৃত্ৰিম, অনবদ্য আৰু একক। কিন্তু অসমবাসীৰে দুৰ্ভাগ্য যে এইজন দেশপ্ৰেমিক নেতাই আৰু দুটা বছৰ জীয়াই থাকি স্বাধীন ভাৰতবৰ্ষত শেষ নিশ্বাস এৰি যাব নাপালে। ❐

# ভাৰতৰ স্বাধীনতা আন্দোলনৰ দুৰ্দমনীয় নেতা ত্যাগবীৰ হেম বৰুৱা

—কামাখ্যা প্ৰসাদ দাস

১৮৯৩ চনৰ ২৫ এপ্ৰিল তাৰিখে তেজপুৰত জন্মগ্ৰহণ কৰি ওৰেটো জীৱন দেশৰ কাৰণে সমৰ্পণ কৰা ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাক অসমৰ ৰাইজে 'ত্যাগবীৰ' উপাধিৰে সন্মানিত কৰি তেখেতৰ প্ৰতি যেন সম্পূৰ্ণ শ্ৰদ্ধা জ্ঞাপন কৰিছে। এই গৰাকী ত্যাগবীৰৰ দেশৰ কাৰণে সমৰ্পিত জীৱনৰ উদাহৰণ আজিৰ যুগত অতি বিৰল। ছাত্ৰ অৱস্থাৰেপৰা বৰুৱাদেৱৰ সাহিত্যৰ প্ৰতি থকা অগাধ ৰাপ আৰু অসম ছাত্ৰ সন্মিলনৰ জৰিয়তে অসমৰ ছাত্ৰ সমাজক বিশ্ব-সাহিত্যৰ লগত চিনাকি কৰি দিয়াৰ যি অসীম প্ৰচেষ্টা তাৰো তুলনা সতকাই পাবলৈ টান।

দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহৰ অভিজ্ঞতাপুষ্ট গান্ধীজীয়ে ১৯১৫ খৃষ্টাব্দত ভাৰতলৈ আহি ভাৰতৰ বিভিন্ন স্থান ৰেলেৰে ভ্ৰমণ কৰি সৰ্বসাধাৰণ ৰাইজৰ দুৰৱস্থা প্ৰত্যক্ষ কৰে আৰু তাৰ পিছতে নীল খেতিয়কৰ আন্দোলন, মিল মজদুৰ আন্দোলন আদিৰ নেতৃত্ব দিয়াৰ পিছত ১৯২০ চনত ভাৰতীয় কংগ্ৰেছত যোগদান কৰে আৰু কংগ্ৰেছৰ কলিকতাত বহা বিশেষ অধিৱেশনত তেখেতৰ অসহযোগ প্ৰস্তাৱ গৃহীত হয়। সেই বছৰৰে নাগপুৰত বহা কংগ্ৰেছৰ অধিৱেশনে গান্ধীজীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱটো সমৰ্থন জনোৱাৰ লগতে আন্দোলনৰ সম্পূৰ্ণ দায়িত্ব গান্ধীজীৰ ওপৰতে ন্যস্ত কৰা হ'ল। ঘটনাক্ৰমে নিখিল ভাৰত ছাত্ৰ সন্মিলনৰ অধিৱেশনো বহিছিল একে সময়তে নাগপুৰত। তালৈকে গুৱাহাটীৰ কটন কলেজৰ ছাত্ৰকে ধৰি কলিকতাত পঢ়ি থকা অসমীয়া ছাত্ৰৰ এটা দলে যোগদান কৰিলে। তেতিয়া অসম ছাত্ৰ

সন্মিলনৰ সম্পাদক হেম বৰুৱা। এই সন্মিলনতে ছাত্ৰসকলেও চৰকাৰী স্কুল-কলেজ বৰ্জন কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰে।

হেম বৰুৱাই স্বাধীন ব্যৱসায় কৰাৰ অভিপ্ৰায়েৰে গুৱাহাটীৰ আৰ্ল-ল কলেজত পঢ়ি আছিল। নিখিল ভাৰত ছাত্ৰ সন্মিলনৰ নাগপুৰ প্ৰস্তাৱে তেওঁৰ মনত নানা ধৰণৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। বন্ধৰ সময়ত তেওঁ তেজপুৰলৈ গৈ কংগ্ৰেছৰ সাংগঠনিক কামতো জড়িত হৈ পৰিল। বন্ধৰ পিছত আহি তেওঁ আকৌ পঢ়াত লাগিল। ইয়াৰ ভিতৰতে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ এক আৱেগময়ী ভাষণ শুনি নিজৰ মনতে নানা যুক্তি-তৰ্কৰে বিষয়ৰ দীঘ-বাণি জুকিয়াই চাই আন্দোলনৰ গতি-বিধি স্থিৰ কৰিলে আৰু আন্দোলনত জঁপিয়াই পৰিল। সেই যে এবাৰ নামিল তাৰপৰা তেওঁ জীৱনৰ শেষ মুহূৰ্তলৈকে দেশ-মাতৃকাৰ স্বাধীনতা আৰু সংস্কাৰধৰ্মী সেৱাৰ কামত নিয়োজিত হৈ থাকিল।

দেশভক্ত তৰুণৰাম ফুকনক কাৰাৰুদ্ধ কৰাৰ প্ৰতিবাদত তেওঁ জনোৱা আহ্বানত অন্য বহুসংখ্যক ডেকাই সভা-সমিতি, সমদল আদিৰে অসহযোগৰ ধ্বনি দিয়াৰ অপৰাধত বৰুৱাদেৱৰে সৈতে বহুতকে গ্ৰেপ্তাৰ কৰি সশ্ৰম কাৰাদণ্ড বিহিলে। ১৯২২ চনত জেলৰপৰা ওলাই অহাৰ পিচতেই তেওঁক অসম কংগ্ৰেছৰ সহকাৰী সম্পাদকৰ দায়িত্ব দিয়া হ'ল। তেতিয়াও সৰহ সংখ্যক নেতা-কৰ্মী জেলৰ ভিতৰতে। অসমত অসহযোগ আন্দোলনৰ তীব্ৰতা। হেম বৰুৱা, অমিয়কুমাৰ দাস, বিজয় চন্দ্ৰ ভাগৱতী, বিষ্ণুৰাম মেধি, বেলিৰাম দাস আদি কিছুসংখ্যক ডেকা কৰ্মীৰ চেষ্টাত অসহযোগ আন্দোলন জোৰদাৰ হৈ উঠিল আৰু তেনেদৰে সমানেই চলিল ইংৰাজৰ দমন কাৰ্য্য। দক্ষিণ কামৰূপৰ বকো অঞ্চলতো ইংৰাজৰ দমন কাৰ্য্যই চৰম সীমা পাইছিলগৈ।

আন্দোলন কিছু সাম কটাত ১৯২২ চনৰ ২৩ মাৰ্চ তাৰিখে গান্ধীজীক গ্ৰেপ্তাৰ কৰি ৬-বছৰ কাৰাদণ্ড বিহি জেলত বন্দী কৰি থ'লে। সেই সময়ত অসম কংগ্ৰেছৰ সম্পাদকৰ দায়িত্ব হেম বৰুৱাৰ কান্ধত। এই সময়তে নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে অসমত অসহযোগ আন্দোলনৰ বুজ ল'বলৈ পণ্ডিত মদনমোহন মালব্য আৰু বাবু ৰাজেন্দ্ৰ প্ৰসাদক অসমলৈ প্ৰেৰণ কৰিলে। অসমৰ প্ৰায়বোৰ নেতাকৰ্মীয়েই সেই সময়ত কাৰাগাৰত বন্দী। গতিকে

এখেতসকলৰ ভ্রমণ ব্যৱস্থা কৰাৰ সম্পূর্ণ দায়িত্ব হেম বৰুৱাৰ ওপৰত পৰিল। অত্যাচাৰ, নির্য্যাতন আদিৰ বিতং তথ্যৰ উপৰিও অসহযোগ আন্দোলনৰ অগ্রগতি আৰু আন্দোলনটিয়ে পোৱা বাধা বিপর্য্যয়ৰ তথ্য তন্নতন্নকৈ দাঙি ধৰিবৰ কাৰণে সমল সংগ্রহৰ সময় হাতত আছে মাত্র পাঁচটা দিন। গতিকে বৰুৱাদেৱে দুয়োগৰাকী নেতাক একেলগে এঠাইলৈ নপঠিয়াই দুটা দলত পঠোৱাৰ সিদ্ধান্ত ল'লে। সেইমতে এটা দলে মালব্যজীক লৈ তেজপুৰ, যোৰহাট, ডিব্রুগড়, শিৱসাগৰ আদিলৈ আৰু আনটো দলে ৰাজেন্দ্র প্রসাদক লৈ দক্ষিণ কামৰূপ —বিশেষকৈ বকোলৈ যাব।

যাতায়াতৰ ব্যৱস্থা তেতিয়াৰ দিনত আজিকালিৰ নিচিনা নহয়; বাহন মাত্র গৰুৰ গাড়ী, ম'হৰ গাড়ী।

বকোলৈ বৰুৱাদেৱে নিজে ৰাজেন্দ্র প্রসাদজীৰ লগত গ'ল। তাত তেওঁ অসহযোগৰ কার্য্যসূচী ৰূপায়ণ কিদৰে হৈছে সেইবোৰ দেখুওৱাৰ উপৰিও দেখুৱালে আন্দোলনকাৰীসকলক বৃটিছ বাহিনীয়ে কিদৰে অমানৱীয় নির্য্যাতন কৰিছে।

হেমচন্দ্রই নিজে তদাৰক কৰি অসমৰ স্থিতি সম্পর্কে যি তথ্য যোগান ধৰিলে সেয়ে লিখিল ভাৰত কংগ্রেছ কমিটীৰ চকু ভালকৈ মেল খুৱালে। সেইমতে অলপ দিন পিছতেই নিখিল ভাৰত কংগ্রেছ কমিটীয়ে নিযুক্ত কৰা আইন অমান্য আন্দোলন তদন্ত কমিটীখনে অসম পৰিদর্শনলৈ আহিল। কমিটীৰ সদস্যসকল আছিল পণ্ডিত মতিলাল নেহৰু, বিথলভাই পেটেল, ৰাজাগোপাল আচাৰিয়া, ড° আঞ্চাৰী, কস্তুৰী ৰংগ আয়াৰ আৰু হাকিম আজমল খান। কমিটীৰ অধ্যক্ষ আছিল হাকিম আজমল খান। বৰুৱাদেৱৰ নেতৃত্বত অসমৰ ডেকা কর্মীসকলে আয়োগৰ সকলো প্রশ্নৰ উত্তৰ ইমান নিয়াৰিকৈ দিছিল যে আয়োগৰ সদস্যসকলে কর্মীসকলৰ উপৰিও হেমচন্দ্র বৰুৱাৰ কর্মদক্ষতা আৰু বুদ্ধিমত্তাক ভূয়সী প্রশংসা কৰিছিল। এই সম্পর্কে ৰাজাগোপাল আচাৰিয়াই গান্ধীজীৰ 'হৰিজন' কাকতত দিয়া মন্তব্যতো অসমৰ সংগঠনক বখানিছিল।

আন্দোলন শাম কাটিছিল যদিও অসমত বৰুৱাদেৱৰ পৰামর্শ মতে কর্মীসকল গাঁৱলৈ গৈ গান্ধীজীৰ বাণী প্রচাৰ কৰি ফুৰিছিল আৰু লগতে কানি, ভাং, মদ আদি ৰাগিয়াল দ্রব্য আৰু বিলাতী বস্তু বর্জন আৰু স্বদেশী বস্তু

গ্ৰহণ কৰিবলৈ ৰাইজক বুজনি দি ফুৰিছিল। ইয়াৰ ভিতৰতে কংগ্ৰেছ আদি বিভিন্ন ৰাজনৈতিক দল মিলি ভাৰতক স্বায়ত্ব শাসনৰ মৰ্য্যাদা ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰতে দিয়াৰ বাবে বৃটিছ চৰকাৰক দাবী জনাই জাননী দিছিল। বৃটিছ চৰকাৰে ভাৰতৰ এই দাবী অগ্ৰাহ্য কৰাত ১৯২৯ চনৰ ৩১ ডিচেম্বৰ তাৰিখে পণ্ডিত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত লাহোৰত বহা কংগ্ৰেছৰ অধিৱেশনত স্বায়ত্ব শাসন বা ডমিনিয়ন ষ্টেটাচৰ পৰিৱৰ্তে 'পূৰ্ণ স্বাধীনতা'ৰ প্ৰস্তাৱ গ্ৰহণ কৰে আৰু বৃটিছ চৰকাৰে এই দাবী মানি নল'লে অহিংস আন্দোলন কৰাৰ সংকল্প লয়। ১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে সকলো প্ৰদেশ, জিলা আৰু মহকুমাৰ সদৰত ৰাজহুৱাভাৱে জাতীয় পতাকা উত্তোলন কৰি পূৰ্ণ স্বাধীনতাৰ সংকল্প লোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰে। তেতিয়াৰ পৰাই এই ২৬ জানুৱাৰী দিনটো প্ৰতিবছৰে 'স্বাধীনতা দিৱস' হিচাপে পালন কৰি অহা হৈছে। মাজত চৰখা থকা কংগ্ৰেছৰ তিৰংগা পতাকাখনকেই জাতীয় পতাকাৰ মান্যতা দিয়া হৈছিল।

স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰাৰ পিছত অসমৰ কেইগৰাকীমান প্ৰবীণ কংগ্ৰেছী নেতাই কংগ্ৰেছ ত্যাগ কৰাৰ বাবে অসম কংগ্ৰেছত সাংগঠনিক বিষয়ত কিছু পয়মাল ঘটে। ত্যাগবীৰ হেম বৰুৱাদেৱে কিন্তু অটল; কংগ্ৰেছ ত্যাগ কৰা মানে জাতীয় আন্দোলনক দুৰ্বল কৰা; তেওঁ এই সমস্যা সমাধানত প্ৰবৃত্ত হ'ল। বৰুৱাদেৱৰ চেষ্টাতেই ডেকা উকীল বিষ্ণুৰাম মেধিয়ে ওকালতি ত্যাগ কৰি প্ৰদেশ কংগ্ৰেছৰ সভাপতিত্বৰ দায়িত্ব ল'বলৈ সন্মত হ'ল। বৰুৱাদেৱে নিজেও গুৱাহাটী জিলা কংগ্ৰেছৰ দায়িত্বৰ ভাৰ ল'লে।

মাৰ্চ মাহলৈকে অপেক্ষা কৰি বৃটিছ চৰকাৰৰ কোনো সঁহাৰি নাপাই ১৯৩০ চনৰ মাৰ্চ মাহৰ ২২ তাৰিখে ৭৮-গৰাকী কৰ্মীসহ গান্ধীয়ে সবৰমতী আশ্ৰমৰ পৰা আৰব সাগৰৰ পাৰৰ দাণ্ডীত নিমখ আইন ভংগ কৰাৰ উদ্দেশ্যে ঐতিহাসিক 'দাণ্ডীযাত্ৰা' আৰম্ভ কৰি ৪ এপ্ৰিল তাৰিখে বৃটিছৰ নিমখ আইন ভংগ কৰে।

সমগ্ৰ ভাৰত জুৰি আইন অমান্য আন্দোলনৰ সূত্ৰপাত হ'ল। ছাত্ৰ সংগঠনেও স্কুল-কলেজ বৰ্জনৰ সিদ্ধান্ত ল'লে। এই আইন অমান্য আন্দোলনৰ পৰিচালনাৰ সম্পূৰ্ণ দায়িত্ব ত্যাগবীৰ হেম বৰুৱা আৰু জননেতা অমিয়কুমাৰ দাসৰ ওপৰত ন্যস্ত কৰা হ'ল।

ইতিমধ্যে অসমৰ ডি.পি.আই মিঃ জে.কে. কানিংহাম (Mr. J.K. Cunninghum) চাহাবে এখন চাৰ্কুলাৰ যোগে অসমৰ ছাত্ৰ-ছাত্ৰীসকলে কোনো ৰাজনৈতিক দল বা সংগঠনত যোগদান নকৰে বুলি এখন প্ৰতিশ্ৰুতি পত্ৰ লিখাই ল'বলৈ নিৰ্দেশ দিয়ে। এই অসন্মানজনক চাৰ্কুলাৰৰ কথা গম পাই ছাত্ৰসমাজ জকি উঠিল।

গৰমৰ বন্ধ খোলাৰ লগে লগে সকলো স্কুল-কলেজত পিকেটিং আৰম্ভ হ'ল। হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীয়ে শিক্ষানুষ্ঠান ত্যাগ কৰি আহি দলে দলে আন্দোলনত জঁপিয়াই পৰিল। দলে দলে কংগ্ৰেছৰ ভলণ্টিয়াৰ গ্ৰেপ্তাৰ হ'ল, জেললৈ যোৱা ভলণ্টিয়াৰৰ লাইন লাগিল।

ইংৰাজে প্ৰৱৰ্তন কৰা কানিয়ে অসমৰ মানুহক এলেহুৱা আৰু জুৰুলা কৰা কথা সৰ্বজন জ্ঞাত। এনে অৱস্থাত হেম বৰুৱা বহি থাকে কেনেকৈ? দুৰ্বল এলেহুৱা জাতিক লৈ এখন দেশ স্বাধীন হয় কেনেকৈ? কৰ্মীসকল গাঁৱলৈ গৈ কানীয়া-ভঙুৱাসকলক কানিৰ অপকাৰিতাৰ বিষয়ে বুজনি দি সভা-শোভাযাত্ৰা আদি কৰি ৰাইজৰ মাজত জাগৰণ আনিবলৈ লাগি গ'ল। কানি বৰ্বিহে কিদৰে অসমীয়া জাতিটোকে সোৰোপা কৰি লাহে লাহে দৰিদ্ৰতাৰ ফালে লৈ গৈছে, তাৰ বিতং ব্যাখ্যা দাঙি ধৰিছিল তেওঁলোকে।

আন্দোলনৰ আঁচনিৰ ব্যাপক প্ৰচাৰৰ বাবে বৰুৱাদেৱে গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ সম্পাদক লক্ষীধৰ বৰাৰ লগত আলোচনা কৰি বিমল ডেকা নামৰ এজন কলেজীয়া ছাত্ৰৰ নেতৃত্বত আমাৰ ৮-জনীয়া ছাত্ৰৰ এটা দল (এই সংখ্যা কম-বেছি হৈ আছিল) উত্তৰ কামৰূপৰ হাজো, ৰামদিয়া, বৰ্ণিবাৰী, মুকালমুৱা, বৰভাগ আদি ঠাইত কানি নিবাৰণৰ প্ৰচাৰ কৰিবলৈ পঠালে। তাৰপৰা সৰ্থেবাৰী, মাখিমাহা আৰু গোবৰাদলৰ ৫-দিনীয়া ৰাজহুৱা সভাত বিলাতী কাপোৰ, মিলৰ সূতা আদিৰ দোকানত পিকেটিং কৰাৰো নিৰ্দেশ দিয়ে। সেই সময়ত সেই অঞ্চলবিলাকত যাতায়াতৰ অসুবিধাৰ কাৰণে বোৱনীবিলাকে বছৰটোৰ প্ৰয়োজনীয় সূতা আৰু কাপোৰ গাঁৱৰ সভাবোৰত বহা দোকানবিলাকৰ পৰাই ক্ৰয় কৰিছিল। আমাৰ এই যাত্ৰাত সংঘটিত কেতবোৰ ঘটনাও নঘটাকৈ নাথাকিল।*

---

* পৰিশিষ্ট-ক চাওক। — সম্পাদক

একেদৰে আমি বস্ত্ৰ-নগৰী শুৱালকুছি, কাঁহশিল্প-নগৰী সৰ্থেবাৰী আদিলৈ গৈ অনেক সুৰ-সুৰা ঘটনাৰ সন্মুখীন হ'লো আৰু হেমচন্দ্ৰ বৰুৱাৰ দাৰ্শনিক নীতিৰ আশ্ৰয়ত সেইবোৰ অঞ্চলত কিদৰে বিলাতী সূতা, বিলাতী বস্ত্ৰ আদিৰ উপৰিও মাদক দ্ৰব্যৰ অপকাৰীতাৰ বিষয়ে যিবোৰ কাম কৰা হ'ল সেইবোৰ কামৰ দাৰৰ বাতৰি দাবে পতি পাই আছিল গুৱাহাটীৰ নেতৃবৰ্গই; এনেকি শুৱালকুছিত সন্মুখীন হোৱা এটা ঘটনাৰ বাতৰি পাই গুৱাহাটীৰ পৰা লক্ষীধৰ বৰা, ৰাধিকাৰাম দাস, দেৱপাল দাসেও গৈ আমাক সহায় কৰিছিল। এই সকলোবোৰ কাৰ্য্যসূচীৰ আঁৰত আছিল হেম বৰুৱাৰ প্ৰেৰণা।

ইতিমধ্যে দিল্লীত গান্ধী-আৰউইন চুক্তি স্বাক্ষৰিত হোৱাত আন্দোলন বন্ধ হ'ল। আমিও গুৱাহাটীলৈ আহি উজান বজাৰৰ কেম্পত থাকিবলৈ ল'লোঁ। তাতেই ত্যাগবীৰ হেম বৰুৱাই আমাৰ যাত্ৰাৰ কথাবোৰ সুধি সুধি নানান উপদেশ দিছিল আৰু নতুন কাৰ্য্যসূচীৰ নিৰ্ধাৰণ কৰিবলৈ লৈছিল।

আইন-অমান্য আন্দোলনৰ ৰেহৰূপ দেখি বৰলাট লৰ্ড আৰউইনে গান্ধীজীৰ লগত আলোচনাত বহিল। আলোচনাৰ ফলস্বৰূপে মীমাংসা-সূত্ৰ উদ্ভাৱনৰ বাবে মাৰ্চ মাহৰ ৫-তাৰিখে এখন চুক্তি স্বাক্ষৰিত হ'ল— যিখন 'গান্ধী আৰউইন চুক্তি' নামে জনাজাত। এই চুক্তিৰ আধাৰত ৮/৩/৩১ তাৰিখে ভাৰতৰ সকলো ৰাজনৈতিক বন্দীক মুক্তি দিয়া হ'ল। লণ্ডনত অনুষ্ঠিত ঘূৰণীয়া মেজমেলত যোগদানৰ বাবে গান্ধীজী লণ্ডনলৈ গ'ল।

আলোচনা ব্যৰ্থ হ'ল। চৰকাৰৰ ফালৰ পৰাই গান্ধী-আৰউইন চুক্তিৰ চৰ্ত ভংগ কৰাত ১৯৩২ চনত পুনৰ আন্দোলন আৰম্ভ হ'ল।

বৰুৱাদেৱে আইন অমান্য আন্দোলনত মুখ্যৰূপে কানি, ভাং, মদ আদি ৰাগীয়াল দ্ৰব্য আৰু বিলাতী বস্তু বৰ্জনতহে বিশেষ গুৰুত্ব প্ৰদান কৰিছিল। কানীয়াৰ দুৰ্দশা আৰু অচলাৱস্থা হোৱাৰ কথা হেমচন্দ্ৰই নিজাকৈ অৱলোকন কৰা কথাৰ উল্লেখ নিষ্প্ৰয়োজন। তেনে অৱস্থাৰ বিপৰীতে কাৰ্য্যসূচী নিৰ্ধাৰণ কৰাটো এটা গুৰুত্বপূৰ্ণ কাম বুলি বিবেচনা কৰি বৰুৱাই সেই দিশটোৰ ওপৰতো প্ৰাধান্য দিলে। সেই অনুসৰি লোহাৰঘাটত স্বদেশী বস্তু প্ৰদৰ্শনৰ বাবে আয়োজিত এখন প্ৰদৰ্শনী উদ্বোধন কৰি দিয়া বৰুৱাদেৱৰ দীঘলীয়া হৃদয়স্পৰ্শী ভাষণ শুনি সভাস্থলীতে কেবাজনো কানীয়াই "আজিৰপৰা কানি বৰবিহ নাখাওঁ" বুলি শপত খালে আৰু আটোমটোকাৰীকৈ ৰখা নিজৰ

চৰকাৰী কানিৰ পট্টা জুই জ্বলাই পুৰি পেলাইছিল। কানি খাবলৈ এৰাৰ পিছত কানীয়াসকলৰ হোৱা কিছুমান বেমাৰৰ চিকিৎসাৰ বাবে লোহাৰঘাটতে এখন হাস্পাতালো স্থাপন কৰিছিল। কানীয়াবিলাকক হাস্পাতালত ৰাখি চিকিৎসা কৰা হৈছিল। এই হাস্পাতালৰ পৰিচালনাৰ দায়িত্বত আছিল ডাঃ গোৱাল চন্দ্ৰ দুৱৰা আৰু সহায়কাৰী কেজনমান স্বেচ্ছাসেৱক। অস্থায়ী হ'লেও এই হাস্পাতাল বৰ পৰিপাটিকৈ চলিছিল।

দিনে দিনে ৰোগীৰ সংখ্যা বৃদ্ধি হোৱাত ৰামপুৰতো এখন হাস্পাতাল খোলা হয়।

ত্যাগবীৰ হেম বৰুৱা আৰু জননায়ক অমিয়কুমাৰ দাসৰ পৰিচালনাত নিয়াৰিকৈ সমগ্ৰ অসমতে আইন অমান্য আন্দোলনত আফিং, গাঞ্জা আদিৰ দোকানত পিকেটিং কৰি হোৰাহোৰে ছাত্ৰ আৰু কংগ্ৰেছ কৰ্মী জেললৈ গৈছিল। বিচাৰত সৰহ সংখ্যককে সশ্ৰম কাৰাদণ্ড আৰু জৰিমনা বিহিছিল। জৰিমনা অনাদায়ে সুকীয়া মিয়াদৰ কাৰাবাসৰ হুকুম থাকে যদিও বহুতৰে অস্থাবৰ সম্পত্তি ক্ৰোক কৰি জৰিমনা আদায় কৰিছিল। তেজপুৰৰ নিকামুল সত্ৰৰ সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামীৰ এবছৰ কাৰাদণ্ড আৰু ৫০০.০০ টকা জৰিমনা হৈছিল। জৰিমনা অনাদায়ে সুকীয়া মিয়াদৰ কাৰাবাসৰ হুকুম আছিল যদিও জৰিমনাতকৈ বহুগুণ মূল্যৰ সত্ৰৰ অস্থাৱৰ সম্পত্তি ক্ৰোক কৰি আদায় কৰা হৈছিল। এয়া এটা নিদৰ্শন মাত্ৰ।

আইন অমান্য আন্দোলনৰ ফলত চৰকাৰৰ কানি আৰু গাঞ্জাৰ বিক্ৰী প্ৰায় আধালৈ নামিছিল। ১৯২১-২২ চনত যি কানিৰ বিক্ৰী আছিল ১৬৯৪ মোণ ১৯৩০-৩১ চনত বিক্ৰীৰ পৰিমাণ আধালৈ নামিছিল।

বৰুৱাদেৱে হুজুগত কোনো কাম নকৰিছিল। সকলো দিশ চিন্তা কৰিহে সিদ্ধান্ত লৈছিল— যিটো সিদ্ধান্ত লৰচৰ কৰিবলৈ কাৰো সাধ্য নাছিল।

১৯৩১ চনৰ জুন মাহত বলিয়াঘাটত ৰায়ত-সভাৰ অধিৱেশনত সভাপতিত্ব কৰি ঘূৰি আহোঁতে বৰুৱাদেৱে দিখৌ নৈৰ গড়াৰ পৰা প্ৰায় ৩০/৩২ ফুট তললৈ পৰি গ'ল আৰু কঁকালত আঘাত পালে। তেতিয়াৰ পৰাই বৰুৱাদেৱৰ স্বাস্থ্যৰ অৱনতি ঘটিবলৈ ধৰিলে।

১৯৩১ চনত নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে অসম কংগ্ৰেছৰ হিচাপ পৰীক্ষা কৰিবলৈ যুগল কিশোৰক পঠালে। তেতিয়া অসম কংগ্ৰেছৰ কোনো

কাৰ্য্যালয় নাছিল। নিজৰ নিজৰ লগতে সকলো কাগজ-পত্ৰ আদি থাকে। আনকি টাইপ-ৰাইটাৰ পৰ্য্যন্ত নিজৰ লগতে থাকে।

স্থায়ী কাৰ্য্যালয় এটি নথকা স্বত্বেও বৰুৱাদেৱে সংগঠনৰ হিচাপ-পাতিকে ধৰি সকলো নথি-পত্ৰ সুচাৰুৰূপে ৰাখি গৈছিল। এই সম্পৰ্কত পৰ্য্যবেক্ষক যুগল কিশোৰৰ মন্তব্য অতি প্ৰশংসনীয়। তেওঁ মন্তব্য কৰিছিল ঃ "অসমৰ ১১০০ স্বেচ্ছাসেৱকে আন্দোলনত আইন অমান্য কৰি কাৰাবাস খাটিলে— ইয়াৰ বাবে অসমৰ খৰচ হ'ল প্ৰায় এহেজাৰ টকা। অথচ আমাৰ উত্তৰ প্ৰদেশত একোখন জিলাতেই তিনি লাখতকৈ অধিক টকা খৰচ কৰিও এহেজাৰ পৰ্য্যন্ত স্বেচ্ছাসেৱক উলিয়াব পৰা নাই।" এই মন্তব্যত জৱাহৰলাল নেহৰু সন্তুষ্ট হ'ব নোৱাৰিলে। তেওঁ এখন প্ৰদেশৰ এটা কাৰ্য্যালয় নথকাটো ঘোৰ অপৰাধ বুলি গণ্য কৰি 'বোগাছ' (ভুৱা) কংগ্ৰেছ বুলি মন্তব্য কৰে। এনে মৰ্য্যাদা-হানিকৰ মন্তব্যত বৰুৱাদেৱ অতি ক্ষুব্ধ হ'ল আৰু অসমৰ পৰিস্থিতিৰ বিষয়ে নজনাকৈ এনে মন্তব্য কৰা সমীচিন নহয় বুলি কৈ অসমৰ নেতাকৰ্মীসকলে যি পৰিস্থিতিত আত্মগোপন কৰি এনে এটা বৈপ্লৱিক আন্দোলন চলাই আছিল সেই কথা বুজাই লিখিলে। বৰুৱাদেৱৰ এই চিঠিয়ে পণ্ডিত নেহৰুজীক অসমৰ প্ৰকৃত পৰিস্থিতি বুজাত সহায় কৰিছিল। অসম আৰু উত্তৰ প্ৰদেশৰ কৰ্মপদ্ধতি সুকীয়া। উত্তৰ প্ৰদেশৰ স্বেচ্ছাসেৱকসকলক চলিবৰ বাবেও সহায় কৰিব লগা হৈছিল— কিন্তু আনহাতে অসমৰ কৰ্মীয়ে স্বেচ্ছাসেৱকৰ শিবিৰ চলাবলৈ ঘৰৰ পৰা সিধা অৰ্থাৎ চাউল আদি আনিছিলহে ইত্যাদি। অসম আৰু উত্তৰ প্ৰদেশৰ কৰ্মপদ্ধতি আৰু অসমৰ স্বেচ্ছাসেৱকে কি কষ্টৰ মাজেদি কাম কৰি আছে কেনেকৈ নিজৰ ৰচদ-পাতি নিজে সংগ্ৰহ কৰি চলি আছে সেই কথাও চিঠিত তেখেতে তন্নতন্নকৈ দেখুৱাই দিছিল।

কৰ্মত ব্যস্ত থাকিলেও অসম কংগ্ৰেছৰ স্থায়ী কাৰ্য্যালয় এটি নথকা আৰু নেহৰুৱে কৰা মৰ্য্যাদা-হানিকৰ মন্তব্যই বৰুৱাদেৱৰ অন্তৰত সদায় খুন্দিয়াই আছিল— কথাষাৰৰ অন্তৰ্নিহিত মৰ্ম তেখেতেও উপলব্ধি কৰিছিল।

ইয়াৰ পিছত বৰুৱাদেৱে এইবাৰ স্থায়ী কাৰ্য্যালয়ৰ ঘৰ সজাত মন দিলে। পুঁজি সংগ্ৰহৰ ব্যৱস্থা হ'ল। ডাঃ হৰিকৃষ্ণ দাসে উজান বজাৰৰ বাৰোবাৰীৰ ওচৰত থকা তেখেতৰ মাটি এটুকুৰা সিদ্ধিনাথ শৰ্মাৰ নামত

সাময়িকভাৱে পট্টন দিলে। কাৰণ পোনপটীয়াকৈ বে-আইনী বিপ্লৱী কংগ্ৰেছৰ নামত পট্টন দিয়াৰ আইনী অসুবিধা আছে। ডাঃ জ্যোতিষ দাস, ৰোহিনী চৌধুৰী, ইছাখান আদিয়ে ল'লে পুঁজি সংগ্ৰহৰ দায়িত্ব। গিৰীশ বৰুৱাই কৰিলে টিন, কাঠ, ইটা আদি দি সহায়।

অসম কংগ্ৰেছৰ ঘৰ সজা হ'ল। বৰ্তমান কংগ্ৰেছ প্ৰেছ থকা ঘৰটোৱেই অসম কংগ্ৰেছৰ স্থায়ী কাৰ্য্যালয় হ'ল।

ত্যাগবীৰ হেম বৰুৱা আৰু জননেতা অমিয়কুমাৰ দাসৰ আছিল অভিন্ন হৃদয়। স্বাধীনতা সংগ্ৰামত দুয়োজনে সদায় একেলগে থাকি কাম কৰিছিল। এটা সময়ত তেওঁলোকৰ আৰ্থিক অৱস্থা বৰ বেয়া আছিল; খোৱা পিন্ধাৰো হাহাকাৰ। এজনে উপাৰ্জন কৰে ইজনে কৰ্মক্ষেত্ৰত লাগি থাকে। সুবিধা আৰু সময় বুজি বৰুৱাদেৱে ওকালতিও কৰিছিল আৰু উপাৰ্জন কৰা পইচাৰে নিজৰ খোৱা আৰু আন্দোলনৰ বাবে প্ৰয়োজনীয় খৰচো যোগান ধৰিছিল। অমিয়কুমাৰ দাসেও মাজে মাজে দৈনিক অসমীয়া, সাদিনীয়া অসমীয়া আদি বাতৰি কাকতৰ অস্থায়ীভাৱে সম্পাদনাৰ কামো কৰি কিছু উপাৰ্জন কৰিছিল। এনেদৰেই এই দুগৰাকী সমৰ্পিত নেতাই স্বাধীনতাৰ আন্দোলনক আগবঢ়াই নিছিল।

১৯৩৪ চনত কেন্দ্ৰীয় চৰকাৰে ভাৰতীয় লেজিছলেটিভ এচেম্ব্লীৰ নিৰ্বাচন পুনৰ পতাৰ সিদ্ধান্ত কৰে। ১৯৩৩ চনত কানি নিবাৰণ প্ৰচাৰ অভিযানত চৰকাৰক সমালোচনা কৰি কেইখনমান বুলেটিন, হেণ্ডবিল আৰু প্ৰবন্ধ লিখা অপৰাধত এবছৰ জেল খাটি আহিয়েই বৰুৱাদেৱে আকৌ নিৰ্বাচনৰ কামত লাগিব লগা হ'ল। আগতে কোৱা হৈছে যে অসম কংগ্ৰেছ সাংগঠনিক কামটো থৰক-বৰক হোৱাত বৰুৱাদেৱে সমগ্ৰ অসম ভ্ৰমণ কৰি ডেকা ছাত্ৰক লৈ যি সংগঠন কৰিছিল, সেইটোক আৰু বেছি শক্তিশালী কৰাৰ প্ৰয়োজন হ'ল। কাৰণ নতুনকৈ সংগঠন কৰা ডেকাছামে কংগ্ৰেছে দেশভক্ত তৰুণৰাম ফুকনৰ দৰে এজন বিৰাট ব্যক্তিত্বসম্পন্ন লব্ধপ্ৰতিষ্ঠ নেতাৰ লগত সংঘৰ্ষ কৰিব লাগিব।

নিৰ্বাচন হ'ল; কিন্তু এই নিৰ্বাচনত তৰুণৰাম ফুকনে ইউনাইটেড পিপল্‌চ পাৰ্টিৰ প্ৰাৰ্থী হিচাপে কৰা প্ৰতিদ্বন্দ্বিতাত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈক কংগ্ৰেছ দলৰ প্ৰাৰ্থীৰূপে থিয় কৰোৱা হ'ল। হেমচন্দ্ৰ বৰুৱাৰ সাংগঠনিক

শক্তিয়ে এই নিৰ্বাচনত নবীনচন্দ্ৰ বৰদলৈ বিপুল ভোটত জয়ী কৰালে। কংগ্ৰেছৰ এই জয়ত ডেকাশক্তিয়ে ৰাজনৈতিক দৃষ্টিৰে হেম বৰুৱা কিমান দূৰদৰ্শী এই কথা বুজি পোৱাৰ উপৰিও অসমত কংগ্ৰেছ আৰু শক্তিমন্ত হৈ উঠিল।

নিৰ্বাচন পিছত আন্দোলন লাহে লাহে শাম কাটি আহিল। বৰুৱাদেৱে কংগ্ৰেছৰ সাংগঠনিক কামত মনোনিৱেশ কৰিলে।

১৯৩৫ চনত নতুন ভাৰত গৱৰ্ণমেণ্ট আইন পাছ হ'ল। এই আইন মতে প্ৰাদেশিক স্বায়ত্ব শাসন প্ৰৱৰ্তন কৰা হ'ল। ১৯৩৭ চনত প্ৰাদেশিক আইন সভাবিলাকৰ নিৰ্বাচনৰ কাম আৰম্ভ হ'ল। গান্ধীজীৰ অনুমতি লৈ কংগ্ৰেছেও নিৰ্বাচনত যোগ দিলে। অসম কংগ্ৰেছেও নিৰ্বাচনত নামিল। অসমৰ অকংগ্ৰেছী দলবিলাকে দুই-এজন কংগ্ৰেছৰ নেতাৰ সৈতে আলোচনা কৰি কংগ্ৰেছক অসম উপত্যকাত ৬-খন আসন এৰি দি বাকীকেইখনত প্ৰতিদ্বন্দ্বিতাৰে যাবলৈ বিচাৰিছিল। এই প্ৰস্তাৱ শুনিয়েই হেম বৰুৱাৰ বিপ্লৱী মনে বিদ্ৰোহ কৰি উঠিল আৰু প্ৰতিক্ৰিয়াশীল অকংগ্ৰেছী দলৰ লগত কোনো প্ৰকাৰৰ আপোচেই হ'ব নোৱাৰে বুলি দৃঢ়তাৰে ঘোষণা কৰিলে আৰু নিৰ্বাচনত 'হাৰিলেও হাৰিম তথাপি কংগ্ৰেছৰ আদৰ্শ অটুট ৰাখিম" বুলি নিৰ্বাচনৰ সকলো দায়িত্ব নিজে মূৰ পাতি ল'লে।

নিৰ্বাচনত কংগ্ৰেছ জয়ী হ'ল যদিও একক সংখ্যা গৰিষ্ঠতা নাপালে। অৱশ্যে ১৯৩৮ চনৰ চেপ্তেম্বৰ মাহত বৰুৱাদেৱৰ চেষ্টাত গোপীনাথ বৰদলৈৰ নেতৃত্বত কোৱালিছন মন্ত্ৰীসভা গঠন হ'ল। এই মন্ত্ৰীসভা গঠনত সৰ্বভাৰতীয় কংগ্ৰেছৰ সভাপতি সুভাষ চন্দ্ৰ বসুৱেও শ্বিলঙত শিবিৰ পাতি থাকি মন্ত্ৰীসভা গঠনত ভাগ ল'লে; এই ক্ষেত্ৰত দেশভক্ত তৰুণৰাম ফুকনৰ অৱদান অশেষ।

১৯৩৯ চনৰ ২৯ জানুৱাৰী তাৰিখে পুনৰ অসম কংগ্ৰেছৰ সবাপতিৰূপে হেম বৰুৱাদেৱক নিৰ্বাচিত কৰা হয়। সভাপতি হৈয়েই তেখেতে কংগ্ৰেছৰ সভ্যভৰ্তি আৰু গঠনমূলক আঁচনি লৈ সকলো কংগ্ৰেছ কৰ্মীকে এই আঁচনি ৰূপায়িত কৰিবলৈ আহ্বান জনায়।

১৯৩৯ চনৰ ৩ চেপ্তেম্বৰ তাৰিখে ইউৰোপত দ্বিতীয় বিশ্ব মহাযুদ্ধৰ সূত্ৰপাত হ'ল। বৃটিছে কোনো আলোচনা বা বিধানসভাৰ সন্মতি নোলোৱাকৈয়ে ভাৰতকো যুদ্ধৰ লগত সাঙুৰি পেলালে। এনে অৱস্থাত

অসমকে ধৰি ভাৰতৰ সকলো কংগ্ৰেছ মন্ত্ৰীসভাই পদত্যাগ কৰিলে। কংগ্ৰেছ অৰ্থাৎ ভাৰতেও ভাৰতক পূৰ্ণ স্বাধীনতা দি স্বাধীন দেশ হিচাপে যুদ্ধত যোগদান কৰা-নকৰাৰ সিদ্ধান্ত লোৱাৰ সুবিধা দিবলৈকো ইংৰাজক সঁকিয়াই দিয়ে। ত্যাগবীৰ আছিল কংগ্ৰেছৰ এই সঁকিয়নীৰ দুৰ্ঘোৰ সমৰ্থক। সঁকিয়নী পত্ৰৰ মৰ্মাৰ্থ তেওঁ অনুধাৱন কৰি অসমক প্ৰস্তুত কৰিবলৈও সিদ্ধান্ত কৰিছিল।*

প্ৰতিবাদ সাব্যস্ত কৰাৰ বাবে গান্ধীজীয়ে সমগ্ৰ ভাৰতত যুদ্ধ বিৰোধী ধ্বনি দি ব্যক্তিগত সত্যাগ্ৰহ কৰাৰ সিদ্ধান্ত লয় আৰু সেই মতে ভাৰতৰ প্ৰথম ব্যক্তিগত সত্যাগ্ৰহীৰূপে আচাৰ্য্য বিনোবা ভাবেক মনোনীত কৰে। এই সত্যাগ্ৰহীসকলৰ নাম গান্ধীজীয়ে নিজে অনুমোদন কৰিছিল। ইয়াৰ লগে লগেই গঠিত হৈছিল শান্তিসেনা।

ৰুগ্ন শৰীৰ লৈয়েই বৰুৱাদেৱে আন্দোলনৰ সকলো কাৰ্য্যসূচী পৰিচালনা কৰি আছিল। ১৯৪০ চনৰ অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ অধিৱেশনত বৰুৱাদেৱৰ ভগ্ন-স্বাস্থ্যৰ বাবে মৌলানা মহম্মদ তৈয়বুল্লা চাহাবক অসম কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত কৰা হ'ল। ১৯৪০-৪১ চনত কংগ্ৰেছৰ

* যুদ্ধত যোগদান কৰা-নকৰা বিষয়টোৰ ওপৰত কাৰণ দৰ্শাই স্বাধীন ভাৰতেহে সিদ্ধান্ত কৰিব বুলি কাৰণ আৰু যুক্তি দৰ্শাই জৱাহৰলাল নেহৰুৱে এইদৰে লিখিছে :

"..... There was, on the one hand opposition to fascism, nazism and Japanese militarism, both because of their internal policies and their aggression against other countries; there was intense sympathy with the victims of that aggression; and there was a willingness to join up in any war or other attempt to stop this aggression. On the other hand, there was an emphasis on the freedom of India, not only because that was our fundamental objective for which we had continuously laboured, but also especially in relation to a possible war. For we reiterated that only a free India could take proper part in such a war; only through freedom could we overcome the bitter heritage of our past relations with Britain and arouse enthusiasm and mobilize our great resources. Without that freedom the war could be like any old war; a contest between rival imperialism, and an attempt to defend and perpetuate the British Empire as such. It seemed absurd and impossible for us to line up in defence of that very imperialism against which we had been struggling for so long. And even if a few of us, in view of larger considerations, considered that a lesser evil, it was utterly beyond our capacity to carry our people...."

নেতাকৰ্মীসকলে গঠনমূলক আঁচনিৰ জৰিয়তে ৰাইজৰ মাজত সোমাই পৰিল। এই ক্ষেত্ৰতো ত্যাগবীৰৰ নেতৃত্বৰ কথা স্মৰণীয়।

১৯৪২ চনৰ ৮ আগষ্ট তাৰিখে বোম্বাইৰ (মুম্বাই) গোৱালিয়ৰ টেংক ময়দানত (বৰ্তমান 'আজাদ ময়দান') মৌলানা আবুল কালাম আজাদৰ সভাপতিত্বত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশনতে মহাত্মা গান্ধীজীয়ে বৃটিছক ভাৰত এৰি যোৱাৰ বাবে চূড়ান্ত দাবী জনোৱা ঐতিহাসিক 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হোৱাৰ পিছতেই আন্দোলনে নতুন মোৰ ল'লে আৰু নবীয়া পাটিৰপৰাই বৰুৱাদেৱে অসমত এই আন্দোলন নিয়াৰিকৈ পৰিচালনা কৰিলে। নিজৰ শৰীৰৰ ফালে চোৱাৰ তেওঁৰ সময় নাই; কাৰণ '৪২ চনৰ এই আন্দোলন আছিল তেওঁৰ প্ৰাণৰ আন্দোলন। তেওঁৰ অন্তৰে সদায় বিচৰা আন্দোলন।

১৯৪২ চনৰ স্বাধীনতা আন্দোলনৰ কালত নবীয়া পাটিৰপৰাই দিয়া হেমচন্দ্ৰ বৰুৱাই দিয়া নেতৃত্বৰ ফলত এই আন্দোলন যিদৰে এক গণ-আন্দোলনলৈ ৰূপান্তৰিত হ'ল আৰু ফলস্বৰূপে এই আন্দোলনে যিদৰে বৃটিছক ভাৰতৰ স্বাধীনতা দিবলৈ বাধ্য কৰালে সেই ঐতিহাসিক অধ্যায়টোৰ কথা সমগ্ৰ ভাৰতবৰ্ষতে সোণালী আখৰেৰে জিলিকি থাকিব। গণদেৱতাৰ এই মহাজাগৰণত বৰুৱাদেৱে নিজে এই মহাসমৰ ক্ষেত্ৰত সক্ৰিয় সৈনিকৰ কাণ্ডাৰীৰূপে ভাগ লোৱাৰ আনন্দৰ পৰা বঞ্চিত হ'লেও ৰোগশয্যাত থাকিয়ে এনে এটা সংগ্ৰাম পৰিচালনাৰ ক্ষেত্ৰত সক্ৰিয় ভূমিকা লৈ দেশৰ নৰনাৰায়ণৰূপী নিবুকা জনতাৰ পূজাৰী হোৱাৰ আনন্দৰ তথা গৌৰৱৰ অধিকাৰী তেওঁ হ'ব পাৰিছিল। শৰীৰ দিনে দিনে দুৰ্বল হৈ অহা অৱস্থাৰ মাজতো আৰু সদায় ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ চিকিৎসা তথা তত্ত্বাৱধানতে থাকিও এই গৰাকী পুৰুষে আন্দোলনটোত তেওঁৰ নেতৃত্ব দান কৰি আছিল। হেমচন্দ্ৰ বৰুৱাৰ দৰে এজন ত্যাগী, আজীৱন চিৰকুমাৰ, ব্ৰহ্মচাৰী দেশপ্ৰাণ অক্লান্ত দেশমাতৃকাৰ একান্ত সেৱকে ১৯৪৫ চনৰ ১১ আগষ্ট তাৰিখে আবেলি গুৱাহাটীৰ নিজে সজা কংগ্ৰেছ কাৰ্য্যালয়তে সমগ্ৰ অসমবাসীকে কন্দুৱাই এই নশ্বৰ দেহ ত্যাগ কৰি অসীম ধামলৈ গতি কৰিলে ❑

# ত্যাগবীৰৰ সোঁৱৰণত

—অতুল চন্দ্ৰ হাজৰিকা

অসম বুৰঞ্জীত দুগৰাকী প্ৰাতঃস্মৰণীয় হেমচন্দ্ৰ বৰুৱা অতিকৈ বিখ্যাত। প্ৰথমজন হৈছে 'হেমৰ কোষেৰে ওখ দল বান্ধি' ভাষাক চহকী কৰোঁতা আভিধানিক হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়া আৰু দ্বিতীয়জন হৈছে অসমৰ অসহযোগ ৰাজনীতিৰ দধীচি ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়া। আজি এই চমু আলচত ত্যাগবীৰৰ বিষয়ে মই জনা দুআষাৰমান কথাহে ক'ব খুজিছো। বৰুৱাদেৱ স্বৰ্গী হোৱাৰ পিছতেই মই সৰু ল'ৰা-ছোৱালীৰ উদ্দেশ্যে এটি এধানমান কবিতা লিখিছিলোঁ।

সাহিত্যৰ হেমচন্দ্ৰ মাৰ গ'ল তাহানি,  
পুনু এটি হেমচন্দ্ৰ হেৰুৱালে জননী।  
ত্যাগ আৰু সেৱা যাৰ জীৱনৰ কাহিনী,  
বজ্ৰদীপ্ত কণ্ঠ যাৰ, মেঘমন্দ্ৰ ৰাগিণী।  
জাতীয় ৰণৰ নেতা, সাহিত্যৰো ধৰণী,  
চলে যাৰ নাম লই স্বৰাজৰ বাহিনী।  
ৰোগৰ শয্যাত যাৰ মনৰ নাই তৰণী,  
হিয়াৰ বেদীত পতা দেশমাতা গোসাঁনী।  
আজি সেই হেমচন্দ্ৰে তিয়াগিলে ধৰণী,  
জিলিকি উঠিল সউ নন্দনৰ ফুলনি।  
ভক্তিভাৱে অকমানি তোলা মুক্তি ৰাগিণী  
জয় জয় হেমচন্দ্ৰ জয় জয় জননী।

এই কবিতা কেইফাকিৰ মাজত অলপ কথাতে ত্যাগবীৰৰ জীৱনৰ থূলমূল আভাস এটা আছে নিশ্চয়। অসমৰ ৰাজনৈতিক জগতখনৰপৰা

ফালৰি কাটি থাকি মই সদায় আলেঙে আলেঙে তাৰ ৰেহৰূপ চাই আহিছোঁ। ত্যাগবীৰৰ লগত মই কোনোদিনে একে বাটৰ বাটৰুৱা নাছিলোঁ। সেইকাৰণে তেওঁৰ জীৱনৰ ঘাই কৰ্মসূঁতিটোৰ বিষয়ে ক'বলৈ মুখ মেলিলে মোৰ পক্ষে অনধিকাৰ চৰ্চা কৰা হ'ব মাথোন। তথাপি দুআষাৰ ক'ব খুজিছোঁ এইবাবেই যে বহুদিন মই তেওঁক পুৱা-গধূলি মোৰ ঘৰৰ পদূলিমুখতে লগ পাইছিলোঁ আৰু কথা-বতৰাও হৈছিলোঁ। চুবুৰীয়া হিচাপে লগা-লগিকৈ থকাৰ বাবে তেওঁৰ সৰল ঘৰুৱা জীৱনৰ অলপ বুজ-বাজো পাইছিলোঁ।

মই তলশ্ৰেণীৰ স্কুলীয়া ছাতৰ থাকোঁতেই হেম বৰুৱাৰ ককায়েক ক্ষীৰকান্ত বৰুৱা ডাঙৰীয়াৰ লগতহে মোৰ প্ৰথমে চিনাকি হৈছিল, তেওঁ দেউতাৰ বন্ধু হোৱাৰ কাৰণে। তেতিয়া মই ত্যাগবীৰ হেম বৰুৱাৰ বিষয়ে বিশেষ একো জনা নাছিলোঁ। হেম বৰুৱাই উজান বজাৰৰ নৈৰ দাঁতিত থকা ককায়েকৰ ঘৰতে থাকি পঢ়া-শুনা কৰিছিল আৰু অসম ছাত্ৰ সন্মিলনৰ সম্পাদক হিচাপে গুৰি-বঠা হাতত তুলি লৈছিল। সেই সময়ত মোৰ ঘৰৰ দুৱাৰমুখতে আলিৰ আনটো দাঁতিত থকা বুজৰবৰুৱাৰ হাউলিৰ খেৰীঘৰত এটা তেজপুৰীয়া বাহৰ আছিল। সেই বাহৰত আছিল কৰ্মপ্ৰাণ চন্দ্ৰনাথ শৰ্মা, দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা, গিৰীশচন্দ্ৰ শৰ্মা, সুৰেন্দ্ৰনাথ চলিহা আৰু শ্ৰীগুণাভিৰাম শৰ্মা প্ৰভৃতি। লক্ষ্মীধৰ শৰ্মা আৰু ভায়েক গুণাভি শৰ্মাক আবেলি আবেলি বেডমিণ্টন খেলি থকা দেখিছিলোঁ। লক্ষ্মীধৰ শৰ্মাৰ লগত তেতিয়াই মোৰ চিনাকি হৈছিল। হেম বৰুৱা সেই বাহৰলৈ মাজে সময়ে অহা যেন মোৰ ৰিণিকি ৰিণিকি মনত পৰে। তেতিয়াই হয়তো মই তেওঁক প্ৰথম দেখা পাইছিলোঁ। কিন্তু তেওঁৰ গাত যে ভৱিষ্যতে নেতা হ'ব পৰা বা ত্যাগবীৰ হ'ব পৰা কিবা কালিকা আছিল সেই কথাৰ হ'লে অলপো উমান পোৱা নাছিলোঁ।

হেন সময়তে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ ধুমুহা কোবেৰে বলিছিল দেশৰ ইমূৰৰপৰা সিমূৰলৈ। দলে দলে দেশসেৱকসকল জেলযাত্ৰী বা তীৰ্থযাত্ৰী হৈছিল। অসম ছাত্ৰ সন্মিলনৰ প্ৰধান সম্পাদক হেম বৰুৱাও আনসকলৰ লগত জেলত সোমালগৈ। কিন্তু তেওঁৰ জেল-যাত্ৰাৰ লগত আন এটা উপাদেয় কাহিনীও সাঙোৰ খাই আছে। সেইটো হৈছে তেওঁৰ ককায়েক ক্ষীৰকান্ত বৰুৱাৰ ত্যাগৰ কাহিনী, ভ্ৰাতৃপ্ৰেমৰ কাহিনী। বৃটিছ চৰকাৰে পুলিচৰ

দাৰোগা ক্ষীৰ বৰুৱাৰ মন জুখি চাবলৈকে হ'বলা ভায়েক হেম বৰুৱাক গ্রেপ্তাৰ কৰিবলৈ হুকুম দিলে। ক্ষীৰ বৰুৱাই ততালিকে সেই নির্মম আদেশ অগ্রাহ্য কৰি পুলিচৰ সাজপাৰ দলিয়াই দি পুলিচৰ গোলামিৰ কামকে ইস্তফা দি অর্থোপার্জনৰ সুগম পথ ত্যাগ কৰিলে আৰু লাওলোটা লৈ দেশসেৱাৰ মন্ত্র ল'লে। এই ঘটনাইহে হেম বৰুৱাৰ প্রতি পোনপ্রথমে মোৰ দৃষ্টি আকর্ষণ কৰিছিল। ক্ষীৰ বৰুৱাই তাৰ পিচত পেট প্রবর্তনৰ বাবে উজান বজাৰত গেলামালৰ দোকান খুলি কঠোৰ পৰিশ্রম কৰিছিল। তেওঁ দোকানত বহি এজন সাধাৰণ দোকানীৰ দৰে মাল বেচা দৃশ্য আজিও মোৰ চকুৰ আগত ভাঁহি আছে। দেশসেৱাৰ ৰাগী গাত লাগিলে মানুহে কৰিব নোৱাৰা কাম নাই। ক্ষীৰ বৰুৱা আৰু হেম বৰুৱা দুইজনেই আছিল আদর্শ ককাই-ভাই।

তৃতীয় দশকৰ শেষত। বর্তমানে ডঃ শ্রীহেৰম্ব বৰপূজাৰীৰ দালানঘৰ থকা ঠাইত চতিয়াৰ প্রতাপচন্দ্র হাজৰিকাৰও খেৰীঘৰ কেৰেয়ালৈ লৈ চাৰিজন কেৱলীয়া ভকতে একেলগে এখন সৰু কেৱলীয়া সত্র পাতি আছিল। ধর্মীয় সত্র নহয়, ৰাজনীতি আৰু সমাজ সেৱাৰ সত্রহে। তেওঁলোক হৈছে— শ্রীঅমিয়কুমাৰ দাস, হেমচন্দ্র বৰুৱা, হেমচন্দ্র হাজৰিকা (উত্তৰ লক্ষীমপুৰৰ প্রাক্তন এম-এল-এ) আৰু শ্রীনিত্যানন্দ বৰদলৈ। বৰদলৈ মোৰ নলে-গলে লগা বন্ধু, চাৰিজনীয়া সুখী পৰিয়ালটোৰ কনিষ্ঠ। তেওঁৰ মুখৰপৰাই মই সেই সকলৰ দিনেকীয়া জীৱনৰ কথাবোৰ বুজ পাইছিলোঁ। আটাইকেইজনেই আছিল মহাত্মা গান্ধীৰ কংগ্রেছৰ আদর্শৰে উদ্বুদ্ধ। সেইকাৰণে তেওঁলোকে সেই বাহৰত স্বাৱলম্বী জীৱন অৱলম্বন কৰিছিল। নামত লিতিকাই এডুখৰি আছিল যদিও তেওঁলোকে নিজে ৰন্ধা-বঢ়া কৰিছিল, নিজৰ নিজৰ কাঁহী-বাটি ধুইছিল, কাপোৰ ধুই লৈছিল, ঘৰ সাৰিছিল অর্থাৎ প্রতিজনেই গৃহিণীৰ কামো কৰিছিল, ৰান্ধনিৰ কামো কৰিছিল, লগুৱাৰ কামো কৰিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে বৰুৱাদেৱ এজন ভাল ৰান্ধনিও আছিল। কিবা ভাল খাবলৈ মন গ'লে (বিশেষকৈ মঙহৰ আঞ্জা) বাকীসকলে তেওঁক ৰন্ধনশালালৈ সুমাই দি ৰান্ধনি উচটাই জোল খাইছিল, তেৱোঁ মনত অলপো আমনি নোপোৱাকৈ হাজৰিকা আৰু বৰদলৈক মচলা বটা, পাচলি কুটা আদি কামত সহকাৰী হিচাপে লৈ ৰন্ধা-বঢ়াত লাগি গৈছিল। তেওঁৰ হাতৰ আঞ্জা জুতি লগা হৈছিল বুলি আজিও বৰদলৈয়ে জিভা টপালি থাকে।

এইসকলৰ ভিতৰত একমাত্ৰ বৰুৱাদেৱেহে জীৱনৰ শেষ দিনলৈকে চিৰকুমাৰ হৈ কেৱলীয়া ধৰ্ম পালন কৰিছিল। হাজৰিকা আৰু বৰদলৈয়ে গৃহী হৈ সংসাৰ জতুগৃহত সোমাল। অমিয় দাস নামত গৃহী হ'ল যদিও বিষয়-বাসনাৰ প্ৰতি অনাসক্ত হৈ এতিয়া ঢেকীয়াজুলিত এখন আশ্ৰম ঘৰ পাতি আছে, গান্ধীবাদী লক্ষ্যপথৰপৰা তেওঁ কোনো দিনে পিছল খোৱা নাই। চাৰি বন্ধুৰ ভিতৰত অমিয় দাস আৰু হেম বৰুৱাহে আছিল একাণপতীয়া ৰাজনীতিৰ সাধক।

হেম হাজৰিকা আৰু নিত্য বৰদলৈৰ গাত মোৰ দৰে থিয়েটাৰৰ ৰাগীও আছিল। তেওঁলোকে সুবিধা পালেই কেৱলীয়া সত্ৰৰপৰা বাহিৰ ওলাই ওচৰতে থকা কুমাৰ ভাস্কৰৰ অভিনয়ত সক্ৰিয়ভাৱে যোগ দিছিলগৈ। দাস আৰু বৰুৱাৰ প্ৰথমতে থিয়েটাৰ চোৱাৰ অভ্যাস সমূলি নাছিল; কিন্তু ডাক্তৰ ভুবনেশ্বৰ বৰুৱাই তেওঁলোকৰ আগত লগৰীয়া নিত্য বৰদলৈয়ে দিয়া কুবেৰণীৰ ভাওৰ প্ৰশংসা শুনি ডাক্তৰ বৰুৱাৰ লগতে দাস আৰু বৰুৱাও কুমাৰ ভাস্কৰ থিয়েটাৰৰ নিয়মীয়া দৰ্শক হৈছিল। বৰদলৈ আৰু হাজৰিকাৰ ভাও থকা অভিনয় তেওঁলোকে চাবই চাব। থিয়েটাৰৰ পিছত অভিনয়ৰ কথা লৈ সেইসকলে ৰং-ৰহইছো কৰিছিল যথেষ্ট। এবাৰ 'মায়ণ্ডৰ মন্ত্ৰ' অভিনয়ত বৰদলৈৰ মেমনী ভাও চাই বৰুৱাদেৱ বৰ মুগ্ধ হৈছিল আৰু পিছত মেমনীৰ গাউনটো ক'ত পাইছিল, কোনে পিন্ধাইছিল, সেইবোৰ কথা বৰদলৈক তন্নতন্নকৈ সুধি লৈছিল। ইয়াৰপৰাই বুজিব পাৰি যে ত্যাগবীৰে দৰ্শক হিচাপে হ'লেও অসমৰ মঞ্চ-জগতত প্ৰৱেশ কৰি ভাল পাইছিল। লোকপ্ৰিয় বৰদলৈ, ডাঃ ভুবনেশ্বৰ বৰুৱা প্ৰভৃতি নেতাসকলৰ গাত অভিনয়ৰ ৰাগীও আছিল।

কেৱল থিয়েটাৰেই নহয়, কোনজন অসমীয়া ল'ৰাই বিশ্ববিদ্যালয়ৰ পৰীক্ষাত ভাল স্থান পাইছে, কোনে কি চাকৰি পাইছে, কোনজন যোগ্য প্ৰাৰ্থীক নেওচা দি চৰকাৰে পাছ দুৱাৰেদি কাক মকৰল কৰিছে, এনেবোৰ নানা তৰহৰ খবৰো ত্যাগবীৰৰ নখ-দৰ্পণত আছিল। মোৰ চাকৰিৰ বিষয়েও তেওঁ আৰু ডাঃ ভুবনেশ্বৰ বৰুৱাই সততে খা-খবৰ কৰিছিল আৰু মই শিক্ষা বিভাগত সহজে চাকৰি এটা নোপোৱাৰ বাবে তেওঁলোকে ভাল পোৱা নাছিল। এইদৰে কেৱল ৰাজনীতিতেই নহয়, দেশখনৰ সকলো বিষয়ৰে প্ৰতি চকু ৰাখি ত্যাগবীৰ বৰুৱাদেৱে দেশৰ সৰ্বাঙ্গীন উন্নতি কামনা কৰিছিল।

অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ ৰাজনৈতিক ফালটো হেম বৰুৱা আৰু অমিয় দাস, এই দুজন বন্ধুৰ দ্বাৰা বিশেষভাৱে সমৃদ্ধ হৈছে। এই সূত্ৰে অসমৰ সাহিত্য জগততো এই দুজন বন্ধু বৰণীয় হৈ থাকিব নিশ্চয়। ৰাজনীতি আৰু সাহিত্যৰ ক্ষেত্ৰত শ্ৰীঅমিয়কুমাৰ দাস আৰু হেমচন্দ্ৰ বৰুৱা আছিল হৰি-হৰ আত্মা— এজন আনজনৰ পৰিপূৰক। ইজনাক সিজনাৰপৰা বেলেগ কৰি চাব নোৱাৰি। অধ্যয়নশীল হেম বৰুৱাই তেওঁ ভাল পোৱা ইংৰাজী কিতাপৰ উপৰিও সেই সময়ত প্ৰকাশিত অসমীয়া কিতাপবোৰ খৰচি মাৰি পঢ়িছিল। তেওঁৰ হাতত মই প্ৰায়েই এখন বাতৰি কাকত দেখা পাইছিলোঁ। এই অধ্যয়নৰ যোগেদি ডঃ কাকতিৰ লগত তেওঁৰ নিবিড় বন্ধুত্ব গঢ়ি উঠিছিল। বৰুৱাদেৱ এজন সূক্ষ্ম সমালোচকো আছিল আৰু কম কথাতে একোখন কিতাপৰ বিষয়ে যুক্তিসঙ্গত মন্তব্য দিব পাৰিছিল। তাৰে এটা উদাহৰণ দিছোঁ। এদিন মোৰ ঘৰৰ কাষত থকা ডাক্তৰ বৰুৱাৰ চিকিৎসালয়ৰ পদূলিত হেম বৰুৱা আৰু মহৰ্ষি কমলাকান্তৰ ভেটাভেটি হ'ল। ময়ো সেই সময়ত তাত উপস্থিত হৈছিলোঁ। তাৰ অলপ দিন আগতে ভট্টাচাৰ্য্য ডাঙৰীয়াৰ *'চিন্তা-তৰঙ্গ'* নামৰ দ্বিতীয়খন কবিতা পুথি ছপা হৈ ওলাইছিল। সেই পুথিৰ বিষয়ে মতামত বিচৰাত হেম বৰুৱাই টপৰাই ক'লে বোলে 'চিন্তানল'ত জ্বলি উঠা দপ্দপীয়া জুইকুৰা 'চিন্তা-তৰঙ্গ'ৰ পানীয়ে একেবাৰে নুমাই পেলালে। ভট্টাচাৰ্য্য ডাঙৰীয়াই এই কথা শুনি ভাল পোৱা নাছিল যদিও কথাষাৰ সম্পূৰ্ণ মিছা নহয়। 'চিন্তা-তৰঙ্গ'ৰ বহুবছৰ পূৰ্বে প্ৰকাশিত ভট্টাচাৰ্য্য কবিৰ 'চিন্তানল'ৰ কবিতাৰ চোক 'চিন্তা-তৰঙ্গ'ত সমূলি নাছিল। এই কথা অপ্ৰিয় হ'লেও সঁচা। সেয়ে হ'লেও দাৰ্শনিক লিখক ভীষ্মপ্ৰতিম ভট্টাচাৰ্য্য ডাঙৰীয়াৰ দেশপ্ৰেম আৰু অকৃত্ৰিম সাহিত্য সেৱাৰ প্ৰতি কেৱল ত্যাগবীৰেই নহয়, আমি সকলোৱেই শ্ৰদ্ধাৱনত হৈ আছিলোঁ। তেখেতক লৈ যে আমি কিমান ৰং-ৰহইচ কৰিছিলোঁ সেইবোৰ কথা আজি ভাবিলেও ভাল লাগে, তেখেতৰ পুণ্য স্মৃতিৰ প্ৰতি আপোনা-আপুনি মূৰ দোঁ খাই যায়।

হেমচন্দ্ৰ বৰুৱা কোনো কাকতৰ সম্পাদক নাছিল যদিও তেওঁক এজন প্ৰথম শ্ৰেণীৰ সাংবাদিক নহয় বুলি ক'লে ভুল কৰা হ'ব। অমিয় দাস সম্পাদিত *'অসমীয়া'* আৰু *'বাঁহী'* কাকতৰ লগত যে তেওঁৰ নিবিড় সম্পৰ্ক আছিল সেই কথা নক'লেও হ'ব। বেজবৰুৱাৰ হাতৰপৰা অমিয় দাসৰ হাতলৈ

অহা 'বাঁহী'য়ে মোট সলাইছিল। এই 'বাঁহী'ত যিবোৰ ৰাজনৈতিক মতবাদৰ আৰু আন্তৰ্জাতিক সমস্যাৰ পটভূমিত লিখা চিন্তাগধুৰ প্ৰবন্ধ প্ৰকাশ হৈছিল সেইবোৰৰ বেছিভাগ দাস আৰু বৰুৱাৰ পূৰঠ কাপৰ পৰাই ওলাইছিল। আমি বহুতে য়ুৰোপৰ বুৰঞ্জীত ৰুছ সম্ৰাট 'পিটাৰ দি গ্ৰেট'ৰ কথা পঢ়িছোঁ। সেইজন ৰুছ সম্ৰাটেই বৰুৱাদেৱৰ হাতত 'ৰুছিয়াৰ বিশ্বকৰ্মা'ৰ ৰূপ লৈ অধিক আকৰ্ষণীয় বেশত পাঠকৰ আগত দেখা দিছিল। ময়ো শ্ৰীদাসৰ 'বাঁহী'ত 'চিত্ৰদাস' নাম লৈ কেইটামান কবিতা লিখিছিলোঁ। বহুতে হেম বৰুৱাকে 'চিত্ৰদাস' বুলি ধৰি কবিতাকেইটাৰ ভূয়সী প্ৰশংসা কৰিছিল।

১৯৩৪ চনৰ কথা। তেতিয়াৰ লোকসভাৰ এখন আসনৰ বাবে দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ মাজত যি তুমুল প্ৰতিদ্বন্দ্বিতা চলিছিল তাতো হেম বৰুৱাই উল্লেখযোগ্য ভূমিকা লৈছিল আৰু দেশবাসীৰ দৃষ্টি তেওঁৰ প্ৰতি আকৰ্ষিত হৈছিল। সেই নিৰ্বাচন যুদ্ধ এলাপেচা যুদ্ধ নাছিল, দুই সিংহৰ মাজৰ যুদ্ধ। কোনোজন কম নহয়, কোনোজন অনুপযুক্ত নহয়। কৰ্মবীৰ উঠিছিল কংগ্ৰেছৰ মনোনীত প্ৰাৰ্থী হিচাপে আৰু দেশভক্ত উঠিছিল স্বতন্ত্ৰীয়াভাৱে ঘাইকৈ নিজৰ বাহুবলত, যি বাহুবল উলাই কৰিব পৰা বিধৰ নাছিল। তাৰ আগতেও তেওঁ এইখন আসন বহুদিন ভোগদখল কৰি আছিল। কিন্তু স্বভাৱজাত আলস্যৰ বাবেই হওক বা আন কাৰণতে হওক তেওঁ কোনো ক্ষেত্ৰতে নিজৰ পূৰ্ণ শক্তি প্ৰয়োগ কৰা নাছিল। কৰা হ'লে তেওঁৰ লগত ফেৰ মাৰিবপৰা লোক নোলালহেঁতেন। এইটো ছিদ্ৰকে পাই হেম বৰুৱাই বৰদলৈক কংগ্ৰেছৰ অনুকূলে সহায় কৰিবলৈ হাতত তীক্ষ্ণ শৰ তুলি লৈছিল আৰু দেশভক্তৰ দুৰ্বল ফাকটোৰে থকাসৰকাকৈ মাৰি পঠিয়াইছিল। নিৰ্বাচনৰ আগে আগে প্ৰকাশ হোৱা শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা সম্পাদিত *'তিনিদিনীয়া অসমীয়া'*ৰ সংখ্যা এটাত ক্ৰোড়পত্ৰ বা কোলাৰ কাকতখন হেম বৰুৱাই উধৰপৰা মূধলৈকে দখল কৰি দিল্লীৰ ব্যৱস্থাপক সভাত দেশভক্তৰ মেলুৱৈ জীৱনৰ আঁৰ-কাপোৰখন দাঙি দিছিল। পুৰণি কাকত-পত্ৰ ঘুকটি ঘুকটি ফুকন ডাঙৰীয়া ব্যৱস্থাপক সভাৰ কোন অধিৱেশনত কোন দিনা ক'ত আছিল, কোনদিনা অনুপস্থিত আছিল, উপস্থিত থাকিও কোনদিনা নিমাত হৈ আছিল এই সকলো কথা তাৰিখে তাৰিখে পুঙ্খানুপুঙ্খভাৱে দেখুৱাই দেশভক্তৰ ডায়েৰী এখনৰ নিচিনাকৈ বৰুৱাদেৱে

'অসমীয়া'ত প্ৰকাশ কৰিছিল। দিল্লী বহু দূৰৈত। আমাৰ প্ৰতিনিধিসকলে তাত কৰা লীলাখেলাবোৰ সতকাই আমাৰ চকুত নপৰে। আংশিকভাৱে দুই-এটা বাহী খবৰহে আমাৰ দৃষ্টিগোচৰলৈ আহে। হেম বৰুৱাই 'তিনিদিনীয়া অসমীয়া'ত যুগুতাই প্ৰকাশ কৰা কথাখিনিয়ে ভোটদাতাবিলাকৰ মন কংগ্ৰেছ-প্ৰাৰ্থী কৰ্মবীৰৰ সপক্ষে ঘূৰাই দিলে আৰু স্বৰূপাৰ্থত নিৰ্বাচন যুদ্ধত ত্যাগবীৰৰ সেই লিখনিয়েই এপাট শক্তিশেলৰ নিচিনাকৈ দেশভক্তক ঘাইল কৰিছিল। ইয়াৰ দ্বাৰা বুজিব নেলাগিব যে বৰুৱাদেৱে দেশভক্তক কৰ্মবীৰতকৈ কম ভাল পাইছিল বা কম শ্ৰদ্ধা কৰিছিল। নিৰ্বাচন যুদ্ধত এই নিচিনা সংঘৰ্ষ অপৰিহাৰ্য্য, দুজন উকীলে আদালতত দুই পক্ষৰ সমৰ্থনত পৰস্পৰে তুমুল বাক্‌বিতণ্ডা কৰি ৰাতি একেখন মেজতে বহি চাহ-পানী খোৱাৰ নিচিনা কথা। দেশভক্ত, ত্যাগবীৰ আৰু সিদ্ধিনাথ শৰ্মাৰ মাজত এনে ধৰণৰ উপভোগ্য ভোটৰ যুঁজ-বাগৰ চলিছিল। এই কথাও সঁচা যে দেশভক্তই নীলকণ্ঠৰ নিচিনাকৈ অমৃত-গৰল দুইবিধকে সমানে জীণ নিয়াব পাৰিছিল আৰু তেওঁৰ বহল বক্ষই শত্ৰু-মিত্ৰ সকলোকে সমানে সাবটি ল'ব জানিছিল। সাময়িকভাৱে ৰাজনীতিত মতভেদ ঘটিলেও দেশভক্ত আৰু ত্যাগবীৰৰ মাজত কোনো দিনে আপোন ভাবৰ অভাৱ হোৱা নাছিল।

অসমীয়া সাহিত্যত বেজবৰুৱা, চন্দ্ৰকুমাৰ আৰু হেম গোসাঁই আছিল জোনাকী যুগৰ ত্ৰিমূৰ্তি। সেইদৰে ৰাজনীতি ক্ষেত্ৰতো অসহযোগৰ ত্ৰিমূৰ্তি আছিল হেমচন্দ্ৰ বৰুৱা, শ্ৰীঅমিয়কুমাৰ দাস আৰু ডাঃ ভুবনেশ্বৰ বৰুৱা। এই তিনিৰ ভিতৰত আকৌ **হেম বৰুৱা আৰু অমিয় দাস আছিল কৃষ্ণাৰ্জুন**। হেম বৰুৱাৰ হাততেই আছিল সমৰ পৰিচালনাৰ বাঘজৰী।

ৰাজনীতিৰ কেৱলীয়া ভকত চিৰকুমাৰ হেম বৰুৱা সাংসাৰিক বিষয়-বাসনা বা ৰাজপদৰ প্ৰতি সম্পূৰ্ণ উদাসীন আৰু অনাসক্ত আছিল। দৰঙীয়া ৰাইজে যেতিয়া হেম বৰুৱা বা অমিয় দাসৰ এজনক অসম বিধান সভাত তেওঁলোকৰ প্ৰতিনিধি হিচাপে পাবলৈ হামৰাও কাঢ়িছিল তেতিয়া হেম বৰুৱাই নিজে সেই পদলৈ মুখ ঘূৰাই অমিয় দাসক হেঁচুকি দিছিল আৰু অমিয় দাসেও বন্ধুৰ হেচোকনি আৰু ৰাইজৰ আহ্বান এৰাব নোৱাৰিহে নিৰ্বাচনত থিয় দি হেলাৰঙে জয়লাভ কৰিছিল।

ত্যাগবীৰে জীৱনৰ শেষ দিনকেইটা বিদুৰৰ শয্যাৰ নিচিনা ৰোগশয্যাত পৰি থাকিয়েই অসম কংগ্ৰেছৰ নেতৃত্ব কৰিছিল, অমিয় দাস আৰু লোকপ্ৰিয়

বৰদলৈক শক্তিৰ অনুপ্ৰেৰণা যোগাইছিল। কোনোদিনে হাতত দেশ শাসনৰ ৰাজদণ্ড নাছিল যদিও বৰুৱাদেৱৰ মূৰত আছিল ত্যাগৰ মুকুট— সেই কাৰণেই দেশবাসীয়ে তেওঁক উপযাচি ত্যাগবীৰ বিশেষণেৰে বুকুৰ মাজত স্থান দিছিল। কবি নজৰুল ইছলামে গাইছিল—

হে দাৰিদ্ৰ, তুমি মোক কৰিছা মহান
তুমি মোক দিছা দান খৃষ্টৰ সন্মান।

মূৰত ৰাজ-নিৰ্য্যাতনৰ কণ্টক-মুকুট পিন্ধি ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাদেৱেও খৃষ্টৰ সন্মানকে পাইছিল। ৰজাঘৰীয়া সন্মানতকৈ দেশবাসীয়ে আগবঢ়োৱা সন্মান বেছি মূল্যবান। সেইবাবেহে আজি আমি ত্যাগবীৰক শ্ৰদ্ধাৰে সুঁৱৰিছো, মৰমেৰে সুঁৱৰিছো। ❐

# ৰচনাৰ মাজতে বিচাৰি পাব পৰা ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ঃ মানুহজন

—যতীন গোস্বামী

বিংশ শতিকাৰ চতুৰ্থ দশকলৈ যি সময়ত ৰোমাণ্টিত সাহিত্যৰ প্ৰভাৱে অসমীয়া সাহিত্যক বুৰাই ৰাখিছিল সেইখিনি সময়তে আকৌ কেইগৰাকীমান লিখকে ৰোমাণ্টিক সাহিত্যৰ প্ৰভাৱৰ পৰা মুক্ত হৈ জনগণৰ দুখ-দুৰ্দশাৰ কথা বৰ্ণাই পৰাধীন ভাৰতৰ জনগণক বৃটিছ শাসনৰ বিৰুদ্ধাচৰণ কৰি বহল মানৱীয় দৃষ্টিভংগীৰে সাহিত্য ৰচনাত প্ৰবৃত্ত হৈছিল আৰু এখন শোষণমুক্ত সমাজ ৰচনাৰ কাৰণে উঠি-পৰি লাগিছিল। জাতীয়তাবাদী ভাৱধাৰাৰ এনেহেন ৰচনাবোৰে নিষ্পেষণ আৰু অত্যাচাৰৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ কৰি জীৱন-যুদ্ধত বীৰৰ দৰে অৱতীৰ্ণ হ'বলৈ প্ৰত্যক্ষ আহ্বান জনাইছিল। তাৰে কেতবোৰে আকৌ দেশী-বিদেশী সাহিত্যবোৰ চৰ্চা কৰি সেইবোৰৰ মাজত থকা বাণী (message) সংগ্ৰহ কৰি জনগণৰ মানসিক চিন্তাত থকা সুপ্ত বৈপ্লৱিক সত্বাক জাগ্ৰত কৰিবলৈ যত্নপৰ হৈছিল। সেইসকল ৰচকৰ মাজৰে আছিল ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা। ছাত্ৰাৱস্থাৰেপৰা দুৰ্যোগপূৰ্ণ অৱস্থাৰ মাজতো গভীৰ চিন্তা-চৰ্চাত ব্ৰতী এইজনা পুৰুষে বিশ্ব-সাহিত্যৰ বচা বচা কেতবোৰ গ্ৰন্থ চৰ্চা কৰি নিজেও ৰচনাত প্ৰবৃত্ত হ'ল। এই ক্ষেত্ৰত হেমচন্দ্ৰই দিয়া অৱদান সংখ্যাত তাকৰ হ'লেও তেওঁ যিখিনি ৰচনা কৰি গ'ল তাৰ মাজত তেওঁৰ চিন্তাৰ মৌলিকতাখিনিৰ প্ৰকাশো নঘটাকৈ নাথাকিল; অৱশ্যে এই কামত একেৰাহে মনোনিৱেশ কৰি থাকিব পৰা হ'লে হেমচন্দ্ৰ বৰুৱা ভাৰতৰ এগৰাকী বিপ্লৱী আৰু চিন্তাশীল লিখকৰূপে পৰিগণিত হ'ব

পাৰিলেহেঁতেন। হ'ব নোৱাৰাৰ কাৰণ স্পষ্টৰূপে কেবাটাও। তাৰে ভিতৰত আছে তেওঁ আৰ্থিকভাৱে দুৰ্দশাগ্ৰস্ত জীৱন আৰম্ভ কৰাৰ উপৰিও পৰাধীন দেশখনৰ জনগণৰ দুৰৱস্থা আৰু সামাজিক মনন আৰু চিন্তনৰ ক্ষেত্ৰত আহি পৰা স্থবিৰতাৰ বিৰুদ্ধে জনগণৰ মানসিক ক্ৰিয়াশক্তিক জাগ্ৰত কৰাৰ ক্ষেত্ৰত নিজৰ ব্যস্ততা, মানুহৰ ক্ৰিয়াশক্তিক নিঃশেষ কৰি পেলাব খোজা উপাদানসমূহৰ বিৰুদ্ধে জনগণক সংগঠিত কৰা আৰু বিদেশী শাসন আৰু শোষণমুক্ত এখন সমাজ ৰচনাৰ বাবে ডেকাশক্তিক জাগ্ৰত কৰা ইত্যাদি কামবোৰত তেওঁ নিয়োজিত হ'ব লগা হৈছিল। এই ক্ষেত্ৰত নিজে দুৰ্ঘটনাত পতিত হৈ মৃত্যুৰ সময়লৈকে ৰোগাগ্ৰস্ত এটা জীৱন তেওঁ ধাৰণ কৰিবলগীয়া হৈছিল। অথচ তাৰ মাজতো হেমচন্দ্ৰই বহুত অধ্যয়ন কৰি ৰচনা কৰা সাহিত্যৰ মাজত তেওঁৰ চিন্তন আৰু জনগণৰ চেতনাক জাগ্ৰত কৰিব পৰা ৰচনাবোৰে তেওঁৰ সাহিত্য-কৃতীৰ পৰিচয় দাঙি ধৰিছে। এইবোৰ ৰচনা কৰোঁতে দেশ-বিদেশৰ সাহিত্য জগতৰ নিষ্পেষিত আৰু শোষিত জনগণক লৈ ৰচিত গল্প, উপন্যাস, তত্ত্বমূলক আলোচনাৰ সমলবোৰে তেওঁক কেনেধৰণে ৰচনাত প্ৰবৃত্ত হ'বলৈ প্ৰেৰণা যোগাইছিল সেই কথাও অনুমান কৰিব পৰা যায়।

সংখ্যাত তাকৰ হ'লেও হেমচন্দ্ৰই যিখিনি ৰচনা আগবঢ়ালে সেইবোৰ আদৰ্শগত ৰচনাৰ মাজত নিৰ্দেশনাৰ কথা স্পষ্টভাৱে প্ৰকাশ পাইছে। কেৱল কিছুমান ধাৰণা বা আৱেগৰ বশৱৰ্তী হৈ তেওঁ ৰচনাত প্ৰবৃত্ত হোৱা নাই। তেওঁৰ ৰচনাত প্ৰগতিশীল চিন্তাৰ প্ৰাধান্যৰ কথাও মন কৰা যায় আৰু লগতে মন কৰা যায় তেওঁৰ সংস্কাৰধৰ্মী আৰু বৈপ্লৱিক চিন্তাক মূৰ্ত কৰিবৰ এক ডাঙৰ প্ৰয়াস। তেওঁ প্ৰতীয়মান কৰিব খুজিছে যে জনগণৰ প্ৰগতিৰ আধাৰ হ'ব লাগে যুগধৰ্মৰ বিকশিত ৰূপ আৰু সেই আধাৰ নিৰ্বাচনৰ কাৰণে লগা এটা সুচিন্তিত কাৰ্য্যপন্থা। হেমচন্দ্ৰ নিশ্চিত যে প্ৰগতিশীল চিন্তা কেতিয়াও স্থানু (status quo) হৈ থাকিব নোৱাৰে। এটা জাতিৰ সামাজিক আৰু ব্যক্তি চেতনা লোপ পায় স্থানু-ধৰ্মিতাত— এই কথা তেওঁ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল আৰু এই ক্ষেত্ৰত লিখকৰ দায়িত্ব যে অতি গধুৰ সেই কথাৰ ওপৰত দিয়া গুৰুত্বৰ কথা তেওঁৰ ৰচনাৰ মাজত পোৱা যায়।

এজন লিখকে কি দৃষ্টিৰে মানুহৰ চেতনাক জাগ্ৰত কৰিব খুজিছে আৰু কি কৌশল লৈ ৰচনাত প্ৰবৃত্ত হৈছে এই কথা তেওঁৰ নিজৰ আৰু উপস্থাপনৰ বেলিকাও কি নীতি পালন কৰিব খুজিছে সেই কথাও তেওঁৰ নিজৰ। হেমচন্দ্ৰই মন কৰিছে যে আপেক্ষিক চিন্তাৰ বিষয়বোৰৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ থাকে সময় আৰু কাল। কিন্তু তেওঁ এই কথাতো নিশ্চিত যে আপেক্ষিক বস্তুৰ মাজত প্ৰগতিক বান্ধি ৰাখিব নোৱাৰি।

যদি সাহিত্যত মাথোন একেটা সুৰেই বাজি থাকে তেন্তে বুজিব লাগিব যে সমাজ মৃতপ্ৰায় অৱস্থাত উপনীত হৈছে। হেম বৰুৱা সিটো পক্ষত নাই। সেয়েহে বিশ্ব-সাহিত্যৰ পৰা বুটলি অনা প্ৰগতিশীল চিন্তাৰ সমলেৰে হেমচন্দ্ৰই পাঠকক নতুন এটা দিশলৈ আকৰ্ষণ কৰিব খুজিছে। তেওঁৰ সমসাময়িক অসমীয়া লিখকসকলৰ বহুসংখ্যকৰ মাজত এনে প্ৰচেষ্টাৰ অভাৱৰ কথা হয়তো তেওঁ মন কৰিছিল। নিজে ৰোগাক্ৰান্ত হৈয়ো হেমচন্দ্ৰই বৈপ্লৱিক জীৱনৰ অৰ্থও বিচাৰি পাইছে তেওঁ প্ৰসংগলৈ অনা ৰচনাৱলীৰ মাজত।

হেমচন্দ্ৰই মন কৰিছিল যে বহুকাল পৰাধীন হৈ থকা স্বত্বেও ভাৰতীয় তথা অসমীয়া জনগণৰ মাজৰ পৰা বিপ্লৱী সত্বা নিঃশেষ হৈ যোৱা নাই। গতিকে সেই সত্বাক জাগ্ৰত কৰি জাতিৰ গঠন আৰু উন্নয়নৰ কামত লগোৱাত ব্ৰতী হোৱাটোহে হ'ব প্ৰথম কাম। এই কামত সাহিত্যই প্ৰধান অস্ত্ৰ হিচাপে সহায় কৰিব পাৰে বুলি তেওঁ অনুভৱ কৰিছিল।

সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত হেম বৰুৱাই গল্প, উপন্যাস, নাটক আদিৰ ৰচনাত হাত দিয়া দেখা নগ'ল; অৱশ্যে তেওঁ যিখিনি কৰিলে সংখ্যাত তাকৰ হ'লেও সেইখিনি প্ৰবন্ধ আলোচনামূলক আৰু তেওঁৰ মগজুৰে বিচৰা বিষয়ৰ সমলক ভিত্তি কৰি কৰা। তাৰ মাজতে হেমচন্দ্ৰৰ বিপ্লৱী সত্বাকো বিচাৰি পোৱা যায়। আলোচনা কৰিবলৈ লোৱা ৰুচ সাহিত্যৰ সম্পৰ্কত তেওঁ লিখিছে, "যিসকলৰ চেষ্টাত ৰুচিয়াৰ ভিতৰুৱা দুখ-দৈন্য, অত্যাচাৰ-অনাচাৰৰ ভয়াবহ কাহিনী প্ৰচাৰিত হৈছিল তাৰ ভিতৰত ৰুচিয়াৰ ঔপন্যাসিক টলষ্ট'য়, টুৰ্গেনিভ, ডষ্টভয়েস্কি আৰু গোৰ্কিৰ নাম আগেয়ে ল'বলগীয়া। এওঁলোকৰ লিখাৰ ভিতৰেদি সাম্য, ভ্ৰাতৃত্ব আৰু মানৱ জীৱনৰ মহত্বৰ ভাব ৰুচ নৰ-নাৰীৰ মাজত প্ৰচাৰিত হৈ সমগ্ৰ ৰুচিয়াক এক ভ্ৰাতৃত্বৰ দোলেৰে বান্ধিলে...।" ৰুচিয়া সম্পৰ্কত পণ্ডিত জৱাহৰলাল নেহৰুৰেও তেওঁৰ 'ডিস্কভাৰী অব

ইণ্ডিয়া'ত কৈছে যে চোভিয়েট ৰুচিয় বিপ্লৱে মানৱ সমাজক একেবাৰে নিম্ন স্তৰৰপৰা জাপ মাৰি উচ্চ স্তৰত উপনীত কৰি নতুন সভ্যতাৰ বন্তি উজ্জ্বল কৰাৰ নিচিনাকৈ দেশক সেই আৰ্হিৰ বিপ্লৱ লাগিবই।*১ এই প্ৰসংগত হেমচন্দ্ৰই ৰুচিয়াৰ এটা সময়ৰ সামাজিক আৰু ৰাজনৈতিক অৱস্থাৰ কথা কৈ ৰুচ জাতিৰ বিকাশত পিটাৰ দি গ্ৰেটৰ অৱদান আৰু এখন শোষণমুক্ত সমাজ প্ৰতিষ্ঠাৰ কাৰণে ৰুচ দেশৰ কথা কৈ গৈছে “.......... শোষক আৰু অত্যাচাৰী জাৰৰ দ্বাৰা পৰিচালিত শাসনৰ পৰা মুক্তি পাবলৈ ৰুচীয় জনগণৰ নিচিনাকৈ দুখীয়া জনগণ সংঘবদ্ধ হ'বই লাগিব।”*২

ইটালিৰ ফেচিষ্টসকলৰ বিৰুদ্ধে মুচোলিনিয়ে কৰা সংগ্ৰাম সম্পৰ্কীয় বিষয়টোলৈ আঙুলিয়াই মুচোলিনিয়ে ডাণ্টেৰপৰা পোৱা প্ৰেৰণাৰ কথাটোও হেমচন্দ্ৰই তেওঁৰ ৰচনাত উল্লেখ কৰিছে এইবুলি ঃ “পৃথিৱীৰ যিবিলাক ৰাষ্ট্ৰই আৰু যিবিলাক জাতিয়ে যশ-মান প্ৰতিষ্ঠা কৰিব খোজে তেওঁলোকে দেশ-মাতৃকাৰ অৰ্চনাত দেৱতাক উপলব্ধি কৰিবলৈ চেষ্টা কৰে.......। আদৰ্শই যেতিয়া দেশবাসীক মাতাল কৰি তোলে, তেতিয়া মাতৃভূমিৰ ভাগ্য নিৰাপদ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত হয়। মাতৃভূমিয়ে তেতিয়া সেৱকৰ কেন্দ্ৰস্থল হৈ পৰে, মৃন্ময় মূৰ্তি তেতিয়া চিন্ময় মূৰ্তিত পৰিণত হয়.......।” এনেহেন আদৰ্শ থকা বাক্যটোৱে নিশ্চয় সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব। ত্যাগৰ আদৰ্শৰ কথাও ইয়াৰ লগতে সম্পৃক্ত হৈ আছে।

শোষণমুক্ত সমাজ প্ৰতিষ্ঠাকৰণ আৰু পৰাধীনতাৰ শিকলি ছিঙিবৰ কাৰণে আৱশ্যক হোৱা ত্যাগ আৰু আদৰ্শৰ কথা হেমচন্দ্ৰৰ ৰচনাত সুন্দৰভাৱে প্ৰতিফলিত হৈছে। তেওঁ কৈছে যে ত্যাগৰ দ্বাৰা মানুহে নিজক প্ৰকাশ কৰে ঃ “...........কিন্তু এই ত্যাগ পুৰিভোজী, গাজাখোৰ, গাত ছাঁই সনা সন্ন্যাসীৰ ত্যাগ নহয়......... এই ত্যাগৰ ভিতৰত সৃষ্টিৰ যি শক্তি আছে সেই শক্তিয়েই মানুহৰ ঘৰক, মানুহৰ সমাজক, মানুহৰ সভ্যতাক ঠন ধৰাই তুলিছে।”

---

*১ ... I have no doubt that Soviet Revolution had advanced human society by a great leap and lit a bright light flame which could not be smoothered and that it had laid the foundation for that new civilization....

*২ হেমচন্দ্ৰ বৰুৱাৰ ৰচনাৰ 'গোৰ্কিৰ কমৰেড উপন্যাস' প্ৰবন্ধ দ্ৰষ্টব্য। — সম্পাদক

বিদেশী শাসনৰ নিৰ্দেশনালৈ অপেক্ষা কৰাটো মানুহৰ এটা অভ্যাসত পৰিণত হোৱা কথা লক্ষ্য কৰিছে হেমচন্দ্ৰই। এই সম্পৰ্কত ত্যাগবীৰে গডউইনৰ ‘পলিটিকেল জাষ্টিচ’লৈ আঙুলিয়াইছে —য’ত মানুহে বহিৰ্দেশৰ আশ্ৰয়ৰ ওচৰত নিজস্ব সপি দিয়ে, তেওঁলোকৰ মানসিক শক্তিয়ে নিজস্বতাক বিসৰ্জন দি গভীৰ নিদ্ৰাত লালকাল দিব লগা হয় (..... so long as men are habituated to look foreign guidance and external rules for direction so long the vigour of minds will sleep"— *'Shelly and Godwin'* reprint edition 1949, পৃষ্ঠা ১২৯)

হেম বৰুৱাৰ চিন্তা আৰু দৰ্শনৰ প্ৰতিফলন ঘটিছে তেওঁৰ ৰচনাসমূহৰ মাজতে। তেওঁৰ মস্তিষ্কৰ চৌহদৰ ভিতৰত থকা সিৰাবোৰৰ কথা ৰচনাসমূহৰ মাজত পৰীক্ষা কৰিলে ধৰা পৰে— তেওঁৰ চিন্তাৰ শক্তি কিমান প্ৰবল, কিমান তীব্ৰ আৰু কিমান উৎসাহজনক। তেওঁৰ ভাবনা যিমান নাটকীয় সেই কথাও ধৰা পৰে ৰচনাসমূহৰ মাজত। ফেলী বাৰ্ণিয়ে ফৰাচী বিপ্লৱৰ এগৰাকী বিপ্লৱী বাৰ্কে সম্পৰ্কত মন্তব্য কৰি কৈছিল যে বাৰ্কে এক আগ্নেয়গিৰি আৰু সেই আগ্নেয়গিৰি বিস্ফোৰিত হ'বলৈ আৰু বেছি দিন আপেক্ষা কৰিব নালাগিব। হেমচন্দ্ৰও ফেণী বাৰ্ণিৰ বাৰ্কেৰে একে ধাতুৰ ব্যক্তি। তেওঁৰ চিন্তাৰ সীমা এক আনুমানিক পৰিধিৰ মাজতেই আৱদ্ধ নাছিল; ই আছিল ব্যাপ্ত। কৰ্মৰ বিষয়তো বাৰ্কে আছিল নাস্তিকতাবাদৰ সমৰ্থক আৰু নাস্তিকতাক এক অপৰাধ বুলি গণ্য কৰাসকলৰ যুক্তি খণ্ডন কৰি তেওঁ কৃষকৰ দুখ-দুৰ্দশাক বিপ্লৱৰ এক আহিলাৰূপে গণ্য কৰিছিল আৰু সমাজৰ ওপৰত ধৰ্মৰ প্ৰভাৱৰ কথাও প্ৰত্যক্ষ কৰিছিল। হেমচন্দ্ৰই বাৰ্কেৰ ধৰ্ম সম্পৰ্কীয় মতবাদ নিজাকৈ পৰ্য্যালোচনা কৰা দেখা যায় আৰু ধৰ্মৰ সংজ্ঞা নিজাকৈ বিচাৰ কৰাও পৰিলক্ষিত হয়। ধৰ্মৰ অভিধানিক অৰ্থত কোৱা হৈছে ঃ (১) ইন্দ্ৰিয়ৰ অতীত বস্তু সম্পৰ্কীয় জ্ঞান বা বোধজ্ঞাপক নিয়ম (অৰ্থাৎ প্ৰকৃতিৰ নিয়ম) —যিটো নিয়মত বিশ্ব-ব্ৰহ্মাণ্ড চলি আছে; আৰু (২) মানুহৰ ব্যক্তি জীৱন পৰিচালনাৰ নিয়মত থকা বিশ্বাস। ভাৰতত —বিশেষকৈ হিন্দুসকলৰ মাজত চলি থকা প্ৰাচীন ইন্দো-এৰিয়ান বিশ্বাসে যুগৰ পৰিৱৰ্তনৰ লগে লগে পাছৰ বিধ সংজ্ঞাত থকা চিন্তা-চৰ্চা আৰু বিশ্বাস সম্পৰ্কিত হৈ থাকিও ধৰ্মৰ ধাৰাত যুগ-ধৰ্মৰ প্ৰভাৱত সংস্কাৰ লাভ কৰিছে; অন্য অৰ্থত ধৰ্মৰ সংজ্ঞাতো প্ৰগতিয়ে স্থান লাভ কৰিছে।

'ধৰ্ম' সম্পৰ্কত হেম বৰুৱাৰ দৃষ্টি সুকীয়া। তেওঁ ধৰ্মৰ প্ৰকৃত অৰ্থক প্ৰত্যাহ্বান জনোৱা নাই। তেওঁৰ মতে 'ধৰ্ম'ৰ সংজ্ঞা প্ৰচলিত সংজ্ঞাৰ উৰ্ধত। ধৰ্মৰ দোহাই দি চলি থকা শোষণ সম্পৰ্কত বৰুৱাই তেওঁৰ ৰচনাত কৈছে যে এই ব্যৱস্থা আঁতৰাব নোৱাৰিলে দেশৰ পৰা বৃটিছ আঁতৰি গ'লেও দেশৰ প্ৰগতি বা সমাজৰ সংস্কাৰ হ'ব নোৱাৰে। তেওঁ কৈছে যে তথাকথিত 'ধৰ্ম'ৰ নামটোক আগত স্থান দি ইংৰাজকে ধৰি সামন্তবাদী আৰু শোষক গোষ্ঠীয়ে দেশ আৰু মানুহক দাস কৰি থ'ব পাৰিছে। দেশৰ স্বাধীনতা লাভ কৰিবলৈ আৰু শোষণৰ পৰা মুক্ত হ'বলৈ 'ধৰ্ম'ৰ গণ্ডীৰপৰা উদ্ধাৰ আমি পাবই লাগিব। তেওঁৰ ৰচনাত কৈছে ঃ "স্বাধীন চিন্তা ধ্বংস কৰি ...... 'ধৰ্ম' কথাষাৰে মানুহৰ মনক দাস কৰি থৈছে ...... এই ধৰ্ম ৰক্ষা কৰিবলৈ গীৰ্জা বা ধৰ্ম-মন্দিৰ, পাদুৰী বা ধৰ্ম-যাজকসকলক শোষক শ্ৰেণীয়ে পোহপাল দি তেওঁলোকৰ পক্ষত কামত লগোৱা হয়। ধৰ্ম যেন জনগণক শাসনৰ এটা আহিলাহে.......।" ধৰ্মই সকলো যুগতে ৰজা আৰু দেশৰ শাসনত স্বাৰ্থ থকা লোকসকলক নিজৰ স্বাৰ্থসিদ্ধিত সহায় কৰিছে। এই যুগতো দেশৰ জনসাধাৰণে শাসন-যন্ত্ৰৰ বিৰুদ্ধে আন্দোলন চলাওঁতে ধৰ্মযাজক শ্ৰেণীয়ে শাসন-যন্ত্ৰৰ পক্ষ লোৱা দেখা যায়। ....... জনসাধাৰণৰ মন 'ধৰ্ম'ই এইদৰে গ্ৰাস কৰা বাবেই ৰুচিয়াৰ চোভিয়েট গৱৰ্ণমেণ্টে দেশৰপৰা 'ধৰ্ম' গুচাইছে। ........ (তুৰস্কত) মুস্তাফা কামালে দেশৰপৰা এই ধৰ্ম কথাষাৰৰ আধিপত্য সম্পূৰ্ণৰূপে গুচাইছে......।"

স্বাধীন চিন্তা আৰু দেশপ্ৰেম সম্পৰ্কতো হেমচন্দ্ৰৰ দৃষ্টিভঙ্গীৰ উমান পোৱা যায় তেওঁৰ মুচোলিনি, কামাল পাছা, পিটাৰ দি গ্ৰেটৰ বিষয়ে লিখা প্ৰবন্ধসমূহৰ মাজত। তাত প্ৰস্ফুটিত হৈছে হেমচন্দ্ৰৰ দেশৰ প্ৰতি থকা দায়িত্বৰ উপৰিও নিঃস্বাৰ্থ সেৱা আৰু সংগঠনৰ দিশত তেওঁৰ নিজস্ব ধাৰণাৰ কথা। সংগঠনৰ ক্ষেত্ৰত —বিশেষকৈ ১৯২১ চনৰ পৰা ১৯৪৫ চনৰ আগষ্টৰ প্ৰথম সপ্তাহলৈকে যিদৰে নিজে নেতৃত্ব দিয়া আন্দোলনত আগবঢ়োৱা সেৱা আৰু তেওঁৰ মানসিক চিন্তাৰ দৌৰ সম্পৰ্কীয় দিশটো প্ৰতিফলিত কৰিছে সেইদৰে তেওঁৰ ৰচনাসমূহেও তেওঁৰ চিন্তা আৰু সংকল্পৰ আভাষ দান কৰিছে।

হেমচন্দ্ৰৰ লিখনিৰ কিছুসংখ্যক দুষ্প্ৰাপ্য হোৱাত গোটেইখিনি পঢ়াৰ সুযোগ আমি পোৱা নাই। যিখিনি পোৱা হৈছে তাৰে কিছুসংখ্যক আগতে উল্লেখ কৰি অহা কেইখনমান বিশ্ববিখ্যাত কিতাপৰ ওপৰত তেখেতৰ নিজস্ব

চিন্তাৰ দিশৰ প্ৰতিফলন ঘটোৱা আলোচনা, কিছুসংখ্যক (যেনে 'বনুৱাৰ দুৰ্দশা) বৃটিছ চৰকাৰৰ নিষ্পেষণমূলক নীতি আৰু কাৰ্য্য-ব্যৱস্থাৰ ওপৰত তীক্ষ্ণ আলোচনা আৰু প্ৰচলিত সমাজ ব্যৱস্থাত ধৰ্মৰ দৰে বিষয়ৰ ওপৰত তেওঁৰ নিজস্ব বিশ্লেষণ। এইবোৰে সমাজ, ৰাজনীতি আৰু অৰ্থনৈতিক দিশৰ ওপৰত কোনো মেৰ-পেচ নথকা বা অলংকাৰ বৰ্জিত অথচ ৰসাত্মক ৰচনাৰূপে প্ৰতিষ্ঠা লভিছে। ৰচনাৰ প্ৰতিটো বাক্যত মধুৰ শব্দ যোজনা, আৱেগ বৰ্জিত অথচ যুক্তিনিষ্ঠ মনৰ প্ৰতিফলন ঘটিছে। তেওঁৰ চিন্তা আৰু ৰচনাত কোনো ৰোমাণ্টিকতাৰ গোন্ধ পোৱা নাযায় (অথচ সেইছোৱা কালত ৰোমাণ্টিক ভাৱধাৰাই অসমীয়া সাহিত্যত বহু পৰিমাণে আধিপত্য লাভ কৰি আছিল)। তেওঁৰ বাক্য গাঁথনি আমেজ লগা। ৰচনাৰ পাৰিপাট্য, অৰ্থৰ ৰমনীয়তা, উক্তিৰ সৰলতা, বাক্যৰ নিৰ্দেশাত্মক গুণ আৰু বিষয়ৰ স্বচ্ছতা আদি ত্যাগবীৰৰ ৰচনাত বিদ্যমান। তেওঁৰ সমসাময়িক অসমীয়া প্ৰবন্ধকাৰ, গল্পকাৰ, ঔপন্যাসিকসকলৰ চিন্তাৰ প্ৰভাৱ তেওঁৰ ৰচনাত পৰা দেখা নাযায়, তেওঁৰ ৰচনাৰ শৈলীতো কোনো নতুনত্ব চকুত নপৰে; অথচ এটি অধ্যয়নপুষ্ট লিখক হিচাপে চিনাকি দিয়া হেমচন্দ্ৰই তেওঁৰ বৈপ্লৱিক চিন্তা আৰু আবেদনৰ কথা মৰ্মে মৰ্মে উপলব্ধি কৰায়। এই ক্ষেত্ৰত আৰু এটা কথা অনুভৱ কৰিব পাৰি যে হেমচন্দ্ৰই দেশ আৰু সমাজৰ প্ৰতি একনিষ্ঠভাৱে সাংগঠনিক কামৰ দিশত লাগি নাথাকি কেৱল সাহিত্য চৰ্চাতে নিয়োজিত হৈ থাকিলেহেঁতেন তেনেহ'লে তেওঁ ভাৰতীয় তথা অসমীয়া সাহিত্য জগতলৈ অলেখ যুগমীয়া অৱদান আগবঢ়াব পাৰিলেহেঁতেন। আনহাতে অনেক ব্যস্ততাৰ মাজতো ত্যাগবীৰ হেমচন্দ্ৰই সাহিত্যলৈ যিখিনি অৱদান দি গ'ল সেইবোৰ আমাৰ মাজত ৰৈ থাকিব অমূল্য সম্পদ হৈ। ❐

# ত্যাগবীৰৰ ব্যক্তিত্বৰ জিলিঙনি

—নাৰায়ণ চন্দ্ৰ ভূঞা

১৯৩২-৩৩ চনৰ কথা। হেম্‌ চন্দ্ৰ বৰুৱাৰ নাম তেতিয়া মানুহৰ মুখে মুখে। মই তেতিয়া ৬ষ্ঠ শ্ৰেণীৰ ছাত্ৰ। ৰায়ত সভাৰ আহ্বানত জামুগুৰিত বিৰাট ৰাজহুৱা সমাৱেশ। হেম চন্দ্ৰ বৰুৱাই বিশিষ্ট অতিথি হিচাপে সেই সভাত যোগদান কৰিছিল। মই তেখেতৰ দীঘলীয়া বক্তৃতাৰ মুগ্ধ শ্ৰোতা। কথাবোৰৰ অৰ্থ মই হয়তো বুজা নাছিলোঁ। কিন্তু তেওঁ উচ্চাৰণ কৰা শব্দবোৰে মোৰ অন্তৰত, মোৰ মগজুত বাৰুকৈয়ে খুন্দিয়াইছিল। ক'ব নোৱাৰাকৈয়ে মন্ত্ৰ-মুগ্ধৰ দৰে মই আকৃষ্ট হ'লোঁ তেওঁৰ প্ৰতি। মোৰ ভাৱনাত, মোৰ কল্পনাত মানুহজন অহৰহ জিলিকি থাকিল।

১৯৩৭-৩৮ চনত মই প্ৰৱেশিকা পৰীক্ষা পাছ কৰিলোঁ। দেশ আৰু সমাজ সম্পৰ্কীয় কথাবোৰৰ তাৎপৰ্য্য তেতিয়া বুজিব পৰা হ'লোঁ। মানুহ গৰাকীৰ সান্নিধ্য পাবলৈ মোৰ মন ব্যাকুল হৈ উঠিল। খুব কম দিনৰ ভিতৰতে এটা সুযোগ আহিল। তেখেতে তেতিয়া অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি। কাৰ্য্যালয়ৰ সহায়ক স্বৰূপে সৌভাগ্যক্ৰমে মই নিযুক্তি পালোঁ। এবুকু উৎসাহ লৈ কামত যোগদান কৰিলোঁগৈ। কৌতুহল, ভয় আৰু আনন্দৰ সংমিশ্ৰণত কি যে এক অনুভূতি অন্তৰত তেতিয়া উথলি উঠিছিল প্ৰকাশ কৰাটো অসম্ভৱ। প্ৰায় চাৰি বছৰ কাল মই তেখেতৰ লগত আছিলোঁ। তেখেতৰ আলপৈচান ধৰিছিলোঁ। তেখেতৰ নিৰ্দেশত সৈনিকৰ দৰে দৌৰি ফুৰিছিলোঁ।

১৯৩৯ চনত ডিগবৈৰ শ্ৰমিক আন্দোলনত তেখেত জঁপিয়াই পৰিছিল। শ্ৰমিকৰ ন্যায্য দাবীৰ প্ৰতি জনসাধাৰণৰ সমৰ্থন লাভ কৰাৰ

উদ্দেশ্যে অশেষ কষ্ট, নির্য্যাতন শিৰ পাতি লৈছিল। তেখেতৰ অনুপস্থিতিত তেখেতৰ নীতি আৰু আদৰ্শই আছিল আমাৰ কৰ্ম প্ৰেৰণা। কাৰ্য্যালয়ৰ সহায়কৰূপে কাম কৰি থাকোতেই স্বাধীনতা আন্দোলনৰ কৰ্মসূচীৰ লগত কেনেকৈ যে একাত্ম হৈ পৰিছিলোঁ তাক বিশ্লেষণ কৰা নাযায় যদিও সেই ব্যক্তিত্বশালী পুৰুষগৰাকীৰ সান্নিধ্যই যে মোৰ চৰিত্ৰ আৰু মানসিকতাক প্ৰভাৱ কৰিছিল এই কথা অনস্বীকাৰ্য। লাহে লাহে কাৰ্য্যালয়ৰ কামৰ উপৰিও মূৰৰ ওপৰত কিছুমান গুৰুত্বপূৰ্ণ কামৰ বোজা পৰিবলৈ ধৰিলে। ১৯৪২ চনত গহপুৰত আৰু ঢেকীয়াজুলিত হোৱা পুলিচৰ গুলীচালনাৰ খবৰ ল'বলৈ পঠোৱা হৈছিল অমলপ্ৰভা দাস আৰু মোক।

সেই সময়ত তেখেতৰ লগত সঘনে আলোচনাত ব্যস্ত হোৱা, তেখেতৰ দিহা-পৰামৰ্শ মতে কাম কৰা লোকসকলৰ ভিতৰত অন্যতম আছিল অমিয়কুমাৰ দাস, বিজয় চন্দ্ৰ ভাগৱতী, বিষ্ণুৰাম মেধি, লক্ষ্যধৰ চৌধুৰী, সিদ্ধিনাথ শৰ্মা, দেবেশ্বৰ শৰ্মা, মহেন্দ্ৰমোহন চৌধুৰী, দেৱকান্ত বৰুৱা। ডাঃ ভূবনেশ্বৰ বৰুৱাই কংগ্ৰেছ অনুষ্ঠানটোৰ যত্ন লৈছিল নিজৰ শৰীৰটোৰ দৰে; হেম বৰুৱাৰ যত্ন লৈছিল নিজৰ প্ৰাণটোৰ দৰে।

খোৱা-বোৱা, পিন্ধা-উৰাত সম্পূৰ্ণ উদাসীন আছিল বৰুৱা। চুৰিয়াখন ফাটি গ'লেও ক'ব নোৱাৰিছিল। ফিটা-ছিগা চেন্দেলযোৰকে চোচোৰাই ফুৰিছিল। এইবোৰ কথা মই অমিয় দাসৰ দৃষ্টিগোচৰ কৰিছিলোঁ। অমিয় দাসে ডাঃ বৰুৱাক কৈ আৱশ্যকীয় বস্তুবোৰ যোগাৰ কৰি দিছিল। পোছাক-পৰিচ্ছদ কেইযোৰ পৰিষ্কাৰ, বিছনাখন পৰিপাটি কৰি ৰখাত মই সদায় চকু দিব লাগিছিল। অমিয় দাসে নিজৰ গাৰুৰ তলত কাপোৰ ভাঁজ কৰি সুমুৱাই থৈ 'ইস্ত্ৰী' কৰি দিছিল; নিজৰ কাপোৰো তেনেকৈয়ে ঠিক কৰি লৈছিল।

শিৱসাগৰৰ দিখৌৰ গড়াত পিচলি পৰি ভৰি আৰু কৰ্কালত আঘাত পোৱাৰ পিছত ডাঃ বৰুৱাৰ দায়িত্ব আৰু বেছিকৈ বাঢ়িল। সকলো সময়তে তেখেতে দৃষ্টি ৰাখিবলগীয়া হ'ল বৰুৱাৰ স্বাস্থ্যৰ প্ৰতি। আমাক ডাঃ বৰুৱাই এটাই দায়িত্ব দিছিল— হেম বৰুৱাৰ স্বাস্থ্যৰ যত্ন লোৱা।

ৰাজহুৱা ধন সংগ্ৰহহে কৰিছিল বৰুৱাদেৱে। নিজৰ হাতত কেতিয়াও নাৰাখিছিল। খৰচ ক'ত কিমান কৰিব লাগিব সেয়া কিন্তু তেখেতৰ দিহা মতেই হৈছিল। নিৰ্মোহ বৰুৱাদেৱে বিষয়-বাব, ক্ষমতা, নেতাগিৰি ঘিণ

কৰিছিল। এম.এল.এ., মন্ত্ৰী হোৱাৰ সপোন তেখেতৰ চকুত নাছিল। ছাত্ৰ সন্মিলন আৰু কংগ্ৰেছ অনুষ্ঠানৰ দায়িত্বৰ বাহিৰে অন্য পদবী তেখেতে গ্ৰহণ কৰা নাছিল। স্বাধীনতা সংগ্ৰামক তেখেতে ৰাজনৈতিক কৰ্মসূচীতকৈ এটা বিপ্লৱ, এটা সামাজিক জাগৰণ, সামাজিক ৰূপান্তৰৰ মাধ্যম হিচাপেহে গ্ৰহণ কৰিছিল। তেওঁৰ মুখত সঘনে শুনা গৈছিল সমগ্ৰ বিশ্বৰ পদানত, নিষ্পেষিত, নিৰ্য্যাতিত জনগণৰ কথা। গণ-বিপ্লৱৰ ঐতিহাসিক কাহিনীবোৰ সময় পালেই আমাৰ আগত বিমুগ্ধচিত্তে কৈ গৈছিল। সুৰুঙা পালেই গভীৰভাৱে সোমাই পৰিছিল কিতাপৰ মাজত। দেশী-বিদেশী লিখকৰ জ্ঞান-গৰ্ভ গ্ৰন্থৰ সাৰ-মৰ্মই তেখেতৰ বুদ্ধিজীপ্ত মনৰ জেউতি চৰাইছিল।

সংসাৰৰ প্ৰতি বৈৰাগ্য তেখেতৰ গভীৰ জীৱনানুভূতিৰে ফলশ্ৰুতি। দেশ আৰু সমাজৰ প্ৰতি নিস্বাৰ্থ আৰু অকৃত্ৰিম সেৱা আগবঢ়োৱাৰ প্ৰয়োজন আৰু ইচ্ছাতেই তেখেতে চিৰ-কৌমাৰ্যৰ পথ বাছি লৈছিল। একে পথৰ যাত্ৰী হিচাপে অমিয়কুমাৰ দাসকো নিৰ্বাচন কৰিছিল। শেষত ডাঃ বৰুৱাক অসন্তুষ্ট কৰিব নুখুজিলে। সেয়ে দাসক এৰি দিলে সংসাৰ-বৃত্তৰ মাজলৈ। আদৰ্শ-পথৰপৰা যাতে বিচ্যুত নহয় তাৰ বাবে অমিয় দাসৰ ওপৰত সদায় দৃষ্টি ৰাখিছিল। এদিন দীননাথ শৰ্মা গুৱাহাটী বেংকৰ অংশ বেচিবলৈ অমিয় দাসৰ ওচৰলৈ গৈছিল। বৰুৱাদেৱে গম পাই শৰ্মাক ধমকি দি কৈছিল— "এনে বেপেৰুৱা উদ্দেশ্য লৈ তুমি দ্বিতীয়বাৰ আৰু ইয়ালৈ নাহিবা।"

নিজাকৈ এখন ঘৰ নাছিল সেই জনকোলাহলৰ মাজত ঋষিৰ কৃচ্ছসাধনাৰে সমাজ ৰূপান্তৰৰ মহান ব্ৰতত ব্ৰতী সাধক পুৰুষগৰাকীৰ। কংগ্ৰেছ কাৰ্য্যালয়েই আছিল তেখেতৰ ঘৰ; কংগ্ৰেছ অনুষ্ঠানটোৱেই তেখেতৰ তেজ-মঙহৰ পৰিয়াল। অসমৰ সকলো পৰিয়াল আৰু ছাত্ৰ-ছাত্ৰীক তেখেতে ব্যক্তিগতভাৱে জানিবলৈ চেষ্টা কৰিছিল। মেধাবী ছাত্ৰ-ছাত্ৰীৰ এখন তালিকা তেখেতে সদায় হাতত ৰাখিছিল। বহুতো প্ৰতিভাশালী ছাত্ৰক বৰুৱাদেৱে দেশৰ আৰু সমাজৰ সেৱাত আত্মোৎসৰ্গ কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। তেখেতৰ প্ৰভাৱতেই হৰেশ্বৰ গোস্বামীৰ জীৱনলৈ পৰিৱৰ্তন আহিছিল। বৰুৱাদেৱ গোস্বামীৰ ৰাজনৈতিক গুৰু আছিল।

এশ এবুৰি কাম আৰু লানি নিছিগা সমস্যাৰ মাজতো পঢ়া-শুনাৰ উপৰিও লিখিবলৈ সময় উলিয়াব পৰাটো আচৰিত কথা। অসমীয়া কাকতৰ

সম্পাদক হৰেণ বৰুৱা গ্ৰেপ্তাৰ হোৱাৰ পিছত মালিকে কোনো ন্যস্ত স্বাৰ্থজড়িত লোকক সম্পাদক নিয়োগ কৰে বুলি নিজে ভালেমান দিন কাকতখনৰ সম্পাদকীয় লিখি দি সহকাৰী সম্পাদক যোগেন বৰকাকতীৰ দ্বাৰাই কাম চলোৱাইছিল।

মহাত্মা গান্ধী তেখেতৰ আদৰ্শ আছিল। কিন্তু তেখেত কাৰো অন্ধ অনুগামী নাছিল। নিজৰ যুক্তি আৰু বিবেচনাৰে সকলো কথা ফঁহিয়াই চাই গ্ৰহণ কৰাটো তেখেতৰ ব্যক্তিত্বৰ বৈশিষ্ট্য আছিল। গান্ধীজীক আন বহুতৰ দৰে তেখেতে দেৱতা জ্ঞান কৰা নাছিল। সবৰমতি আশ্ৰমত গান্ধীজীক সাক্ষাৎ কৰিবলৈ যাওঁতে প্ৰৱেশদ্বাৰত আবদ্ধ হ'ব লগা হোৱাত বৰুৱাদেৱ গৰজি উঠিছিল— "মন্দিৰত দেৱতা দৰ্শন কৰিবলৈ আমি অহা নাই। আমি সুদূৰ অসমৰপৰা আহিছোঁ গান্ধীজীৰ লগত বিশেষ কথা আলোচনাৰ উদ্দেশ্যে। আমি যামেই।" নীতি, আদৰ্শ, ন্যায় আৰু সত্যৰ কাৰণে নিজৰ প্ৰাণকো তুচ্ছ জ্ঞান কৰি, স্বদেশ, স্বজাতি আৰু মানৱতাৰ মহান স্বাৰ্থত সংসাৰৰ সকলো ভোগ-বিলাস পৰিত্যাগ কৰি বিৰল নৈতিকতাৰ জ্বলন্ত নিদৰ্শন ৰাখি থৈ যোৱা ত্যাগবীৰ হেম চন্দ্ৰ বৰুৱা প্ৰত্যেক ভাৰতবাসীৰ নমস্য পুৰুষ; প্ৰত্যেক অসমীয়াৰ বাবে শঙ্কৰ-মাধৱৰ দৰেই এটা পবিত্ৰ নাম।

মহামতি এলবাৰ্ট আইনষ্টাইনে গান্ধীজীৰ মহত্ত্বৰ সম্পৰ্কত কৰা বিখ্যাত উক্তিষাৰ প্ৰণিধানযোগ্য ঃ "ভৱিষ্যতৰ পুৰুষসকলে এই কথা ভাবি আচৰিত হ'ব যে গান্ধীৰ দৰে এজন মানুহে এই পৃথিৱীৰ বুকুৰেদি খোজ পেলাই গৈছিল।" আশ্চৰ্য্যৰ বিষয় যে ত্যাগবীৰৰ দৰে একোজন পুৰুষ দূৰ ভৱিষ্যতৰ কথাকে নকওঁ— জ্বলন্ত বৰ্তমানতে কিংবদন্তী হৈ পৰে। ত্যাগবীৰৰ নামেৰে এখন মহাবিদ্যালয় নামকৰণ হোৱাতকৈ মহৎ সামাজিক আৰু সাংস্কৃতিক কাম আন কিবা হ'ব পাৰে বুলি ভাবিব নোৱাৰি। এই পৱিত্ৰ নাম সাৰ্থক হওক! জীৱনক সুন্দৰ কৰাৰ সমল নতুন পুৰুষে ত্যাগবীৰৰ বৰ্ণাঢ্য ব্যক্তিত্বৰ বুকুৰ পৰা বুটলি লওক।* ❑

---

[শোণিতপুৰ জিলাৰ জামুগুৰিহাটৰ ত্যাগবীৰ হেম বৰুৱা মহাবিদ্যালয়ৰ 'ৰূপালী জয়ন্তী' উৎসৱৰ স্মৃতিগ্ৰন্থৰ পৰা উদ্ধৃত; মুক্তিযোদ্ধা পোৱাল বৰুৱাৰ সৌজন্যত পোৱা হৈছে। — সম্পাদক]

# ত্যাগৰ প্ৰতিমূৰ্তি ত্যাগবীৰ হেম বৰুৱা

—শিৱপ্ৰসাদ বৰুৱা

ভাৰতৰ স্বাধীনতা আন্দোলনৰ কথা মনলৈ আহিলেই সাউতকৰে ভাৰতৰ জনচেৰেক নেতা-নেত্ৰীলৈ মনত পৰে। সেইসকল আছিল দাদাভাই নৌৰজী, বদৰুদ্দিন তায়েবজী, ফিৰোজশ্বাহ মেহতা, গোপাল কৃষ্ণ গোখলে, বাল গংগাধৰ তিলক, মহাত্মা গান্ধী, কস্তুৰবা গান্ধী, সৰোজিনী নাইডু, মতিলাল নেহৰু, জৱাহৰলাল নেহৰু, চৰ্দাৰ বল্লভভাই পেটেল, আবুল কালাম আজাদ, ড° ৰাজেন্দ্ৰ প্ৰসাদ, সুৰেন্দ্ৰনাথ বেনাৰ্জী, উমেশ চন্দ্ৰ বেনাৰ্জী, ৰাস বিহাৰী ঘোষ, চিত্তৰঞ্জন দাস, যতীন্দ্ৰনাথ সেনগুপ্ত, সুভাষ চন্দ্ৰ বসু, ৰাজা মহেন্দ্ৰ প্ৰতাপ, জয়প্ৰকাশ নাৰায়ণ, জগজীৱন ৰাম, শ্ৰীকৃষ্ণ সিংহ, গোবিন্দবল্লভ পন্ত, আচাৰ্য্য নৰেন্দ্ৰ দেৱ, আচাৰ্য্য কৃপালনি, খাঁ আব্দুল গফুৰ খাঁ, সুচেতা কৃপালনি, বিজয়লক্ষ্মী পণ্ডিত, কমলাদেৱী চট্টোপাধ্যায়, চাদিক আলি, অৰুণা আচফ আলি, মোৰাৰজী দেশাই, লালা লাজপট ৰায়, পুৰুষোত্তম দাস টেণ্ডন, ডাঃ বিধান ৰায়, প্ৰফুল্ল চন্দ্ৰ সেন, শৰৎচন্দ্ৰ বসু, মহাদেৱ দেশাই, হৰেকৃষ্ণ মেহতাব, বিজু পাটনায়ক, প্ৰতাপ সিং কৈৰোলা, ৰাজাগোপাল আচাৰিয়া, এছ. নিজালিংগাপ্পা, সঞ্জীৱ ৰেড্ডী, ব্ৰহ্মানন্দ ৰেড্ডী, ড° সম্পূৰ্ণানন্দ, ডাঃ অমৃত কৌৰ, ড° ৰামমনোহৰ লোহিয়া, অচ্যুত পটবৰ্ধন, চন্দ্ৰশেখৰ, নানা পাটিল আদি। এইসকলৰ ভিতৰত এজনো আমাৰ মাজত আজি নাই। এই লেখাৰ জৰিয়তে সেইসকলৰ প্ৰতি শ্ৰদ্ধাঞ্জলি যাচিলো।

অসমৰ স্বাধীনতা আন্দোলনৰ কৰ্ণধাৰসকল আছিল দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশপ্ৰাণ চন্দ্ৰ নাথ শৰ্মা, ৰোহিনীকান্ত

হাতীবৰুৱা, পণ্ডিত কনকচন্দ্ৰ শৰ্মা, বিষ্ণুৰাম মেধি, ডাঃ হৰিকৃষ্ণ দাস, লোকবন্ধু ভুৱনেশ্বৰ বৰুৱা, ত্যাগবীৰ হেম বৰুৱা, অমিয় কুমাৰ দাস, সিদ্ধিনাথ শৰ্মা, লীলাধৰ বৰুৱা, গৌৰীকান্ত তালুকদাৰ, হলধৰ ভূঞা, পূৰ্ণ চন্দ্ৰ শৰ্মা, মহেন্দ্ৰ হাজৰিকা, মহঃ তৈয়বুল্লা, মহাদেৱ শৰ্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, পীতাম্বৰ দেৱ গোস্বামী, শৰবিন্দু নাথ, কুলধৰ চলিহা, দেৱেশ্বৰ শৰ্মা, কৃষ্ণনাথ শৰ্মা, গগন চন্দ্ৰ গোস্বামী, শংকৰ বৰুৱা, ৰাজেন্দ্ৰনাথ বৰুৱা, কুলধৰ চলিহা, ছবিলাল উপাধ্যায়, হেমনাথ ফুকন, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, বৈদ্যনাথ বৰঠাকুৰ, সৰ্বেশ্বৰ বৰুৱা, লক্ষেশ্বৰ বৰুৱা, পৰশুৰাম দত্ত, ভুবন চন্দ্ৰ গগৈ, হৰিপদ দত্ত, থানুৰাম ভূঞা, দুৰ্গাধৰ বৰুৱা, বিমলা প্ৰসাদ চলিহা, পদ্মধৰ চলিহা, মহেন্দ্ৰমোহন চৌধুৰী, কনকেশ্বৰ গোস্বামী, হৰেশ্বৰ গোস্বামী, হেম বৰুৱা ইত্যাদি। এই সকলোকেইজনেই আমাৰ মাজৰ পৰা আঁতৰি গ'ল। এখেত সকললৈকো শ্ৰদ্ধা তৰ্পণ আগবঢ়ালো।

তেজপুৰৰ হেম বৰুৱাৰ ঘৰখনো আছিল দেশপ্ৰেমিকৰ ঘৰ। হেম বৰুৱাৰ দেশপ্ৰেম শৈশৱতে অন্তৰত অংকুৰিত হৈছিল। অৱশ্যে এওঁলোকৰ পূৰ্বৰ ঘৰ আছিল নগাওঁ জিলাৰ ৰহাৰ ওচৰৰ মেটেকা গাঁৱত। আহোম ৰজাই এওঁলোকৰ পূৰ্ব-পুৰুষৰ কোনো এজনক দুৱৰি-বৰুৱা উপাধি দিছিল। যোৰহাটৰ ৰংদৈত দুৱৰি-বৰুৱাৰ পৰিয়াল আছে। তেওঁলোক হৈছে জগন্নাথ বৰুৱা, নন্দনাথ বৰুৱা, গুঞ্জনাথ বৰুৱা, অঞ্জনাথ বৰুৱা, ৰাধানাথ বৰুৱা আদি। এওঁলোক যোৰহাটৰ বিভিন্ন ঠাইৰ বাসিন্দা। সেই বংশৰে আন এগৰাকী ডাঃ মালতি বৰুৱা, ডাঃ জীৱনচন্দ্ৰ বৰুৱা বৰ্তমান গুৱাহাটীৰ বাসিন্দা।

ত্যাগবীৰ হেম বৰুৱাৰ পৰিয়াল এইটো বৰুৱাৰ পৰিয়ালৰে বংশোদ্ভৱ হয়নে নহয় সঠিকভাৱে ক'ব পৰা নহ'ল এই লেখাৰ সময়লৈ। হেম বৰুৱাৰ ককাই-ভাই চাৰিজন— প্ৰিয়লাল বৰুৱা, হেম বৰুৱা, তৰুণ চন্দ্ৰ বৰুৱা আৰু অৰুণ চন্দ্ৰ বৰুৱা। এওঁলোকৰ পিতৃ পোৱাল চন্দ্ৰ বৰুৱাই চাকৰি সূত্ৰে তেজপুৰত থাকি জাহাজঘাটৰ ওচৰত বসবাস আৰম্ভ কৰিলে। পোৱাল বৰুৱাৰ ককায়েক অলিৰাম বৰুৱা। অলিৰাম বৰুৱাৰ পুত্ৰ ক্ষীৰদাকান্ত বৰুৱাই তিনিচুকীয়াৰ বৰভেটা চাহবাগান খুলিছিল। পিছত তেওঁ গুৱাহাটী চেনিকুঠিৰ বাসিন্দা হয়। ক্ষীৰদাকান্ত বৰুৱাৰ পুত্ৰ কিৰণ চন্দ্ৰ বৰুৱা এজন সমাজ-সেৱক আৰু শিক্ষা-সংস্কৃতিৰ নীৰৱ সেৱক আছিল।

হেম বৰুৱাই স্কুলত পঢ়ি থাকোঁতেই পিতৃৰ বিয়োগ হ'ল। ঘৰখনলৈ দুৰ্য্যোগ নামি আহিল। ককায়েক প্ৰিয়লাল বৰুৱাই ঘৰখনৰ দায়িত্ব ল'লে। হেমচন্দ্ৰক পঢ়াত উদগনি দিলে। পঢ়াৰ মাজেদিয়েই হেমচন্দ্ৰই ইটো-সিটো কৰি দু-পইছা উপাৰ্জন কৰি ককায়েকৰ হাতত তুলি দিছিল। তেওঁৰ শৈশৱ কাল আছিল বৈচিত্ৰ্যময়। ওখ-পাখ, স্বাস্থ্যবান, সভা-শুৱনি ব্যক্তি আছিল তেওঁ। ডেকা-তেজৰ পিৰপিৰণিত উদ্যোগী হেমচন্দ্ৰ বৰুৱা আছিল স্বাধীনতা আন্দোলনৰ অন্যতম বাটকটীয়া। দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাই গঢ় দি যোৱা অসম কংগ্ৰেছক টনকিয়াল কৰি তুলিলে হেমচন্দ্ৰই। গান্ধীমাৰ্গৰ ধ্যান-ধাৰণাই তেওঁক এক বিশিষ্ট দিশলৈ আগুৱাই নিলে। তেওঁ গাঁৱে-ভূঞে সভা-সমিতি পাতি কংগ্ৰেছৰ সংগঠন শক্তিশালী কৰাতে ব্যস্ত নাছিল, গ্ৰাম্য অৰ্থনীতি টনকিয়াল কৰিবলৈও আগ-ভাগ লৈছিল। আন্দোলনৰ কাৰ্য্যসূচীৰ লগে লগে গাঁৱত কপাহৰ খেতি কৰি কপাহ ধুনি সূতা কাটি ঘৰতে কাপোৰ বৈ বস্ত্ৰৰ ক্ষেত্ৰত স্বাৱলম্বী হ'বলৈ, মদ, ভাং কানি বৰবিহ বৰ্জন কৰি সুপ্ত জাতিটো জাগ্ৰত হ'বলৈ; অস্পৃশ্যতা বৰ্জন কৰি সুস্থ সমাজ গঢ়িবলৈ, গাঁৱৰ বাদ-বিবাদ গাঁৱতে পঞ্চায়তৰ জৰিয়তে মীমাংসা কৰি ল'বলৈ তেওঁ আহ্বান জনাই কংগ্ৰেছ সংগঠনৰ লগতে গাওঁ তথা সমাজ সংগঠনো কৰি ফুৰিছিল। ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনত তেওঁ কাৰাবাস খাটিব লগা হোৱাত সু-স্বাস্থ্যৰ গৰাকী হেম বৰুৱাক বহুবোৰ বেমাৰে আক্ৰমণ কৰি ধৰাশায়ী কৰিলে। তেওঁৰ শৰীৰ দুৰ্বল হ'ল যদিও মন কিন্তু বেছি শক্তিশালীহে হ'ল।

এটা সময়ত ত্যাগবীৰ হেম বৰুৱা আৰু লোকসেৱক অমিয় কুমাৰ দাস গুৱাহাটীৰ উজান বজাৰত ডাঃ হৰিকৃষ্ণ দাসে দান কৰা গৃহত— য'ত প্ৰদেশ কংগ্ৰেছ কাৰ্য্যালয় আছিল— তাতে দুয়োজনে দুঃখ-কষ্টৰে দিন কটাই কংগ্ৰেছৰ কাম-কাজ চলাই আছিল। কংগ্ৰেছ কাৰ্য্যালয়ত কোনো চকী-মেজ নাছিল; ঢলা বিছনাত বহি বহিয়েই লিখা-পঢ়া কৰিছিল; তাতে কংগ্ৰেছ নেতা-কৰ্মীসকলে বহি দেশৰ, আন্দোলনৰ কথা পাতিছিল; ৰাতি বৰুৱা-দাসে তাতে নিদ্ৰা যাপন কৰিছিল। টকা-পইচাৰ অভাৱত তেওঁলোকৰ খাদ্য প্ৰণালীও আছিল অতি নিম্নমানৰ। তিওৱা বুট এবাতি, চেনিচম্পা কল দুটা আৰু চাহ এগিলাছেৰে পুৱাৰ আহাৰ, আলু সিদ্ধ আৰু দাইলেৰে দুপৰীয়াৰ ভাত মুঠি, দুখন শুকান ৰুটিৰ গধূলিৰ আহাৰ সামৰিছিল। দুপৰীয়া কেতিয়াবা দুজনৰ

ভাতকেইটাকে চাৰি-পাঁচজনে ভগাই খাইছিল। আজিৰ কংগ্ৰেছ কৰ্মীয়ে এনেবোৰ কথা কল্পনা কৰিব পাৰিবনে?

আজিৰ কংগ্ৰেছ মানেই হৈছে ভোগ-প্ৰাচুৰ্য্যৰ সমাহাৰ।

তেতিয়াৰ কংগ্ৰেছ কাৰ্য্যালয় অকল কংগ্ৰেছৰ বাবেই নাছিল। 'বাঁহী' আলোচনীখন অমিয় কুমাৰ দাসৰ দ্বাৰা সম্পাদিত হৈছিল। এই বাঁহীত মূলবোধৰ প্ৰবন্ধ প্ৰকাশিত হৈছিল। ড° মথুৰা নাথ গোস্বামীৰ 'ধনৰ কথা' কেইবাটাও সংখ্যাত ধাৰাবাহিকভাৱে প্ৰকাশ হৈছিল। ত্যাগবীৰে নিজে ৰাজনীতি, দেশী-বিদেশী সাহিত্য-সংস্কৃতি, অৰ্থনীতি, বিভিন্ন দেশৰ বিপ্লৱৰ বিষয়ে প্ৰবন্ধ লিখিছিল। ড° বাণীকান্ত কাকতি, ড° সূৰ্য্য কুমাৰ ভূঞাইঁতে মৌলিক প্ৰবন্ধ-পাতি লিখি বাঁহীৰ সৌষ্ঠৱ বঢ়াইছিল। মুনীন বৰকটকী আৰু এই প্ৰবন্ধকাৰ বাঁহীৰ সহযোগী সম্পাদক হিচাপে আছিলো। সেই সময়ত দিল্লীৰ লেজিচলেটিভ এচেম্বলীৰ নিৰ্বাচনৰ বাবে অসমত তোলপাৰ। কংগ্ৰেছৰ প্ৰাৰ্থী আছিল কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, আৰু মতিলাল নেহৰুৰ অধ্যক্ষতাত গঠিত নেচনেলিষ্ট পাৰ্টিৰ প্ৰাৰ্থী আছিল অসমৰ সিংহ পুৰুষ দেশভক্ত তৰুণৰাম ফুকন। ত্যাগবীৰ হেম বৰুৱাই যদিও দেশভক্ত ফুকনক ৰাজনৈতিক গুৰু বুলি মানিছিল আৰু যথেষ্ট শ্ৰদ্ধা কৰিছিল নিৰ্বাচনৰ প্ৰাক্‌মুহূৰ্ত্তত ফুকনে নেচনেলিষ্ট পাৰ্টিত যোগ দিয়াত বৰুৱাই খুব বেয়া পালে আৰু কংগ্ৰেছ দলৰ খাটিৰত অমিয় কুমাৰ দাসৰ লগ হৈ দেশভক্তৰ বিৰুদ্ধে কাগজে-পত্ৰই লিখি চলোৱা প্ৰচাৰত এই লেখক আৰু মুনীন বৰকটকী ক্ষুণ্ণ হৈ এনে প্ৰচাৰ চলাব নালাগে বুলি মুকলিকৈ কৈছিলো। আমি ডেকা দুজনক ৰাজনীতিত অপৈণত বুলি ভাবি আমাৰ কথাত তেওঁলোকে কোনো গুৰুত্বই নিদিলে। ফলত দাসে মোক বাঁহীৰ আৰ্হি-কাকত চোৱাৰ পৰা আঁতৰাই জন-সম্পৰ্কৰক্ষী পদলৈ পঠালে। বৰকটকীয়ে অকলে প্ৰুফ চোৱাৰ দায়িত্ব পালন কৰিলে।

বৰুৱা আৰু দাসৰ নেতৃত্বত সৰহ সংখ্যক কংগ্ৰেছ নেতা আৰু কৰ্মীয়ে বৰদলৈৰ হকে খাটিলে। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ জয়ী হ'ল। নিৰ্বাচনৰ ফলাফলৰ পিছতেই ফুকন আহি বৰদলৈক কৰমৰ্দন কৰি তেওঁক সকলো প্ৰকাৰৰ সহায়ৰ প্ৰতিশ্ৰুতি দিলে। ৰাজনীতিৰ কি মাহাত্ম্য! পৰাজয়বৰণৰ কি মহৎ আদৰ্শ!

অসুখীয়া শৰীৰেৰে হেম বৰুৱাই নিৰ্বাচনৰ কাম কৰাৰ পিছত আকৌ সংগঠনৰ কামত অসমৰ চুকে-কোণে ঘূৰি-ফুৰিও কেইবাখনো পুস্তিকা, যেনে— কংগ্ৰেছৰ বুৰঞ্জী, বিলাতত মহাত্মা, মেজমেলত মহাত্মা, দেশৰ আয়-ব্যয়ত ভুমুকি, ভাৰতৰ ৰাজকীয় ঋণ আদি লিখি প্ৰকাশ কৰিছিল। ইয়াৰ বাহিৰেও বাঁহীত আৰু অসমীয়া কাকতত বৰুৱাই ভালেমান প্ৰবন্ধ লিখিছিল। তাৰ ভিতৰত উল্লেখযোগ্য— (ক) মুছোলিনীৰ ওপৰত ডাণ্টেৰ প্ৰভাৱ, (খ) ৰুছিয়াৰ বিশ্বকৰ্মা, (গ) দোষ আৰু শাস্তি, (ঘ) চৰকাৰী ৰাজহ, (ঙ) বনুৱাৰ দুৰ্দশা, (চ) গোৰ্কিৰ কমৰেড উপন্যাসৰ আভাস, (ছ) ৰুছ সাহিত্যত বলছেভিজিম, (জ) ধৰ্ম আৰু শাসনযন্ত্ৰ, (ঝ) বিদেশী শাসন, (ঞ) অসমীয়া আৰু কংগ্ৰেছ ইত্যাদি।

এইজন দেশপ্ৰেমিকৰ আন এটা মহৎ কাম হ'ল ভাৰত ত্যাগ আন্দোলন। কংগ্ৰেছ নেতাসকল গ্ৰেপ্তাৰ হোৱাৰ পিছত কংগ্ৰেছ কাৰ্য্যালয়তে ৰোগ-শয্যাত শুই-বহি সেই বিৰাট আৰু ব্যাপক আন্দোলনটো পৰিচালনা কৰা কাৰ্য্য।

ত্যাগবীৰ হেম বৰুৱা সঁচা অৰ্থত ত্যাগৰ প্ৰতিমূৰ্তি। চিৰকুমাৰ। কংগ্ৰেছৰ একনিষ্ঠ সেৱক। এইজন মহান পুৰুষে ১৯৪৫ চনৰ ১১ আগষ্ট তাৰিখে কংগ্ৰেছ কাৰ্য্যালয়তে সিদ্ধিনাথ শৰ্মা, ডাঃ হৰিকৃষ্ণ দাস, ডাঃ কনক বৰুৱা, দেৱেশ্বৰ শৰ্মা, বেলিৰাম দাস, অমিয় কুমাৰ দাস আদিৰ সন্মুখতে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ইহলীলা সম্বৰণ কৰিলে। ❐

# ত্যাগবীৰৰ স্মৃতি যুগমীয়া হওক

—কৃষ্ণ শৰ্মা

নগাঁৱৰ ৰহা অঞ্চলৰ কপিলীপাৰত বসবাস কৰা এটা সাধাৰণ অথচ সম্ভ্রান্ত পৰিয়ালৰ পোৱাল বৰুৱা নামৰ এজন শিক্ষিত যুৱকে চাকৰিৰ খাতিৰত তেজপুৰলৈ গৈ ব্রহ্মপুত্রৰ পাৰত এটি সৰু ঘৰ সাজি নিগাজীকৈ থাকিবলৈ লৈছিল। তেওঁৰেই দ্বিতীয় পুত্র ত্যাগবীৰ হেমচন্দ্র বৰুৱাৰ জন্ম হৈছিল ১৮৯৩ চনৰ ২৫ এপ্রিলত (১৮২৫ শকাব্দ ১২ ব'হাগত)। এটি নিম্ন-মধ্যবিত্ত পৰিয়ালত জন্ম গ্রহণ কৰা বৰুৱাৰ সৰুতে পিতৃ বিয়োগ হোৱাত অৰ্থাভাৱত মোমায়েকৰ ঘৰত আশ্রয় লৈছিল। মোমায়েক আৰু জ্যেষ্ঠ ভায়েক প্রিয়লাল বৰুৱাৰ যত্নত ১৯১৫ চনত মেট্রিক, ১৯১৯ চনত কটন কলেজৰ পৰা অনাৰ্চসহ বি-এ আৰু তাৰ পিছত এৰা-ধৰা কৰি হ'লেও বি এল পৰীক্ষাত উত্তীৰ্ণ হৈছিল। ১৯১৮ চনত কটন কলেজ ছাত্র একতা সভাৰ সাধাৰণ সম্পাদক আৰু ১৯২১ চনত অসম ছাত্র সন্মিলনৰ সম্পাদক ৰূপে নেতৃত্ব দিয়া হেমচন্দ্র বৰুৱাই ১৯৩০ চনৰ পৰা এগৰাকী দেশ-নেতা ৰূপে পৰিগণিত হৈছিল। কলিকতাত থাকোঁতে ককায়েক আৰু সম্বন্ধীয় ককায়েক ক্ষীৰ বৰুৱাই আগবঢ়োৱা আৰ্থিক সাহায্য পৰ্য্যাপ্ত নোহোৱাত প্রেছ আদিত অংশকালীনভাৱে কাম কৰি উপাৰ্জ্জন কৰি শিক্ষা গ্রহণ কৰিছিল। ল কলেজৰ ছাত্র হৈ থাকোঁতে অসহযোগ আন্দোলনত লিপ্ত হোৱা বাবে কাৰাবৰণ কৰিবলগীয়া হৈছিল আৰু সেয়ে জে'লৰ পৰা ওলাই আহি পিছতহে বি-এল পাছ কৰিছিল।

বি-এল পাছ কৰাৰ পিছত হেমচন্দ্র বৰুৱাই পৰিয়ালৰ ভৰণ-পোষণ তথা জীৱন নিৰ্বাহৰ অৰ্থে ওকালতি কৰিবলৈ লৈছিল আৰু সেই ক্ষেত্রত সুনামো

অৰ্জন কৰিছিল। কিন্তু সেই সময়ত গান্ধীজীয়ে দেশৰ স্বাধীনতা আন্দোলনৰ প্ৰতি দেশবাসীলৈ জনোৱা আহ্বানত তেওঁ বাৰুকৈয়ে উদ্বুদ্ধ হৈ পৰিছিল। তেওঁৰ মনত এনে বিশ্বাস জন্মিছিল যেন 'দেশ সেৱাতকৈ সাংসাৰিক সুখ-সম্ভোগ ডাঙৰ নহয়।' ফলত ওকালতি আৰু ঘৰুৱা সকলো লেঠা ত্যাগ কৰি ভাৰত মুক্তি সংগ্ৰামত জঁপিয়াই পৰিছিল। বৰুৱাই বিবাহ-পাশতো আৱদ্ধ নহ'ল। আজীৱন চিৰকুমাৰ ব্ৰত পালন কৰি দেশ-মাতৃকাৰ কাৰণে নিজকে অৰ্পণ কৰিলে। আমাৰ বোধেৰে ভাৰতৰ মুক্তি-সংগ্ৰামত অসমৰ মুক্তি সংগ্ৰামীসকলৰ ভিতৰত হেমচন্দ্ৰ বৰুৱাই আছিল শ্ৰেষ্ঠতম মুক্তি সংগ্ৰামী— যিগৰাকীয়ে কোনো উচ্চ পদবী ভোগৰ লালসা নকৰি জীৱনৰ সকলো সত্তা ভাৰত-মাতাৰ উদ্ধাৰৰ অৰ্থে ত্যাগৰ এক বিৰল দৃষ্টান্ত দেখুৱাই গ'ল। হেমচন্দ্ৰ বৰুৱাক 'ত্যাগবীৰ' আখ্যাৰে আখ্যায়িত কৰাৰ সাৰ্থকতাও সেইখিনিতেই।

১৯২১ চনত হেমচন্দ্ৰ বৰুৱাই কলেজীয়া শিক্ষা ত্যাগ কৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰি কাৰাবৰণ কৰা কথা উল্লেখ কৰিছোঁ। সেইদৰে ১৯৩০ চনত আইন অমান্য আন্দোলনৰ সময়ত ওকালতি ত্যাগ কৰি প্ৰথমে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সম্পাদক আৰু পিছত সভাপতি ৰূপে আন্দোলনত দেহে-কেহে লাগিছিল। ১৯২২ চনত জন্ম লাভ কৰা অসম কংগ্ৰেছ মহাসভাৰ বাটকটীয়া চন্দ্ৰ নাথ শৰ্মা আৰু অমিয় কুমাৰ দাসৰ পৰা পোৱা উৎসাহ-উদ্দীপনা, অনুপ্ৰেৰণাৰে উদ্বুদ্ধ হৈ কংগ্ৰেছৰ সংগঠন আৰু প্ৰচাৰ কাৰ্য্যত তেওঁ উঠি-পৰি লাগিছিল।

হেমচন্দ্ৰৰ আৰ্থিক সমস্যাৰ কথা ভাবিব নোৱাৰা বিধৰ। এটা সময়ত পৰিয়ালৰ ভৰণ-পোষণ দিয়া দূৰৈৰে কথা, নিজেই চলিবলৈ আৰু আন্দোলন চলাবলৈ আৰ্থিক অনাটনে বৰুৱাক জুৰুলা কৰিছিল। উপায়হীন অৱস্থাত তেওঁ তেওঁৰ নলে-গলে লগা সহকৰ্মী অমিয় কুমাৰ দাসৰ লগ হৈ গুৱাহাটীৰ উজান বজাৰত ভাৰা লৈ থাকি এটা জুপুৰী ঘৰতে এখন গেলামালৰ দোকান দি উপাৰ্জনৰ পথ বাছি লৈছিল। দুৰ্ভাগ্যৰ কথা যে বস্তু-বাহানি বাকীকৈ দিয়া বাবে দোকানখনো বন্ধ হৈ গ'ল আৰু মহাজনৰ পৰা লোৱা ধাৰো পৰিশোধ কৰিব নোৱাৰি পৰিয়ালৰ জমি এডোখৰো হেৰুৱাবলগীয়া হ'ল।

১৯৩১ চনত শিৱসাগৰত এখন সভাৰ পৰা উভতি আহোঁতে বলিয়াঘাটত দিখৌ নৈৰ গৰাখহনীয়াৰ তলত নদীত পৰি সাংঘাতিকভাৱে আঘাতপ্ৰাপ্ত

হৈ চিৰকাললৈ ঘুণীয়া হোৱা এইগৰাকী পুৰুষে দেশ-মুক্তিৰ আন্দোলন পৰিহাৰ কৰা নাছিল। গুৱাহাটীৰ বাৰোৱাৰীত থকা কংগ্ৰেছ কাৰ্য্যালয়তে আশ্ৰয় লৈ স্বাধীনতা সংগ্ৰামৰ কামত গুৰি ধৰিছিল। ১৯৩১ চনত তেওঁ পুনৰ কাৰাবাস খাটিবলগীয়া হৈছিল।

বিয়াল্লিশৰ গণ বিপ্লৱত তেওঁৰ ভূমিকা আছিল বিশেষভাৱে স্মৰণীয়। তেতিয়া অসমৰ প্ৰবীণ তথা শীৰ্ষ নেতা গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মা, তৈয়াবুল্লা প্ৰভৃতি জে'লত। শাৰীৰিক অসুস্থতাৰ বাবে হেমচন্দ্ৰ বৰুৱাক গ্ৰেপ্তাৰ কৰা নাছিল। এই সুযোগতে বৰুৱাই নৰীয়া গাৰে তেওঁ অসমত মুক্তি সংগ্ৰামৰ সমস্ত কাৰ্য্য পৰিচালনা কৰিছিল। দৰাচলতে তেওঁ আছিল বিয়াল্লিশৰ গণ-বিপ্লৱৰ সংগ্ৰামীসকলৰ সুহৃদ, মহাযুদ্ধৰ ৰথৰ সাৰথি। আমাৰ ছাম ডেকা স্বেচ্ছাসেৱকৰ এইজনা মহান, উদ্দীপ্ত, পুৰোধা ব্যক্তিৰ কংগ্ৰেছ কাৰ্য্যালয়তে সান্নিধ্য লাভৰ সৌভাগ্য ঘটিছিল। আন্দোলনৰ কাৰ্য্যসূচী, আঁচনি মৰ্মে সিবোৰ ৰূপায়ণৰ ক্ষেত্ৰত স্বেচ্ছাসেৱকৰ কৰণীয় তন্ন-তন্নকৈ বুজাই দি, আমাক কৰি যাবলৈ নিৰ্দেশ দিছিল। স্বেচ্ছাসেৱীসকলক পুলিচ-মিলিটাৰীৰ মুখামুখি সংগ্ৰামত অৱতীৰ্ণ হৈ কাৰাবৰণ কৰাতকৈ ভিতৰুৱা অঞ্চলবোৰত আত্ম-গোপন কৰি আঁচনি অনুসৰি পঞ্চায়ত, শান্তি-সেনা গঠন, মিলিটাৰীৰ যাতায়াতৰ পথ বন্ধ কৰা আৰু ধন, খাদ্য, বস্তু-বাহানি যোগান বন্ধ কৰা প্ৰভৃতি কামত ব্ৰতী হ'বলৈ উপদেশ দিছিল।

দুৰ্দিনে তেওঁক এৰা নিদিয়া হ'ল। এইবাৰ হেমচন্দ্ৰই আকৌ ঘৰৰ পিৰালিতে বাগৰি পৰি মৰ্মাঘাত পাইছিল। ডাঃ ভুৱনেশ্বৰ বৰুৱা আৰু ভায়েক ডাঃ কনক বৰুৱাৰ দীৰ্ঘদিনীয়া যত্ন-চিকিৎসাৰ ফলত তেওঁৰ প্ৰাণ ৰক্ষা হ'ল যদিও শাৰীৰিকভাৱে পংগু হৈ পৰিছিল। ডাঃ ভুৱনেশ্বৰ বৰুৱাই তেওঁক তেওঁৰ ঘৰলৈ নি সেৱা-শুশ্ৰূষাকে ধৰি ভৰণ-পোষণৰ ভাৰ ল'লে। কংগ্ৰেছ অফিচত থকা অৱস্থাতে ১৯৪৫ চনৰ ১১ আগষ্টৰ দিনা হেমচন্দ্ৰ বৰুৱাৰ বাৱন বছৰ তিনি মাহ ষোল্ল দিনীয়া জীৱন-বন্তি নুমাই গ'ল।

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পিছত গুৱাহাটীৰ নৱগ্ৰহ শ্মশানত তেওঁৰ সমাধিস্থলত গুণমুগ্ধ ৰাইজে এটা প্ৰায় ছয়ত্ৰিশ বৰ্গফুটৰ স্মৃতিসৌধ নিৰ্মাণ কৰিলে। পিছত সেইটোৰ অৱস্থা একেবাৰে শোচনীয় হোৱাৰ উপৰি দুষ্কৃতিকাৰীৰ আড্ডাস্থল হৈ পৰিল। অৱশ্যে, প্ৰতি বছৰে তাত ত্যাগবীৰৰ

মৃত্যু দিবসৰ দিনা মুক্তি যুঁজাৰুসকলে অনুষ্ঠিত কৰা শ্ৰদ্ধাঞ্জলি অনুষ্ঠান চলি থাকিল। ১৯৯৪ চনত ত্যাগবীৰৰ অৰ্ধ-শততম মৃত্যু বাৰ্ষিকী সমাৰোহত স্মৃতি-সৌধটো আগৰ ঠাইৰ পৰা স্থানান্তৰ কৰি নতুনকৈ নিৰ্মাণৰ প্ৰস্তাৱ উত্থাপন হৈছিল যদিও সেইটো কাৰ্য্যকৰী হোৱা নাছিল। ১৯৯৬ চনৰ মৃত্যু দিৱসৰ দিনা নৱগ্ৰহৰ সমাধিস্থলত সমৱেত মুক্তিযোদ্ধা আৰু ৰাইজে পুনৰ স্মৃতি-সৌধটোৰ স্থানান্তৰকৰণৰ বিষয়ে আলোচনা কৰিলে। তাৰ এবছৰ পিছত ১৯৯৭ চনৰ ১১ আগষ্টৰ দিনা অনুষ্ঠিত ৰাজহুৱা সভাত সবিশষ আলোচনা-বিলোচনাৰ অন্তত লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ স্মৃতিসৌধৰ পশ্চিমফালে স্থানান্তৰিত কৰাৰ প্ৰস্তাৱ গৃহীত হৈছিল। সভাত প্ৰয়োজনীয় অৰ্থ সংগ্ৰহ আৰু স্থানান্তৰৰ ব্যৱস্থা কৰিবলৈ এখন পাঁচজনীয়া আহ্বায়ক সমিতি গঠিত হৈছিল। সেই মৰ্মে ডাঃ লোহিত দাস, ধ্ৰুৱ প্ৰসাদ চলিহা আৰু কৃষ্ণ শৰ্মাই (এই লিখকে) আহ্বায়ক সমিতিৰ হকে তেতিয়াৰ স্থানীয় বিধায়ক তথা পৌৰ নিগমৰ ভাৰপ্ৰাপ্ত মন্ত্ৰী বিৰাজ কুমাৰ শৰ্মাক ৫/৮/৯৮ তাৰিখে সাক্ষাৎ কৰি স্মৃতিসৌধ স্থানান্তৰৰ সন্মতি আৰু তদৰ্থে আৰ্থিক সাহায্য দিবলৈ আৱেদন-পত্ৰযোগে অনুৰোধ জনাইছিল। মন্ত্ৰী মহোদয়ে কামৰূপৰ অতিৰিক্ত উপায়ুক্তৰ সৈতে স্থান পৰিদৰ্শন কৰি সন্তোষিত হৈ স্থানান্তৰৰ সন্মতি দিয়াৰ লগতে বিধায়কৰ পুঁজিৰ পৰা ৯০,০০০ (নৱৈ হাজাৰ) টকা আবণ্টন দিছিল। সেই মতে কামৰূপৰ উপায়ুক্তৰ তত্বাৱধানত গড়কাপ্টানী বিভাগৰ জৰিয়তে ১৯৯৯ চনৰ ফেব্ৰুৱাৰী মাহত কাম আৰম্ভ হৈছিল। কিন্তু দুমাহ পিছতে এপ্ৰিল মাহত স্থানান্তৰ কাৰ্য্যৰ বিৰুদ্ধে কোনোবাই মন্ত্ৰী মহোদয়ৰ ওচৰত আপত্তি কৰাত কাম বন্ধ হ'ল। উল্লেখযোগ্য যে ইতিমধ্যে অধিবক্তা বীৰেন্দ্ৰমোহন গোস্বামী আৰু ধ্ৰুৱপ্ৰসাদ চলিহা, কৃষ্ণ শৰ্মাক ক্ৰমে সভাপতি আৰু যুটীয়া সম্পাদক হিচাপে লৈ এখন এঘাৰ-জনীয়া 'হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিৰক্ষা সমিতি' গঠিত হৈছিল। উক্ত সমিতিৰ তৰফৰ পৰা মন্ত্ৰী মহোদয়ক লগ ধৰাত তেখেতে কাৰোবাৰ পৰা আপত্তি পোৱা বাবেই কাম বন্ধ কৰা হৈছে বুলি জানিবলৈ দিলে আৰু সকলো পক্ষৰ ৰাইজৰ পৰা সন্মতিসূচক লিখিত প্ৰস্তাৱ লৈ জনাবলৈ পৰামৰ্শ দিলে। সেই মৰ্মে কামৰূপ জিলা মুক্তি-যুঁজাৰু সন্মিলন, অসম ৰাজ্যিক মুক্তি-যুঁজাৰু সন্মিলন, হেমচন্দ্ৰ বৰুৱাৰ বংশ-পৰিয়াল আৰু ৰাইজৰ ফালৰ পৰা স্থানান্তৰকৰণৰ বাবে গৃহীত সন্মতিসূচক প্ৰস্তাৱ, আৱেদন-

পত্রাদি মন্ত্রী মহোদয়ৰ ওচৰত দাখিল কৰা হৈছিল। ফলত ছমাহ পিছত ১৯৯৯ চনৰ অক্টোবৰ মাহত পৰিকল্পনা কৰা লোকপ্ৰিয় বৰদলৈৰ মন্দিৰ আকৃতিৰ স্মৃতি-সৌধতকৈ আকাৰত অলপ সৰুকৈ ত্যাগবীৰৰ স্মৃতি-সৌধৰ কাম পুনৰ আৰম্ভ হৈছিল।

হেমচন্দ্ৰ বৰুৱাৰ নব-নিৰ্মিত স্মৃতি-সৌধৰ বেলিকা বৰুৱাৰ পৰিয়ালৰ প্ৰতিনিধি, মুক্তি-যুঁজাৰু তথা ৰাইজৰ সহযোগত ৰীতি মতে অনুষ্ঠিত 'ভূমি ৰোপণ' আছিল এক আকৰ্ষণীয় অনুষ্ঠান।

১৯৯৯ চনৰ ১২ ডিচেম্বৰৰ দিনা শুভ-ক্ষণত বৰুৱাৰ পূৰ্বৰ স্মৃতি-সৌধৰ (সমাধিস্থলৰ) মাজৰ পৰা কিছু মাটি সংগ্ৰহ কৰি শোভাযাত্ৰা কৰি নিয়া হৈছিল। সেই মাটি ধূপ-বন্তি জ্বলাই, স্তোত্ৰ পাঠ, মংগলাচৰণেৰে নিৰ্ম্মিয়মান সৌধগৃহৰ মাজত সংস্থাপন কৰা হৈছিল। শংখ-ঘণ্টা, বাদ্য-বাজনা, উৰুলি-ধ্বনিয়ে চৌপাশ মুখৰিত কৰি তুলিছিল। শেষত আবণ্টিত ধনেৰে স্মৃতিসৌধৰ কাম সমাপ্ত কৰা হ'ল যদিও চাৰিওফালৰ টাটী (Fencing), প্ৰবেশ দুৱাৰ, খটখটীকে ধৰি চৌহদৰ জমি সমান কৰাৰ কাম কিন্তু বাকী থাকিল। সেই কামৰ বাবে অতিৰিক্ত ধনৰ আবণ্টন দিব বুলি মন্ত্ৰী মহোদয়ে কৈছিল যদিও বিধায়কৰ ম্যাদ উকলি যোৱাত সেয়া হৈ নুঠিল। আনহাতে, নিৰ্মাণ কৰ্তৃপক্ষৰ অমনোযোগিতাৰ বাবেই হওক বা ঠিকাদাৰে ভালকৈ কামটো নকৰাৰ ফলতে হওক কিছুদিন পিছতে বহুতো বেৰৰ টাইল ভাঙি পৰিল আৰু মোজাইক কৰা মজিয়াখনো দেখিবলৈ আপচু হ'ল। সমিতিৰ ফালৰ পৰা যথা সময়ত কৰ্তৃপক্ষক সেই বিষয়ে জনোৱা হৈছিল যদিও কোনো ফল নধৰিলে। তেনে পৰিস্থিতিত স্মৃতি-ৰক্ষা সমিতিয়ে দাতাৰ পৰা পুঁজি সংগ্ৰহৰ সিদ্ধান্ত লৈ ডাঃ লোহিত দাস, ধ্ৰুৱ প্ৰসাদ চলিহা, কৃষ্ণ শৰ্মা, পুলক বৰুৱা আৰু বৰদা শৰ্মাক সেই কাম সম্পূৰ্ণ কৰিবলৈ দায়িত্ব দিলে। তেওঁলোকৰ চেষ্টাত অসম মুক্তি-যুঁজাৰু সন্মিলনৰ পৰা নৱদ্বীপৰঞ্জন পাটগিৰিৰ যোগেদি ১০,০০০.০০ টকা, ৰাজ্যিক মন্ত্ৰী হিমন্ত বিশ্ব শৰ্মাৰ পৰা ৫,০০০.০০ টকা, বিধায়ক হেমন্ত তালুকদাৰৰ পৰা ১০০০.০০ টকা, বিধায়ক ৰবীন বৰদলৈৰ পৰা ২০০০.০০ টকা আৰু মন্ত্ৰী পংকজ বৰাৰ পৰা ১০,০০০.০০ টকা (মুঠ ২৮,০০০.০০) টকাৰ বৰঙণি সংগৃহীত হৈছিল। সেই ধনেৰে ২০০২ চনৰ আগষ্ট মাহত স্মৃতি-সৌধৰ মেৰামতিকে ধৰি বাকী থকা কাম সম্পূৰ্ণ হৈ উঠিল। প্ৰসংগ

ক্ৰমে উল্লেখযোগ্য যে হেমচন্দ্ৰ বৰুৱাৰ দেশপ্ৰেম আৰু ত্যাগৰ স্মৃতি যুগমীয়া কৰি ৰাখিবলৈ ত্যাগবীৰজনাৰ নামেৰে এটা সভাঘৰ, এখন বা অধিক শিক্ষানুষ্ঠান, এটি আবক্ষ মূৰ্তি স্থাপন, এটা ৰাজহুৱা পথৰ নামকৰণ, সাময়িকভাৱে আলোচনা-চক্ৰ আৰু স্মাৰক বক্তৃতাৰ আয়োজন আৰু তেওঁৰ জীৱন, চিন্তা-কৰ্মৰ তথ্য সম্বলিত এখন জীৱনী প্ৰকাশৰো সমিতিয়ে প্ৰস্তাৱ গ্ৰহণ কৰিছিল। কামৰূপ জিলা মুক্তি-যুঁজাৰু সন্মিলনৰ তদানিন্তন সভাপতি পবীন্দ্ৰ নাথ শৰ্মাই ত্যাগবীৰৰ স্মৃতিগ্ৰন্থ প্ৰকাশৰ বাবে ১০,০০০.০০ টকা বৰঙণি দিবলৈ এখন সভাত ঘোষণাও কৰিছিল। কিন্তু সেই ধন আদায় নোপোৱাৰ বাবে আগবাঢ়িব পৰা নগ'ল।

জনা মতে, হেমচন্দ্ৰ বৰুৱাৰ অন্তৰংগ বন্ধু আৰু সহকৰ্মী অমিয় কুমাৰ দাসৰ প্ৰচেষ্টাত দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা আৰু ত্যাগবীৰ বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে তেজপুৰত এখন যক্ষ্মা ৰোগীৰ হাস্পতাল আৰু এটা স্মৃতি ভৱন আৰু একেদৰে জামুগুৰিত এখন কলেজ আৰু পুৰণিগুদামত এখন স্কুল প্ৰতিষ্ঠিত হোৱাৰ উপৰি ১৯৭১ চনত ত্যাগবীৰৰ স্মৃতিগ্ৰন্থ এখনো প্ৰকাশ পাইছিল (ৰবীন কাকতিৰ 'ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা জীৱন-কথা' দ্ৰষ্টব্য)। গুৱাহাটীত চৰকাৰে বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে আবণ্টন দিয়া নেহৰু ষ্টেডিয়ামৰ সন্মুখৰ জমিত হৰিজনৰ ল'ৰা-ছোৱালীৰ এখন স্কুলঘৰ নিৰ্মাণ কৰিছিল। তাতেই মাদক দ্ৰব্য বৰ্জনৰ বাবে প্ৰশিক্ষণ দিবলৈ এটা প্ৰতিষ্ঠানো স্থাপন কৰাৰ কথা আছিল যদিও সি হৈ নুঠিল। ১৯৯৪ চনৰ ১১ আগষ্টৰ দিনা ত্যাগবীৰৰ অৰ্ধ-শততম মৃত্যু দিৱস উপলক্ষে মুক্তি-যুঁজাৰু সন্মিলনৰ আহ্বানত গণ্য-মান্য সমজুৱাৰ উপস্থিতিত অনুষ্ঠিত সভাত তেওঁৰ স্মৃতি ৰক্ষাৰ্থে এটা বহুমুখী ভৱন নিৰ্মাণৰ লগতে হৰিজন তথা দৰিদ্ৰ পৰিয়ালৰ ল'ৰা-ছোৱালীক আৱশ্যকীয় শিক্ষাদান আৰু স্বাৱলম্বী জীৱননিৰ্বাহৰ উপযুক্ত প্ৰশিক্ষণৰ ব্যৱস্থাৰ কথা চিন্তা কৰা হৈছিল। উল্লিখিত পৰিকল্পনাবোৰ চৰকাৰ, সমাজকৰ্মী, সমাজসেৱী সংগঠনৰ প্ৰযত্নত ফলপ্ৰদ ৰূপায়ণ হ'লেহে আমাৰ বোধেৰে ত্যাগবীৰ গৰাকীৰ স্মৃতি অবিস্মৰণীয় হৈ ৰ'ব। স্বদেশৰ মুক্তি আন্দোলনৰ সফল ৰূপায়ণৰ অৰ্থে অহোপুৰুষাৰ্থ কৰি অক্লান্ত কৰ্ম আৰু ত্যাগৰ চানেকিৰে জীৱন মহীয়ান কৰি থৈ যোৱা দেশপ্ৰেমিক ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ স্মৃতি যুগমীয়া হওক— তাৰেই আশা কৰিছোঁ। ❑

# ত্যাগবীৰৰ ব্যক্তিগত জীৱনৰ জলঙাইদি

—অনু ভাগৱতী

বিশ্বত এনে কিছু লোকো আছে যিসকল মৰিও অমৰ। তেওঁলোকে নিজৰ কৰ্মৰাজি আৰু ব্যক্তিত্বৰ জৰিয়তে সকলোৰে মানস-পটত এতিয়াও জীৱিত হৈ আছে। তেনে এজন ব্যক্তিয়েই হ'ল চিৰকুমাৰ হেমচন্দ্ৰ বৰুৱা, যিজনক অসমবাসীয়ে জানে 'ত্যাগবীৰ' হিচাপেই। তেওঁৰ বিষয়ে ইতিমধ্যে ভালেমান কথা লিখা হৈছে। কিন্তু এই লিখনিত অসমৰ এই সু-সন্তানগৰাকীৰ ব্যক্তিগত জীৱনৰ কিছুমান কথাতহে আলোকপাত কৰিব বিচৰা হৈছে।

সম্পৰ্কত হেমচন্দ্ৰ বৰুৱা আছিল মোৰ বৰ-খুৰা। আমাৰ পিতৃৰ (প্ৰয়াত প্ৰিয়লাল বৰুৱা) পিছতে আছিল তেওঁ। ল'ৰালি কালৰ পৰাই খুৰাৰ সংগ পোৱাত তেওঁৰ কিছুমান কথাই এতিয়াও দোলা দি থাকে মনত। খুৰাই তেজপুৰতে ওকালতি কৰিছিল। গোচৰ সংক্ৰান্তীয় কথাত ভালেমান লোক তেওঁৰ কাষলৈ আহিছিল আলোচনাৰ বাবে। তেনে ধৰণে অহা মানুহ এজনৰ কথা আমাৰ এতিয়াও মনত আছে। মানুহজনে ঘোঁৰাত উঠি আমাৰ ঘৰলৈ আহিছিল প্ৰায়েই। আমি তেতিয়া তেনেই সৰু। সকলো কথা ভালকৈ বুজি নাপাইছিলো। কিন্তু কেতিয়াবা মানুহজনে মোনাত পাচলি ভৰাই আনিছিল খুৰাক দিবলৈ, যিটো কথা মুঠেও ভাল পোৱা নাছিল খুৰাই। আনকি দুবাৰমান মানুহজনক গালি-শপনিও পৰা শুনিছিলো। কিন্তু মানুহজন আছিল নাছোৰবান্দা। ঘৰৰ পাচলি, সেয়ে মাননি হিচাপে দিয়া বুলি জনাইছিল। সাধাৰণতে খুৰাই কাকো খং-ৰাগ কৰিয়েই পোৱা

নাছিল। গতিকে তেনেকৈ এজন মানুহক পাচলি অনা বাবে খং কৰাৰ কথাটোত আমি সকলোৱেই আচৰিতেই হৈ পৰিছিলোঁ।

খুৰাৰ আছিল বহুমূত্ৰ ৰোগ। সেয়ে খোৱা-বোৱাতো তেওঁ আছিল বৰ সতৰ্ক। এইক্ষেত্ৰত সজাগ দৃষ্টি ৰাখিছিল আমাৰ পিতৃয়েও। ভ্ৰাতৃৰ বহুমূত্ৰ ৰোগৰ কথা মনত ৰাখি মাজে-সময়ে তেওঁ বাৰীতে থকা ডিমৰু জোপাৰ পৰা ডিমৰু ছিঙি আনি নিজেই কাটি-কুটি আমাৰ মাক খুৰাৰ বাবে ৰান্ধিবলৈ দিছিল। খুৰায়ো সেয়া বৰ তৃপ্তিৰে খাইছিল।

১৯৩৯-৪০ চন মানৰ কথা। তেতিয়া দেশজুৰি ব্ৰিটিছ বিৰোধী ঢৌ। কংগ্ৰেছৰ নেতৃত্বত আন্দোলন চলিছে। আমি আছিলো তেতিয়া পাঠশালাৰ ছাত্ৰী। বিদ্যালয়ৰ পৰা উভতি আহি আমাৰ ঘৰত খুৰাৰ সৈতে অমিয় কুমাৰ দাস খুৰা, বিজয় ভাগৱতী খুৰা আৰু ৰুদ্ৰ বৰা খুৰাক আলোচনাত ব্যস্ত হৈ থকা দেখা পাইছিলো। পিছত আমি গম পাইছিলো যে তেওঁলোকে ব্ৰিটিছৰ বিৰুদ্ধে কংগ্ৰেছ দলৰ আন্দোলনৰ কথা আলোচনা কৰিছিল।

তেজপুৰৰ আমাৰ মূল ঘৰটোৰ পিছফালেও এটা ঘৰ আছিল। তাতেই সেই সময়ছোৱাত থাকিবলৈ লৈছিল খুৰাই। তেওঁলোকৰ বৈঠকো তেতিয়া তাতেই হৈছিল। তেওঁলোকক চাহ-জলপান যোগাৰ দিয়াৰ ভাৰ পৰিছিল মোৰ ওপৰতে। মোৰ কামত খুৰাও বৰ সন্তুষ্ট আছিল।

তেজপুৰত থাকোঁতে খুৰাৰ সৈতে অমিয় খুৰাৰ দাস খুৰা থকা ব্ৰহ্মাণ্ড বাবুৰ ঘৰলৈ যোৱাৰ কথা এতিয়াও মনত আছে। আমি যেতিয়া গৈছিলো তেতিয়ালৈ অমিয় খুৰাই পুষ্পলতা খুৰীক বিয়া কৰোৱা নাছিল। বিয়াৰ পিছত দুয়োজনকে লগ পোৱাৰ সৌভাগ্য ঘটিছিল; কিন্তু মোৰ বিবাহ হৈ যোৱাৰ পিছত তেওঁলোকক আৰু লগ পোৱা নাছিলো।

একেবাৰে খং-ৰাগ নথকা খুৰাই সদায় খদ্দৰ কাপোৰ পৰিধান কৰিছিল। আনকি ওকালতি কৰাৰ সময়তো খদ্দৰ কাপোৰৰ ছুটহে পৰিধান কৰিছিল। তেওঁৰ সেই ছুট বহুদিনলৈ আমাৰ মাই সযতনে ৰাখি থৈছিল। সত্যাগ্ৰহ কৰি খুৰাই কেইবাবাৰো কাৰাবাস খাটিবলগীয়া হৈছিল। এবাৰ বোলে তেওঁক গুৱাহাটীত ডি এছ্ পি হৈ থকা আমাৰ বৰদেউতাই (প্ৰয়াত ক্ষীৰকান্ত বৰুৱা) ধৰাই দিছিল। পিছত বৰদেউতাই পিন্ধি থকা কাপোৰযোৰ খুলি জুইত দিছিল

আৰু 'কেতিয়াও এই কাম নকৰো' বুলি চাকৰি এৰি গুচি আহিছিল। এইবোৰ কথা আমি মাৰ মুখত শুনা।

১৯৪২-৪৪ চনমানৰ ভিতৰত শাৰীৰিক অসুস্থতাৰ বাবেই খুব সম্ভৱতঃ খুৰাই গুৱাহাটীত থাকিবলৈ লৈছিল। গুৱাহাটীত তেওঁ আছিল ডাঃ ভুবনেশ্বৰ বৰুৱাৰ সৈতে। মোৰো ইতিমধ্যে বিবাহ যৈ যোৱাত হাজোত থাকিবলৈ লৈছিলো। তেতিয়া মোৰ স্বামীয়ে (প্ৰয়াত উপেন্দ্ৰনাথ ভাগৱতী) আমাৰ খুৰাৰ খবৰ-খাতি লৈ থকাৰ লগতে মাজে সময়ে হাজোৰ কাৰৈমাছ আৰু দৈ তেওঁৰ বাবে গুৱাহাটীলৈ লৈ গৈছিল।

১৯৪৫ চনৰ ১১ আগষ্ট। আচম্বিতে তেনেকুৱা দিন এটা আহিব বুলি সপোনতো ভবা নাছিলো। আমি আছিলো হাজোৰ স্বামী-গৃহতে। আগদিনা গুৱাহাটীলৈ যোৱা মোৰ স্বামী সেইদিনা পুনৰ ঘৰলৈ উভতিছিল। আচৰিত হৈছিলো। খুৰাৰ মৃত্যুৰ খবৰটো ঘৰৰ সকলোকে দি শেষতহে মোক জনাইছিল। মোৰ কি কৰো-নকৰো লাগিছিল। খুৰাৰ সৈতে শেষ দেখা কৰাও নহ'ল। যিটো কথাই আজিও কেতিয়াবা দুখ দিয়ে। খুৰাৰ মৃত্যুৰ সময়ত আমাৰ মা-দেউতা কোনোৱেই উপস্থিত থাকিব পৰা নাছিল। সিংহপুৰুষ প্ৰয়াত ৰাধাগোবিন্দ বৰুৱাৰ সৈতে বিবাহ-পাশত আবদ্ধ হোৱা মোৰ ডাঙৰ বাইদেউৰ (প্ৰয়াত লিলি বৰুৱা) অকাল মৃত্যুত দেউতা একেবাৰে অসুস্থ হৈ পৰিছিল। সেয়ে তেওঁক তেজপুৰৰ ঘৰত অকলে এৰি থৈ যাব পৰা নাছিল মায়েও। খুৰাৰ মুখাগ্নি কৰিছিল বৰদেউতাৰ পুত্ৰ তুনিদাদাই (প্ৰয়াত তপন বৰুৱা)। গুৱাহাটী-তেজপুৰ দুয়ো ঠাইতে শ্ৰাদ্ধ কৰা হৈছিল। উল্লেখ্য যে খুৰাৰ জন্ম হৈছিল ১৮৯৩ চনৰ ২৫ এপ্ৰিলত। ❒

# ১৯৯৩ চনৰ ১১ আগষ্টৰ ত্যাগবীৰ হেম বৰুৱাৰ জন্ম শতবাৰ্ষিকীৰ অনুষ্ঠানত—

—হিতেশ্বৰ শইকীয়া

ভাৰতৰ স্বাধীনতাৰ সংগ্ৰামত অসমবাসীক যিসকল নেতাই নেতৃত্ব দিছিল সেইসকলৰ ভিতৰত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা এগৰাকী অন্যতম বৰেণ্য নেতা। ১৯২১ চনৰ পৰা ১৯৪৫ চনলৈকে সুদীৰ্ঘ আঢ়ৈ দশক কালজুৰি ভাৰতৰ জাতীয় জীৱনৰ এক ক্ৰান্তিকাৰী সন্ধিক্ষণত তেখেতে অসমবাসীক নেতৃত্ব দিছিল। জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত ১৯২১ চনৰ পৰা স্বাধীনতা যুঁজখন আৰম্ভ হোৱাৰ সময়ৰে পৰা ১৯৪২ৰ গণ আন্দোলনলৈ অসমত স্বাধীনতা সংগ্ৰাম সংগঠিত আৰু পৰিচালনা কৰাত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই যি মহান অৱদান দি গৈছে, সেয়া সঁচাকৈয়ে অতুলনীয়। দেশৰ কাৰণে সৰ্বস্ব ত্যাগ কৰা একনিষ্ঠ দেশব্ৰতীৰূপেই তেখেত জনাজাত। স্বৰ্গীয় বৰুৱা ডাঙৰীয়াই ছাত্ৰ অৱস্থাতেই দেশসেৱাত আত্মনিয়োগ কৰে আৰু নিজৰ নিমিত্তে এক মুহূৰ্তও চিন্তা নকৰি, নিজৰ ব্যক্তিগত সুখ-স্বাচ্ছন্দ্য একেবাৰেই ত্যাগ কৰি গোটেই জীৱনটো চিৰকুমাৰ হিচাপে কটাই স্বাধীনতা লাভৰ চেষ্টাতে জীৱনৰ শেষ নিশ্বাস ত্যাগ কৰে। ধন-দৌলত, সুখ-স্বাচ্ছন্দ্য, মানৱ-গৌৰৱ, সাংসাৰিক বিষয়-বাসনা সকলো এৰি দেশৰ কাৰণেই তেখেতে জীৱন-যৌৱন সৰ্বস্ব দান কৰি থৈ গৈছে। এনে অনুপম আদৰ্শস্থানীয় লোক সাধাৰণতে বিৰল।

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাদেৱেই দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা, লক্ষ্মীধৰ শৰ্মা, অমিয় কুমাৰ দাস আদি তাহানিৰ ছাত্ৰ-নেতাসকলৰ সহযোগত অসমৰ ছাত্ৰ সমাজক স্বাধীনতা আন্দোলনত সংগঠিত কৰাত আগৰণুৱাৰ ভূমিকা লৈছিল।

তেখেতসকলৰ উদ্যমতে ভাৰতৰ ভিতৰতে প্ৰথম প্ৰাদেশিক ভিত্তিক ছাত্ৰ-সংগঠন, অসম ছাত্ৰ সন্মিলনী আমাৰ ৰাজ্যত গঢ়ি উঠিছিল। স্বাধীনতা আন্দোলনৰ হকে কাম কৰাৰ উপৰি ইয়াৰ যোগেদিয়েই অসমৰ ছাত্ৰ সমাজে মাদকদ্ৰব্য নিবাৰণ, নিৰক্ষৰতা দূৰীকৰণ, কলাজ্বৰ, মেলেৰিয়া আদি ৰোগ নিবাৰণ, গাঁও সংগঠন আদি জনহিতকৰ কামত মনোনিবেশ কৰিছিল। প্ৰায় কুৰি বছৰৰো অধিক কাল হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই অসম ছাত্ৰ সন্মিলনীক নেতৃত্ব দিছিল আৰু অতিশয় দক্ষতাৰে গঠনমূলক কামৰ জৰিয়তে ইয়াক আগবঢ়াই লৈ যাবলৈ সক্ষম হৈছিল। চিৰকুমাৰ বৰুৱাদেৱে গোটেই জীৱনটো ছাত্ৰ হিচাপেই কটাইছিল আৰু ছাত্ৰসকলৰ ওপৰত তেওঁৰ প্ৰভাৱ সদায় অটুট আছিল। তেখেতে অসমৰ যুৱ সমাজৰ গঢ় দিওঁতা, আদৰ্শস্থানীয় নেতা আছিল। বি এ, বি এল ডিগ্ৰী লোৱাৰ পিছতো চাকৰি বা ওকালতি কোনো ফালেই মন নেমেলি ৰাজ্যৰ ডেকা-শক্তিক জাতীয় মনোভাবেৰে সংগঠিত কৰাৰ কামতেই তেওঁ লাগি থাকিল। অসহযোগ আন্দোলন, আইন অমান্য আন্দোলন, ভাৰত-ত্যাগ আন্দোলন আদি স্বাধীনতা যুঁজৰ আটাইকেইটা পৰ্য্যায়তে তেখেতে যি অসীম সাহস, বিচক্ষণতা আৰু দেশপ্ৰেমৰ মনোভাব দেখুৱাই অসমবাসীক নেতৃত্ব দি গ'ল, সেয়া সঁচাকৈয়ে অতুলনীয়। তাৰ বাবে কেইবাবাৰো তেওঁ কাৰাবাস বৰণ কৰিবলগীয়া হৈছিল আৰু নিৰ্য্যাতনো ভোগ কৰিছিল। ছাত্ৰাবস্থাৰে পৰা তেখেতে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ গুৰুত্বপূৰ্ণ বিষয়ববীয়া হিচাপে কাৰ্য্যনিৰ্বাহ কৰি বহুদিন ইয়াৰ সভাপতি হিচাপেও কাম চলাইছিল আৰু অসম কংগ্ৰেছক সাংগঠনিক দিশত অতিশয় শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰিছিল।

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাদেৱ অসামান্য সাংগঠনিক শক্তিৰ অধিকাৰী বিচক্ষণ ৰাজনৈতিক নেতাই নহয় এজন দাৰ্শনিক আৰু অসাধাৰণ পাণ্ডিত্যপূৰ্ণ জ্ঞানী লোক আছিল। লগে লগে তেখেত আছিল এজন আদৰ্শমূলক দেশকৰ্মী— যাৰ কাৰণে দল গঢ়া আৰু শক্তিশালী কৰাৰ বাবে কোনো কামেই তুচ্ছ নাছিল, কোনো শ্ৰমেই অত্যধিক নাছিল।

তেখেত আছিল বিপ্লৱী, আদৰ্শবাদী, দূৰদৃষ্টিসম্পন্ন দেশসেৱক, সাধক পুৰুষ। তেখেতৰ ধীৰ-গম্ভীৰ, ধৈৰ্য্যশীল, যুক্তিবাদী আৰু গঠনমূলক দৃষ্টিভংগীয়ে যেনেদৰে সবাকো আকৰ্ষিত কৰিছিল তেনেকৈ তেখেতৰ সংযম, উদাৰতা,

দয়া, প্ৰেম, অনুশাসনবোধ আদি গুণাৱলীয়ে আটাইৰে মনত তেখেতক শ্ৰদ্ধাৰ পাত্ৰ কৰি তুলিছিল। সুদৃঢ় ব্যক্তিত্ব, নিঃস্বাৰ্থ দেশপ্ৰেম, চাৰিত্ৰিক দৃঢ়তা আৰু আদৰ্শৰ উচ্চমুখিতাই তেখেতক এজন আদৰ্শ জননেতা কৰি তুলিছিল। অসমৰ দুৰ্ভাগ্য যে আৰম্ভণিৰে পৰা স্বাধীনতা আন্দোলনৰ গুৰি ধৰা এইজন প্ৰকৃত দেশসেৱক, জননেতাক অকালতে হেৰুৱাবলগীয়া হ'ল। স্বাধীনতা আন্দোলনক শীৰ্ষ বিন্দুলৈ তেখেতে তুলি আনিলে। কিন্তু দুখৰ বিষয় ভাৰত স্বাধীন হোৱা তেখেতে দেখিবলৈ নাপালে। দুৰাৰোগ্য ৰোগত শয্যাশায়ী হৈ থাকিও জীৱনৰ অন্তিম মুহূৰ্তলৈকে অসমবাসীক নেতৃত্ব দি ত্যাগবীৰ বৰুৱা ডাঙৰীয়াই ১৯৪৫ চনৰ ১১ আগষ্ট তাৰিখে শেষ নিশ্বাস ত্যাগ কৰে।

চলিত ১৯৯৩ চনৰ বছৰটো ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাদেৱৰ জন্ম-শতবাৰ্ষিকী বছৰ। তেখেতৰ জন্ম শত-বাৰ্ষিকী উপলক্ষে পতা এই অনুষ্ঠানত মহান অৱদান, কৰ্মৰাজি আৰু আদৰ্শৱলী আজি অতিশয় শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে সোঁৱৰণ কৰিছোঁ। তেখেতৰ পৱিত্ৰ স্মৃতিৰ উদ্দেশ্যে আন্তৰিক শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছো। লগতে স্বৰ্গীয় ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাদেৱৰ আদৰ্শ অনুকৰণ কৰি দেশ গঢ়াৰ কামত ব্ৰতী হ'বলৈ আমাৰ সকলো শ্ৰেণীৰ ৰাইজলৈ মই আহ্বান জনালো। দেশখনৰ স্বাধীনতা, অখণ্ডতা আৰু জাতীয় ঐক্য সাধনৰ বাবে যি মহান আদৰ্শ তেখেতে দেখুৱাই থৈ গৈছে, তাক অব্যাহত ৰাখিব পাৰিলেহে সেইজনাৰ মহান আত্মাৰ প্ৰতি আমাৰ শ্ৰদ্ধাঞ্জলি জনোৱা সাৰ্থক হ'ব। ❐

# লেখক পৰিচিতি

১। **অমিয় কুমাৰ দাস ঃ** বিশিষ্ট স্বাধীনতা সংগ্ৰামী, ত্যাগবীৰ হেম বৰুৱাৰ অভিন্ন হৃদয়, সাংবাদিক, সাহিত্যিক, প্ৰকৃত গান্ধীবাদী আৰু পৰৱৰ্তী কালৰ জনপ্ৰিয় মন্ত্ৰী। গান্ধীজীৰ 'মোৰ সত্য অন্বেষণৰ কাহিনী'ৰ অসমীয়া ভাঙনি তেওঁৰ অমৰ কৃতী।

২। **ৰবীন কাকতি ঃ** স্বাধীনতা সংগ্ৰামী, বিশিষ্ট বনুৱা নেতা, প্ৰাক্তন সাংসদ আৰু সাহিত্যপ্ৰেমী। অসম ৰাজ্যিক মুক্তি-যুঁজাৰু সন্মিলনৰ সভাপতি হিচাপে তেওঁৰ আশাসুধীয়া প্ৰচেষ্টাত মুক্তিযুঁজাৰু জিৰণি ঘৰ প্ৰতিষ্ঠিত হয়।

৩। **পুষ্পলতা দাস ঃ** ছাত্ৰী অৱস্থাৰ পৰা স্বাধীনতা সংগ্ৰামত যোগদান। দুবাৰকৈ কাৰাবাস। প্ৰাক্তন সাংসদ (ৰাজ্যসভাৰ) সু-বক্তা আৰু সু-লেখিকা। ৰাজনীতিৰ পৰা অৱসৰ লৈ ভূ-দান আন্দোলন, সৰ্বোদয় আন্দোলন কস্তুৰবা ট্ৰাষ্ট আদি আৰু আন বহুতো সামাজিক অনুষ্ঠানৰ নেতৃত্ব গ্ৰহণ।

৪। **ৰজনীকান্ত গোস্বামী ঃ** স্কুলীয়া কালৰ পৰা স্বাধীনতা সংগ্ৰামী। অসম ছাত্ৰ সন্মিলনীৰ প্ৰাক্তন সাধাৰণ সম্পাদক আৰু বিশিষ্ট আইনজীৱী।

৫। **বনমালী শৰ্মা ঃ** সাংবাদিক, নিবন্ধকাৰ আৰু শিক্ষাবিদ। স্বাধীনতা সংগ্ৰামৰ বাহিৰত থাকিও ত্যাগবীৰৰ অতিকৈ গুণমুগ্ধ ব্যক্তি; এগৰাকী চিন্তাবিদ।

৬। **স্বৰ্ণপ্ৰভা মহন্ত ঃ** বিয়াল্লিশৰ স্বাধীনতা সংগ্ৰামী; মহিলা সংগঠক আৰু সমাজসেৱী। পিছৰ কালত অসমৰ মন্ত্ৰী আৰু সাত্বিক গান্ধীবাদী।

৭। **অনু ভাগৱতী ঃ** ত্যাগবীৰৰ ভতিজা জী। হাজোৰ প্ৰয়াত উপেন্দ্ৰনাথ ভাগৱতীৰ পত্নী। এগৰাকী বিশিষ্টা সমাজসেৱী আৰু চিন্তাবিদ।

৮। **নাৰায়ণ চন্দ্ৰ ভূঞা ঃ** বিয়াল্লিশৰ আন্দোলনৰ আগে আগে জামুগুৰিৰ এইজন ডেকাক অমিয় কুমাৰ দাসে ৰুগীয়া হেমচন্দ্ৰ

বৰুৱাৰ সহায়কাৰী হিচাপে আনি দিছিল। কংগ্ৰেছ অফিচত থাকি ভূঞাই বৰুৱাৰ পৰিচৰ্য্যা কৰাৰ বাহিৰেও আন্দোলনকাৰীসকলৰ লগত যোগসূত্ৰ ৰক্ষা কৰিছিল। পিছৰ কালত চতিয়া সমষ্টিৰ বিধায়ক।

৯। **শিৱপ্ৰসাদ বৰুৱা ঃ** ৯৭-বছৰীয়া বৰুৱা সাহিত্যিক, সাংবাদিক। এতিয়াও 'বৰদৈচিলা'ৰ সম্পাদনা কৰি আছে। মুক্তি-যুঁজাৰু সন্মিলন, গান্ধীমাৰ্গ, গো-সেৱা সমিতি, সৰ্বোদয় আন্দোলন আদিৰ লগত বৰুৱা জড়িত।

১০। **কামাখ্যাপ্ৰসাদ দাস ঃ** ভাৰতৰ স্বাধীনতা সংগ্ৰামী, বিশিষ্ট গান্ধীবাদী, অখিল ভাৰত চৰ্‌খা সংঘত ব্ৰতী আৰু খাদী বিপ্লৱৰ এগৰাকীয় নায়ক, অখিল ভাৰতীয় মুক্তিযুঁজাৰু সংঘৰ সভাপতি, সমাজ অধ্যয়নশীল সমাজ সংস্কাৰক আৰু জাতিৰ সেৱাত এক উৎসৰ্গিত জীৱন।

১১। **পদ্ম হাজৰিকা ঃ** স্বাধীনতা ৰণৰ অনিৰুদ্ধ যোদ্ধা, ছাত্ৰাৱস্থাৰে পৰা সমাজবাদী আন্দোলনৰ সক্ৰিয় কৰ্মী, বিশিষ্ট লিখক আৰু গ্ৰন্থকাৰ, গ্ৰন্থ সংকলক, কামৰূপ জিলা মুক্তিযুঁজাৰু সন্মিলনৰ সভাপতি, এগৰাকী অধ্যয়নশীল আৰু নিষ্ঠাৱান সমাজসেৱী।

১২। **ড° সত্যেন্দ্ৰনাথ শৰ্মা ঃ** বিশিষ্ট শিক্ষাবিদ, গৱেষক, পণ্ডিত, গধুৰ চিন্তাশীল ৰচনাৰ লগতে 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'কে ধৰি বহু গ্ৰন্থৰ লিখক, বিশিষ্ট প্ৰাচ্যতত্ত্ববিদ, বহুত ভাৰতীয় আৰু আন্তৰ্জাতিক পণ্ডিত আৰু গৱেষণা অনুষ্ঠানৰ লগত সম্পৰ্কিত।

১৩। **কৃষ্ণ শৰ্মা ঃ** বিশিষ্ট মুক্তিযুঁজাৰু আৰু সমাজ সংগঠক, শ্ৰম বিভাগ তথা ভাৰতৰ সাৰ নিগমৰ প্ৰাক্তন জন-সম্পৰ্কৰক্ষী বিষয়া, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিসৌধ নিৰ্মাণৰ কাৰ্য্যত মুখ্য ভূমিকা গ্ৰহণ কৰোঁতা।

১৪। **কনক চন্দ্ৰ শৰ্মা ঃ** এগৰাকী গৱেষক আৰু চিন্তাবিদ, এগৰাকী সুদক্ষ প্ৰশাসক, বহুকেইখন গ্ৰন্থৰ ৰচক আৰু সংকলক, প্ৰাচ্যতত্ত্ব অধ্যয়ন কেন্দ্ৰৰ সম্পাদক, ঐতিহাসিক আৰু তাত্ত্বিক বিষয়ত আত্ম-নিয়োগকাৰী, অসম সাহিত্য সভাৰ উপ-সভাপতি।

১৫। **মুনীন্দ্ৰ নাথ বৰকটকী :** বিশিষ্ট সাংবাদিক, তত্ত্বমূলক অধ্যয়নত এটা সমৰ্পিত জীৱন, প্ৰসিদ্ধ গল্পকাৰ আৰু প্ৰবন্ধকাৰ, ভাৰতীয় চিন্তাৰ ক্ষেত্ৰত ওতঃপ্ৰোতভাৱে জড়িত অধ্যয়নশীল আৰু সমালোচক।

১৬। **অতুলচন্দ্ৰ হাজৰিকা :** বিশিষ্ট শিক্ষাবিদ, বহুসংখ্যক নাটক আৰু শিশু সাহিত্যৰ স্ৰষ্টা, কটন কলেজৰ অসমীয়া বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক, অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক আৰু পিছত সভাপতি।

১৭। **যতীন গোস্বামী :** ১৯৪২ চনৰ স্বাধীনতা ৰণৰ ৰণুৱা, ছাত্ৰাৱস্থাৰে পৰা সমাজবাদী আন্দোলনৰ সক্ৰিয় কৰ্মী, সাহিত্যিক, সাংবাদিক আৰু গৱেষক, অসম সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি, প্ৰাচ্যতত্ত্ব অধ্যয়ন কেন্দ্ৰৰ সভাপতি, কামৰূপ জিলা মুক্তি-যুঁজাৰু সন্মিলনৰ কাৰ্য্যকৰী সভাপতি।

১৮। **হিতেশ্বৰ শইকীয়া :** এগৰাকী শিক্ষাবিদ, ৰাজনীতিবিদ আৰু চিন্তাবিদ, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী, এগৰাকী সংস্কৃতিৱান আৰু অধ্যয়নশীল পুৰুষ।

## শিল্পীৰ হস্তাংকনত ত্যাগবীৰ



শিল্পী ঃ (নাম জনা নগ'ল)



ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা

# কেমেৰাত বন্দী হেমচন্দ্ৰ বৰুৱা



ত্যাগবীৰ আৰু তেখেতৰ জ্যেষ্ঠ ভ্ৰাতৃ প্ৰিয়লাল বৰুৱা



গুৱাহাটীত নির্মিত ত্যাগবীৰ স্মৃতিসৌধ

সৌজন্য ঃ কৃষ্ণ শৰ্মা

# কানীয়াৰ আমেজ আৰু প্ৰতিজ্ঞা

ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই অসমত কানি বৰবিহে অসমীয়া জাতিটোৰ একাংশক কেনেদৰে নিষ্কৰ্মা, সোপাটিলা কৰি সৰ্বনাশ কৰাৰ উপৰি অৰ্থনৈতিক দিশত কিদৰে সৰ্বনাশ কৰিছিল সেই কথা ভালকৈয়ে অনুধাৱন কৰিছিল আৰু কংগ্ৰেছৰ মাদক-দ্ৰব্য বিৰোধী কাৰ্য্যসূচী কিদৰে ৰূপায়ণ কৰিছিল সেই কথাৰ বিতং আলোচনা বিভিন্ন স্থানত আলোচিত হৈছে। এই কাৰ্য্যসূচীৰ অন্তৰ্গত এটা ঘটনাৰ চিত্ৰ এনেধৰণেৰে অংকিত কৰিছে প্ৰবন্ধকাৰ শ্ৰীকামাখ্যা প্ৰসাদ দাসে ঃ

আমাৰ কেম্প তেতিয়া সৰ্থেবাৰীত। এদিন কেইজনমান ডেকা ল'ৰাই খবৰ দিলেহি যে এজন কানীয়াই তেওঁৰ পট্টাৰ কানি কিনি আনি ঘৰত খাবলৈ আৰম্ভ কৰিছে। খবৰটো পায়েই আমি ওলালো। লগত ওলাল বহুত ডেকা ল'ৰা; যেন এটি শোভাযাত্ৰাহে।

মানুহজনৰ ঘৰলৈ গৈ দেখিলো যে মজিয়াত বহি মানুহজনে কানি খোৱাৰ জোগাৰ কৰিছে। এটা ভগা কেৰাহীৰ কাষত একুৰা জুই। .........তাতে এখন খোলাত পকা পাণৰ লগত ভাজি লোৱা আফিং। সন্মুখত এটা ভঙা কলহৰ ডিঙিত ('ভেম' বুলি কয়) বহুৱাই লোৱা এটা হোকাৰ ওপৰত এটা চিলিম; চিলিমটোৰ ওপৰৰ খণ্ডটো নাই (তেওঁলোকৰ ভাষাত সেইটোৰ নাম 'লিটিম'।) হোকাৰ ফুটাটোৰ পৰা কানীয়াই মুখেদি টানিব পৰাকৈ এডাল নলী (পাইপ)। এডাল সৰু শলাৰে লিটিমৰ মূৰত এটা কানিৰ (পাণৰ লগত ভজা) 'টিকিৰা' দি তাত আন এডাল বাঁহৰ শলাৰে জুই লগাই দি গাৰ সমস্ত শক্তিৰে নলীডালেৰে হুপি ধোঁৱাখিনি মুখৰ ভিতৰলৈ নি আৰু লগে লগে জ্বলা টিকিৰাটো ফুক মাৰি উৰাই দিয়েই ধোঁৱাখিনি বাহিৰলৈ ওলাব নিদি ভিতৰলৈ নোযোৱালৈকে চকু দুটা মুদি যিটো ভংগীৰে ওঁঠ দুটা চেপি ধৰি থাকে তাক বুজাব পৰা ভাষা মোৰ নাই। এইদৰে এটাৰ পিছত এটাকৈ তেওঁ আমাৰ সন্মুখতে বহুত টিকিৰা হুপিলে— প্ৰায় এক-ডেৰ ঘণ্টাৰ ভিতৰত)।

আমি কানি খোৱাৰ পৰিণামৰ কথা কৈয়েই আছো; তাঁলৈ তেওঁৰ ভ্ৰূক্ষেপ নাই।

এটা সময়ত তেওঁৰ কানি হোপা শেষ হ'ল। তাৰ পিছত তেওঁ দহ-পোন্ধৰ মিনিটমান চকু মুদি বহি আছে। এবাৰচোন তেওঁ ৰূপৰ কিবা পৰিৱৰ্তন দেখুৱালে আৰু তেওঁ হোকাটো হাতত তুলি লৈ 'ছালা তোৰ মূৰটোকে ভাঙি পেলাও" বুলি পোনে পোনে মোৰ ফালে হোকাটো মাৰি পঠালে; ভাগ্যে হোকাৰ কোবে মোক নাপালে। হোকা পৰিলগৈ দেনাপাৰাখনত (পিৰালিক আঁৰ কৰি দিয়া সৰু বেৰখনত)। হোকাটো টুকুৰা-টুকুৰ হৈ ভাগি গ'ল, হোকাৰ পানী ছিটিকি আহি পৰিল মোৰ গাত।

এটা ভেকেটা-ভেকেট গোন্ধ বিয়পি পৰিল। আমিও ক'বলৈ সুযোগ পালো; ক'লো, 'চোৱা, এই হোকাৰ নলী আৰু গাত আধা ইঞ্চিমান ডাঠ জমা হোৱা 'খাখৰী'ৰ নিচিনা ময়লাবোৰ তোমাৰ শৰীৰৰ ভিতৰৰ নলীবোতো জমা হৈছে— যাৰ ফলত তুমি মুকলিকৈ উশাহ ল'ব নোৱাৰা হৈছা; কানি হুপি থাকিলে ক্ৰমান্বয়ে তোমাৰ ভিতৰৰ নলীবোৰ সম্পূৰ্ণ বন্ধ হৈ যাব আৰু সেইবোৰেই তোমাৰ মৃত্যু পৰ্য্যন্ত ঘটাব ইত্যাদি।

কথাৰ দৰৱে কাম দিয়া যেন লাগিল। কিছু সময় তেওঁ চিন্তা কৰি হঠাতে হুকহুককৈ কান্দিবলৈ ধৰিলে আৰু 'আজিৰ পৰা এই বিষ্ঠা নাখাওঁ' বুলি আমাৰ আগতে শপত খালে। তাৰ পিছত কানিৰ পট্টাখন নিজে জুইত জাপি দি পুৰি পেলালে। ৰাইজে হৰিধ্বনি দি তেওঁক আশীৰ্বাদ দিলে। ❐

# মুছোলিনিৰ এখনি চিঠি

—হেমচন্দ্ৰ বৰুৱা

মানুহে নিজৰ প্ৰয়োজনৰ, নিজৰ দাবীৰ ভিতৰেদি নিজক প্ৰকাশ নকৰে। মানুহে নিজক প্ৰকাশ কৰে ত্যাগৰ দ্বাৰা; কিন্তু এই ত্যাগ পুৰিভোজী, গাঁজাখোৰ, গাত ছাঁই-ভস্ম সনা সন্ন্যাসীৰ ত্যাগ নহয়। এই ত্যাগ হৈছে সাধকৰ, প্ৰকৃত সন্ন্যাসীৰ। এই ত্যাগৰ ভিতৰত সৃষ্টিৰ যি শক্তি আছে সেই শক্তিয়েই মানুহৰ ঘৰক, মানুহৰ সমাজক, মানুহৰ সভ্যতাক ঠন ধৰাই তুলিছে। তলত দিয়া চিঠিখনৰ ভাঙনিয়েই ত্যাগৰ অপৰিসীম শক্তিৰ আভাস দিব।

(১)

বন্ধু!

আশাহীন যৌৱনৰ নিৰানন্দ স্মৃতিৰ মেটমৰা ভাৰখন খন্তেকলৈ নমাই থ'ব পাৰোঁ বুলিয়েই তোমালৈ এই চিঠিখন লেখিছোঁ। মই তোমাক কাবৌ কৰি মাতিছোঁ চিঠিখনৰ কথাখিনি যেন কাৰো আগত নোকোৱা— ই মোৰ অন্তৰৰ কথা। এজনী তিৰোতাত বাজে দ্বিতীয়জনে এই বিষয়ে একোকে নাজানে। চিঠি পঢ়ি আকৌ তুমি মাত্ৰ মোৰ অনন্ত নিৰ্য্যাতনৰ কথা জানিব পাৰিবা। আশাকৰো এই ব্যথিতৰ মৰ্মবেদনাক শ্ৰদ্ধাৰ চকুৰে চাবা।

তিৰোতাজনীৰপৰা বিদায় লৈ ৯ জুলাইৰ দিনা মই গোয়ালটিৰাই নগৰৰপৰা খোজ ল'লোঁ। সেইদিনা বুধবাৰ। পাৰ্মাৰ্পৰা মিলান, মিলানৰপৰা চায়ছোলৈ আহোঁতে মোক ভোকে-পিয়াহে জ্বলা-কলা কৰিলে। চায়ছোত উপস্থিত হৈ এখন বাতৰি কাকত হাতত লৈ ওপৰে ওপৰে চকু ফুৰাওঁতে হঠাৎ চকুত পৰিল যে ৰাজদ্ৰোহৰ অপৰাধত মোৰ পিতা বন্দী হৈছে। মন বৰ চঞ্চল হৈ উঠিল। এবাৰ ভাবিলোঁ, ঘৰলৈ উলটি যাওঁ; কিন্তু জীৱনৰ বাটত ইমানদূৰ বাটকুৰি বাই আহি আকৌ উলটিবলৈ মনে মোক নক'লে।

টকা থোৱা থুনুপাকৰ তলি উদং কৰি এখন টিকট কিনি লোকার্ণোলৈ যোৱা ৰেলত উঠিলোঁ। খিড়িকীৰ ওচৰত থিয় দি বাহিৰৰ ফালে চাবলৈ ধৰিলোঁ। তেতিয়া ৰাতি হ'বলৈ ধৰিছে আৰু সেই ৰাতিয়ে যেন মোৰ ভোকৰ ৰঙৰ লগতে ৰং চৰাই এক অপূৰ্ব মূৰ্তি ধৰি আহিছে। দূৰৰ পৰ্বতৰ টিঙত থকা বৰফৰ ওপৰত আকাশৰপৰা জোনে পোহৰ ছটিয়াই দিছে, ওচৰৰ পৰ্বতবোৰে বিৰাট দৈত্যৰ দৰে থিয় দি আছে। ইয়াৰ মাজেদিয়েই মই দেহ আৰু অন্তৰৰ ভোকত লাল-কাল হৈ যাব লাগিছোঁ,— নজনা নুশুনা ঠাইলৈ। খোটালীটোৰ আটাইবিলাক যাত্ৰীৰ ভৰ-ঘুমটি; কিন্তু মোৰ চকুত টোপনি নাই, মই ভাবত বিভোৰ।

লোকার্ণোলৈ যোৱা এজন যাত্ৰীৰ লগত ৰেলতে মোৰ চিনা-জনা হ'ল। তেখেতে লোকার্ণোৰ দৰ্জীৰ দোকান এখনত মোক এটা চাকৰি যোগাৰ কৰি দিব পাৰিব বুলি ক'লে। এই আশাতে তেখেতৰ লগত নামিলোঁ; কিন্তু আশাত নিৰাশ হ'লোঁ। চাকৰি নাপালোঁ। ভদ্ৰলোকজনে দয়াপৰবশ হৈ মোক এটা মুদ্ৰা দিলে। এই অযাচিত দান অৰ্থাৎ ভিক্ষা গ্ৰহণ কৰিবলৈ মোক মনে বাধা দিলে; মই এই দানৰ বিনিময়ত তেখেতক মোৰ এখন ধুনীয়া ছুৰী উপহাৰ দিলোঁ।

মনত আছে— সেইদিনা শনিবাৰ; বাটত যাওঁতে মোৰ দৰে এজন চিত্ৰকৰৰ লগত পৰিচয় হ'ল। দুইজনে অৰ্ব নগৰৰ ফালে খোজকাঢ়ি যাবলৈ ধৰিলোঁ। তাত বোলে কাম পায়। দুদিন খোজকাঢ়ি গৈ অৰ্ব নগৰ পালোঁ আৰু অলপ খা-খবৰ কৰাৰ পিছত এটি চাকৰি যোগাৰ কৰিলোঁ।

দিনে এঘাৰ ঘণ্টাকৈ খাটিব লাগে। সকলোৱে কাম কৰিছে, ময়ো কামত লাগি গ'লোঁ। মূৰত পাচি লৈ এশকুৰিবাৰ দিনৰ ভিতৰত ওপৰৰপৰা তললৈ ভঙা শিল লৈ উঠা-নমা কৰিব লাগে। সন্ধ্যা লগাত অনুভৱ কৰিব পাৰিলোঁ যে মোৰ গোটেই গাটোত বিষ। দেহ অৱসন্ন হৈ আহিছে। আহাৰ হ'ল আলু সিজোৱা; এসোপা খেৰৰ ওপৰত মোৰ অৱস দেহ লাং খাই পৰিল, সেয়ে হ'ল মোৰ শয্যা।

পাছ দিনা পুৱা ৫ বজাতে কামলৈ গ'লোঁ। তৃতীয় দিনা কামলৈ যাওঁতে কামৰ গৰাকীয়ে বিদ্ৰূপ কৰি ক'লে— "ইমান ভাল কাপোৰ-কানিৰে মুটিয়াৰ কাম নচলে।" খঙতে মোৰ গা কঁপিবলৈ ধৰিলে; ভাবিলোঁ— একে টাঙোনে মানুহটোৰ মূৰটো চিৰাচিৰ কৰোঁ। কিন্তু পাছমুহূৰ্ততে মনত পৰিল—

টকাৰ মোনাটো তাৰ হাততহে। সেইদিনা সন্ধিয়া মই মোৰ পাবলগীয়া ধনখিনি হিচাপ কৰি লৈ মোৰ জোতাযোৰ মেৰামত কৰিলোঁ আৰু ৰেলত উঠি লুছানৰ ফালে যাত্ৰা কৰিলোঁ। লুছানো পাই কেইদিনমান কোনো ৰকমে কটালোঁ। তাৰ পাছত হাত উদং হৈ পৰিল। জেপত কাৰ্ল মাৰ্কছৰ মোহৰ মৰা এটা তামৰ পদকৰ বাহিৰে এটি পয়চাও নোপোৱা হ'ল। গোটেই দিনটো অনাহাৰে গ'ল। সন্ধিয়া ভোকত পেট পুৰিবলৈ ধৰিলে। এখন উদ্যানলৈ গৈ এটা মৰ্মৰ মূৰ্তিৰ তলত বহিলোঁগৈ। মূৰ দাঙি চাওঁ,— মূৰ্তিটো ৱিলিয়াম টেলৰ। মোৰ ৰূপ দেখি মূৰ্তি চাবলৈ অহা মানুহবোৰ ভয়ত আঁতৰিবলৈ ধৰিলে।

সন্ধ্যা লাগিল— ৰাঙ্গনী বেলিৰ পোহৰে গছৰ আগে পাতে ধেমালি কৰিবলৈ ধৰিছে। ক্ৰমাৎ আন্ধাৰ হ'বলৈ ধৰিলে। মই উঠিলোঁ আৰু নৈৰ পাৰৰ বাটটোৱেদি যাবলৈ ধৰিলোঁ। নৈলৈ চাই মনত খেলাবলৈ ধৰিলে যে এই জীৱনৰ কি প্ৰয়োজন। কালিলৈ প্ৰভাত-সূৰ্য্যক চাই হ'ব কি?

এনেতে হঠাৎ সঙ্গীতৰ মধুৰ শব্দ বতাহত ভাঁহি আহিবলৈ ধৰিলে; নৈৰ পাৰৰ হোটেলবিলাকত একেলগে বাজনা বাজি উঠিল। সেই সুৰৰ অপূৰ্ব আহ্বানত মোৰ পীড়িত অন্তৰে ভোক পাহৰি মোক নজনোৱাকৈ নাচি উঠিল। কিন্তু ভোকৰ কোবত সিও শাম কাটিলে; মই ভোকত থিয় হৈ থাকিব নোৱাৰাত পৰিলোঁ; মোৰ ওচৰেদি আনন্দত কোলাহল কৰি নানা দেশৰ মানুহে অহা-যোৱা কৰিব লাগিছে— আনন্দ সিহঁতৰ মাতত, আনন্দ সিহঁতৰ ভঙ্গীত, আনন্দ সিহঁতৰ প্ৰতি খোজতে। কেৱল আনন্দ নাই মোৰ, আহাৰ নাই মোৰ, শয্যা নাই মোৰ! ওচৰেদি যোৱা প্ৰত্যেকটো মানুহকে ক'ব খুজিছিলোঁ— "মোক অলপ কিবা দিয়া, মই গোটেই দিনটো একো খোৱা নাই"— কিন্তু মুখেৰে সেই ভিক্ষাৰ কথা ফুটাই ক'ব নোৱাৰিলোঁ। ৰাতি হৈ আহিল। মূৰ গুজি লুকাই থাকিবতো লাগিব। শয্যাতো কোনেও নিদিয়ে; কিন্তু শয্যাহীনৰ নিমিত্তে আইনে শাস্তিৰ বিধান কৰিছে। ৰাতি দহ বজাৰপৰা এঘাৰ বজালৈ ৰাস্তাৰ ওচৰত থকা পায়খানাত বহি থাকিলোঁ। তাৰপৰা ওলাই নৈৰ ওচৰত উবুৰিয়াই থোৱা ভগা নাৱৰ তলত আশ্ৰয় ল'লোঁ। গোটেই গাটো জাৰত ঠেৰেঙা দিলে।

পুৱা উঠি বাটেদি যাওঁতে দোকান এখনৰ আয়নাত মোৰ ৰূপ দেখি নিজেই বিস্ময় মানিলোঁ। কি পৰিৱৰ্তন! বাটত গৈ থাকোঁতে গাঁৱলীয়া মানুহ

এজনক লগ পাই তেওঁক সকলো কথা ক'লোঁ। তেওঁ মোক মিছলীয়া বুলি ভাবি হাঁহিলে, কিন্তু যাবৰ সময়ত মোক কেইটামান পইচা দি গ'ল। তিলমাত্রও পলম নকৰি এখন ৰুটিৰ দোকানলৈ গৈ এটা ৰুটি কিনি পগলা কুকুৰৰ দৰে কামুৰি কামুৰি চোবাবলৈ ধৰিলোঁ। অলপ প্রকৃতিস্থ হৈ তাৰ এজন ইটালীয়ান প্রফেছৰৰ ওচৰলৈ গ'লোঁ। প্রকাণ্ড ঘৰ; দুৱাৰমুখত জোতাৰ ধূলি জাৰি ল'লোঁ। বৰ কষ্টেৰে তেখেতৰ লগত দেখা হ'ল। তেখেতে মোক দেখিয়েই খণ্ডত অগ্নিমূর্তি হৈ ক'লে— "ক'ৰ এইটো ভিখাৰী! কোনে ইয়াক সোমাবলৈ দিলে? ইয়াত একো নহ'ব— এইটো দাতব্যশালা নহয়, ওলা ইয়াৰপৰা।" মই খণ্ডতে দাঁত-মূৰ কামুৰি ওলাই আহিলোঁ।

মই এইভাৱেই যাব লাগিছোঁ— কিন্তু ক'লৈ ক'ব নোৱাৰো।"

ইতি—

মুছোলিনি

* * * *

আজি এই মুছোলিনি ইটালীৰ ভাগ্য-নিয়ন্তা। এসময়ত গোয়ালটিৰাই নামৰ নগৰৰ স্কুল-শিক্ষকৰ কামৰ বাবে অনুপযুক্ত বুলি খেদাখোৱা আৰু এই চিঠি লিখোঁতা ডোৰিয়া প্রদেশৰ কমাৰৰ ল'ৰা মুছোলিনি আজি ইটালীৰ অধিনায়ক, ফেছিজমৰ প্রৱর্তক। ৰাষ্ট্র-জগতক নতুন আদর্শত অনুপ্রাণিত কৰি তেখেতে উগ্রসাম্যবাদ (কমিউনিজম)ৰ বিৰুদ্ধে থিয় দিছে। ❐

# ৰুছিয়াৰ বিশ্বকৰ্মা

—হেমচন্দ্ৰ বৰুৱা

অতি প্ৰাচীন কালত পাৰস্য ৰাজ্যৰ উত্তৰ-পূৱৰপৰা চীনৰ পশ্চিম উপকূললৈ এই বিস্তৃত ভূভাগ বীৰ দস্যুৰ আবাসভূমি আছিল। ত্ৰয়োদশ শতাব্দীলৈকে এই ঠাইৰপৰা অসংখ্য মানুহ পঙ্গপালৰ দৰে ছেগ বুজি ওলাই চীন, য়ুৰোপ আৰু ভাৰতৰ খেতি-বাতি, বয়-বস্তু, গাঁও-ভূঁই, চহৰ-নগৰ বহুবাৰ উজাৰ কৰি মানুহ-দুনুহ কাটি-ছিঙি বুন্দামাৰ কৰিছিল। তাতাৰৰ মোঙ্গল আৰু তুৰ্কীস্থানৰ তুৰাণিকবিলাকক চীনবিলাকে 'হিয়াংনু' বুলিছিল। হিয়াংনুৰ অৰ্থ চীন ভাষাত বৰ্বৰ দস্যু। এই ঠাইৰ অসুৰ জাতিবিলাক পূৰ্বতে বৌদ্ধ ধৰ্মাৱলম্বী আছিল; কিন্তু পিছত তেওঁলোকে মুছলমান ধৰ্ম গ্ৰহণ কৰে। মুছলমান হোৱাৰ লগে লগে তেওঁলোকে হিন্দু, পাৰ্ছী, আৰৱ আদি সকলোকে তেওঁলোকৰ দাস কৰি পেলাইছিল। এই হিয়াংনুৰ গতিৰোধ কৰিবলৈ চীনাসকলে ১৫০০ মাইল দীঘল চীনৰ প্ৰাচীৰ নিৰ্মাণ কৰিছিল। কিন্তু কালক্ৰমে বিৰাট চীন সাম্ৰাজ্যও তাতাৰ মাঞ্চুৰ কৰতলীয়া হয়। কিন্তু তাতাৰ মাঞ্চুৱে আন আন তাতাৰ দলবোৰৰ দৰে মুছলমান ধৰ্ম গ্ৰহণ কৰা নাছিল। আজিকালি তাতাৰবিলাক ঘাইকৈ ৰুছ সাম্ৰাজ্যৰ অধিবাসী; নৱম শতাব্দীত এওঁলোকক 'মোগল' বুলিছিল। মোগল শব্দৰ মানে সাহসী। অতীজত এওঁলোক নানা শ্ৰেণীত বিভক্ত আছিল। চেঙ্গিজ খানে ত্ৰয়োদশ শতাব্দীত এওঁলোক সকলোকে এডাল সূতাৰে গাথে। আসুৰিক বলত বলীয়ান এই তাতাৰবিলাকৰ ভিতৰত লেখত ল'বলগীয়া দলপতি আছিল চেঙ্গিজখাঁ (১২০৬-১২৭৭)। এওঁ জগতৰ বুকুত প্ৰলয় হুঙ্কাৰ এৰি তৰোৱালৰ কোবত নগৰৰ পাছত নগৰ, চহৰৰ পাছত চহৰ, গাঁৱৰ পাছত গাঁও, দেশৰ পাছত দেশ খাস্তাং কৰি ফুৰিছিল। এওঁ আছিল জগতৰ ধূমকেতু; তেওঁৰ মৃত্যুতো ধ্বংসৰ

ভয়াবহ অধ্যায়ৰ অন্ত পৰা নাছিল। তেওঁৰ কবৰত ৪০ জনী গাভৰুক তেওঁৰ আত্মাৰ তৃপ্তিৰ নিমিত্তে বলী দি শোণিত তৰ্পণ কৰা হৈছিল। তেওঁৰ পুতেক অৰ্কাই তেওঁৰ সাম্ৰাজ্যৰ ভাৰ গ্ৰহণ কৰে। এওঁ দুই-তিনি বছৰৰ ভিতৰত প্ৰায় আধা য়ুৰোপ (বেছিভাগ পোলেণ্ড আৰু হাঙ্গেৰী) দানৱীয় শক্তি বিকাশ কৰি উজাৰ কৰিছিল। তাৰ পিছত এই বংশৰ কুব্‌লাখাঁৰ নাম উল্লেখযোগ্য। তেওঁ কম্বোলু বা আধুনিক পিকিঙত (বৰ্তমান চীনৰ ৰাজধানী) তেওঁৰ ৰাজধানী পাতে। তেওঁৰ মৃত্যুৰ পিছত এই বৃহৎ সাম্ৰাজ্য লাংলাং হৈ পৰে। টাইমুৰৰ অভ্যুদয়ৰ লগে লগে মাৰ যোৱা মোগল বা তাতাৰৰ গৌৰৱ-ৰবি পুনৰ উদয় হয়। তেওঁৰেই বংশধৰ বাবৰে পিছত ভাৰতত মোগল ৰাজ্য স্থাপন কৰে। এইভাৱে তাতাৰসকলে তেওঁলোকৰ শাসনৰ যুঁৱলী য়ুৰোপৰ পূৱফালে থকা শ্লাভ জাতিৰ, বিশেষকৈ ৰুছিয়াৰ শ্লাভবিলাকৰ কান্ধত আঁৰি দিয়ে। ৰুড়িকে জয় কৰা ৰুছিয়া তাতাৰৰ গোৰাহণিত নিস্তেজ হৈ পৰি জীৱন্মৃত অৱস্থাত প্ৰায় ২৫০ বছৰ তাতাৰৰ গোলামি খাটি কৰ-বৰঙণি যোগাই তৰণি নোহোৱাত পৰিছিল। ৰুছিয়াৰ ৰাজন্যবৰ্গই তাতাৰ দলপতি খাঁৰ দ্বাৰা পৰাস্ত হৈ গোলামৰ দৰে খাঁৰ আগত মূৰ দোঁৱাই খাঁৰ 'সুৱৰ্ণ সংঘ'ৰ (Golden Horde) আগলৈ গৈ আভূমি প্ৰণত হৈ খাঁৰ পদপ্ৰান্তত উপঢৌকন প্ৰদান কৰিছিল। অৱশেষত আইভান দি গ্ৰেটে (১৪৬২-১৫০৫) তাতাৰবিলাকক ৰণত পৰাস্ত কৰি ৰুছিয়াত মস্কোভি ৰাজ্য স্থাপন কৰে। মস্কো নগৰকে কেন্দ্ৰ কৰি এই ৰাজ্য গঠিত হৈছিল বুলি এই নামত ই এসময়ত জনাজাত আছিল। মধ্যযুগত ৰুছিয়া বৰ্বৰ অৱস্থাত আধা-ৰুছিয় আধা-য়ুৰোপীয় হৈ আছিল। ৰুড়িকৰ বংশৰ শাসনকাল ১৫৯৮ চনত শেষ হয়। তাৰ পিছত উচ্ছৃঙ্খলতা, অশান্তি আৰু অৰাজকতাই দেশ জুৰি বহে।

সপ্তদশ শতাব্দীৰ আগতে ৰুছিয়াত একছত্ৰী সম্ৰাট কোনো নাছিল। মধ্যযুগত তাতাৰ আক্ৰমণ আৰু প্ৰভাৱ ৰোধ কৰিবলৈ গৈ ৰাজন্যবৰ্গই একছত্ৰী সম্ৰাটৰ প্ৰয়োজনীয়তা বুজি 'জাৰ' উপাধি দি অপ্ৰতিদ্বন্দ্বী স্বেচ্ছাতন্ত্ৰী সম্ৰাট বংশৰ প্ৰতিষ্ঠা কৰিলে। মাইকেল ৰোমানফ এই বংশৰ প্ৰথম সম্ৰাট। ১৬১৩ চনত তেওঁ ৰাজপাটত উঠে। ১৯১৭ চনত তেখেতৰ শেষ বংশধৰ দ্বিতীয় নিকোলাছৰ পতনৰ লগে লগে ৰুছিয়াৰ সম্ৰাটতন্ত্ৰৰ অৱসান হ'ল। ১৭শ শতাব্দীৰ শেষভাগৰ এই বংশৰ এজন অসাধাৰণ অলৌকিক

শক্তিসম্পন্ন মানুহ ৰাজপাটত উঠে। তেখেতৰ নাম পিটাৰ দি গ্রেট। তেখেতৰ নাম আজিও ইতিহাসৰ পাত শুৱনি কৰি জিলিকি আছে। তেখেত ৰুছ জাতিৰ বিশ্বকৰ্মা, ৰুছক আধুনিক গঢ় দিওঁতা এৱেঁই। ৰাজ্যশাসনত এওঁ মন-প্ৰাণ উবুৰিয়াই দি লাগিল। তেখেতে কৈছিল, "মই ঘাইকৈ প্ৰজাৰহে সেৱক"। সেই সময়ৰ বলদৃপ্ত স্বেচ্ছচাৰী ৰজাৰ মুখত এনে বাণী বৰ আচৰিত আচৰিত যেন লাগে। এদিনা তেওঁ এখন উদ্যানত সোমাই কোনো জনপ্ৰাণী তাত নেদেখি কৈছিল, "মানুহবিলাকে কেৱল মোৰ আমোদ-প্ৰমোদৰ নিমিত্তেই ইমান ধন ভাঙি এই ৰমক-জমক উদ্যানখন কৰিছোঁ বুলি ভাবিছে নেকি?" তেখেতে ততালিকে ঢোল কোবাই শুনাই দিলে যে উদ্যানখন সৰ্বসাধাৰণৰ সম্পত্তি।

এখেতৰ শক্তি-সামৰ্থ্য আৰু ৰুছিয়াৰ উন্নতিকল্পে কৰা কাৰ্য্য সম্যকৰূপে বুজিবলৈ হ'লে সেই সময়ৰ ৰুছিয়াৰ অৱস্থাৰ সৈতে পৰিচয় হোৱা আৱশ্যক। সেই সময়ত ৰুছিয়া এখন অকলশৰীয়া দেশ হিচাপে জগতৰ বুকুত বিৰাজ কৰিছিল। শ্বেত সাগৰৰ (White Sea) পাৰত ৰুছিয়াৰ মাত্ৰ এটা বন্দৰ আছিল; সিও বছৰৰ বেছিভাগ সময় ডাঙৰ ডাঙৰ জাহাজৰ যাতায়াতৰ পক্ষে অসম্ভৱ আছিল। কৃষ্ণ সাগৰলৈ (Black Sea) ওলোৱা বাট তাতাৰ আৰু তুৰ্কীয়ে বন্ধ কৰিছিল; ছুইড আৰু পোলৰ ৰাজ্যই বাল্টিক সাগৰলৈ যোৱা বাট বন্ধ কৰিছিল। সেই কাৰণে ৰুছিয়াই চাইছিল এছিয়াৰ মুখলৈ আৰু ৰুছিয়া যথাৰ্থতে এছিয়াহে। ১৬৪৮ চনৰ বেষ্টফেলিয়াৰ সন্ধিত ৰুছক য়ুৰোপীয় জাতিবিলাকে ভাগ ল'বলৈ দিয়া নাছিল, কাৰণ তেতিয়া তেওঁলোকে ৰুছক য়ুৰোপীয় সমাজভুক্ত বুলি ধৰি লোৱা নাছিল। তাতাৰ জাতিৰ তলত বহুত বছৰ থাকিবলগীয়া হোৱাত ৰুছ এছিয়াটিক ভাৱাপন্ন হৈ পৰিছিল। ৰুছৰ জাতীয় সাধনা, সভ্যতা এছিয়াৰ সাধনা আৰু সভ্যতাৰ অনুযায়ী হৈ পৰিছিল। তাতাৰৰ গোৰোহণিৰপৰা মুক্ত হোৱাতো ৰুছিয়া সম্পূৰ্ণ এছিয়াটিক আৰু বৰ্বৰ বুলি য়ুৰোপীয়সকলে ধৰি লৈছিল।

এনে ৰুছিয়াক য়ুৰোপৰ জাতিসমূহৰ লগ লগাই এছিয়াটিক ভাব গুচাই য়ুৰোপীয় ভাৱাপন্ন কৰি ৰুছক সম্পূৰ্ণ য়ুৰোপীয় কৰাৰ ভাৰ ল'লে পিটাৰ দি গ্ৰেটে। সেই কাৰণে প্ৰথমতে ৰুছিয়াৰ কৃষ্ণ সাগৰ আৰু বাল্টিক সাগৰলৈ ওলোৱা বাটৰ অন্তৰায় গুচাবলৈ তেখেতে আত্মনিয়োগ কৰিলে— যাতে ৰুছিয়াৰ অকলশৰীয়াকৈ থকাটো গুচে। অলপ সময়ৰ ভিতৰতে তেখেতে এই

কামত কৃতকাৰ্য্য হ'ল। বন্দৰৰ ব্যৱস্থা হোৱাৰ লগে লগে তেখেতে যুদ্ধ-জাহাজ নিৰ্মাণ কৰোৱাত মন দিলে। পিটাৰে দেশৰ বহুতো ডেকাক নৌবিদ্যা শিকিবলৈ য়ুৰোপৰ বিভিন্ন দেশলৈ পঠালে। ইমানতে ক্ষান্ত নহৈ তেখেতে নিজে হলেণ্ডলৈ গৈ নৌবিদ্যা শিকাৰ মনস্থ কৰিলে। সেই কাৰণে ১৬৬৭ চনত ৰাজ্যভাৰৰ কাম তিনিজন বিষয়াৰ হাতত গতাই দি নিজে বহুতো অনুচৰবৰ্গ লগত লৈ হলেণ্ডলৈ যাত্ৰা কৰিলে। পিটাৰ আৰু তেওঁৰ অৰ্দ্ধসভ্য বৰ্বৰ দলটোৰ চলন-ফুৰণ, পোছাক-পৰিচ্ছদ, কথা-বতৰা, আদব-কায়দা, আও-ভাও দেখি য়ুৰোপীয় সমাজে তবধ মানিছিল আৰু আচৰিত হৈছিল। তেওঁলোক য'লৈকে গৈছিল তাত হৈ-চৈ পৰিছিল। সময়ে সময়ে পিটাৰৰ আচাৰ-ব্যৱহাৰতো বৰ্বৰতা প্ৰকাশ পাইছিল। পিটাৰ আৰু তেওঁৰ দলৰ মানুহক বাস কৰিবলৈ দিয়া ঘৰবোৰ এনেদৰে তেওঁৰ দলৰ মানুহে লণ্ডভণ্ড কৰিছিল যে সেইবিলাক মেৰামত কৰোঁতে হেজাৰ হেজাৰ টকা খৰচ হৈছিল। প্ৰুছিয়াৰ ফ্ৰেডেৰিক দি গ্ৰেটৰ ভনীয়েক উলহিমিনাই তেখেতৰ টোকাত লিখিছে, ৰুছিয়াৰ এই ভদ্ৰলোকজনে (পিটাৰ দি গ্ৰেট) আন আন ঠাইত বাস কৰা ঘৰৰ যি কাণ্ড কৰি আহিছে তাৰ্লৈ চকু দি ৰাণীয়ে এওঁলোকক থাকিবলৈ দিয়া ঘৰৰপৰা বহুমূলীয়া আচবাববোৰ আৰু ঠুনুকা বস্তুবোৰ আগতে আঁতৰাইছিল। ৰুছিয়াৰ এই আলহীবিলাক যোৱাত ঘৰৰ অৱস্থা সম্বন্ধে তেখেতে লিখিছে,— "কি ধ্বংসৰ লীলা মই দেখিলোঁ! এনে কাণ্ড মই কেতিয়াও দেখা নাছিলোঁ। জেৰুজালেম অধিকাৰ কৰাৰ আগেয়ে আৰু অধিকাৰ কৰাৰ পিছত এনে কাণ্ড হৈছে বুলি মই নাভাবোঁ।" এনে সুন্দৰ অট্টালিকাটো ৰাণীয়ে আকৌ নতুনকৈ নিৰ্মাণ কৰিব লগাত পৰিছিল। ইংলণ্ডত ৰুছিয়াৰ আলহীবিলাকক থাকিবলৈ দিয়া ঘৰৰ মালিকে গৱৰ্ণমেণ্টক ঘৰৰ মেৰামতিৰ বাবে ক্ষতিপূৰণ দিবলৈ গোহাৰি জনাইছিল। আৰু গৱৰ্ণমেণ্টে হিচাপ কৰি ঘৰ মেৰামতিৰ বাবে মালিকক ৩৫০ পাউণ্ড ৯ ছিলিং ৬ পেনি দিছিল। সেই সময়ৰ ৰুছ সভ্যতাৰ নিদৰ্শন এয়েই। এইভাৱেই য়ুৰোপৰ চাবলগীয়া সকলো ঠাই চাই অভিজ্ঞতা লাভ কৰি পিটাৰ দেশলৈ উলটিল। তেখেতে আমষ্টাৰদামৰ অলপ ওচৰতে থকা জাহাজ নিৰ্মাণ কৰা ঠাইত ৪মাহ নিজে মিস্ত্ৰি হৈ জাহাজ তৈয়াৰ কৰা সকলো নিয়ম-প্ৰণালী পুঙ্খানুপুঙ্খৰূপে শিকি ল'লে। তাত তেওঁৰ লগৰীয়া মিস্ত্ৰিবিলাকে তেওঁক 'মাষ্টাৰ পিটাৰ' বুলি মাতিছিল।

পিটাৰ দি গ্ৰেটৰ পূৰ্বে ৰাজন্যবৰ্গ আৰু অভিজাত শ্ৰেণীৰ মানুহ সকলোৱেই ৰাজ্যশাসনৰ আংশিক কৰ্তৃত্ব ভোগ কৰিছিল। পিটাৰ দি গ্ৰেটে প্ৰথমতে সুনিয়ন্ত্ৰিত এটা আমোলাতন্ত্ৰ (Bureaucracy) সৃষ্টি কৰে। ইয়াৰপৰাই য়ুৰোপৰ আন আন দেশৰ দৰে ৰুছিয়াতো এটা আমোলাতন্ত্ৰই বাহ বিস্তাৰ কৰি বহিল। সম্ৰাট এই আমোলাতন্ত্ৰৰ কলচী আছিল আৰু তেওঁৰ তলত তিনিটা কমিটী স্থাপিত হৈছিল। অভিজাত সম্প্ৰদায় ৰুছিয়াৰ স্বেচ্ছাতন্ত্ৰ ৰাজত্বৰ 'প্ৰধান ৰক্ষক আছিল; আকৌ ইপিনে এই সম্প্ৰদায়ৰপৰাই ৰুছিয়াৰ বিপ্লৱৰ প্ৰবৰ্তকবিলাকৰ আৱিৰ্ভাৱ হৈছিল। পিটাৰৰ শাসন কালৰ আগলৈকে এই সম্প্ৰদায়টো বহুতখিনি স্বতন্ত্ৰ আৰু স্বাধীন আছিল। বিপদ কালত সম্ৰাটক ধনবল আৰু জনবল দি সহায় কৰিছিল মাথোন। এই কথাটো পিটাৰে মুঠেই সহিঁব পৰা নাছিল। তেখেতে নিয়ম কৰিলে যে এই সম্প্ৰদায়ৰ সকলোৱেই ল'ৰাকালৰপৰা বুঢ়াকাললৈকে সম্ৰাটৰ সামৰিক আৰু অন্যান্য বিষয়ৰ কাম কৰিব লাগিব। এনে নকৰিলে মৃত্যুদণ্ডৰ ব্যৱস্থা হ'ল। পিটাৰ য়ুৰোপত থাকোঁতে ৰাজ্যত এটা বিদ্ৰোহ দেখা দিয়ে আৰু তেওঁ ঘূৰি অহাৰ আগতে বিদ্ৰোহ দমোৱা হয়। প্ৰায় এহেজাৰমান বিপ্লৱীক অসহনীয় যন্ত্ৰণা দি বধ কৰা হয়। পিটাৰে ইয়াৰ কিছুমানক নিজ-হাতে বধ কৰে আৰু তেওঁৰ বিষয়াসকলকো এনেভাৱে বিপ্লৱীবিলাকক হত্যা কৰিবলৈ বাধ্য কৰাইছিল। এই বৰ্বৰোচিত আৰু অমানুষিক কাৰ্য্যত ৰুছিয়াৰ জনসাধাৰণে কোনো চাঞ্চল্য প্ৰকাশ কৰা বা আচৰিত হোৱা নাছিল। এনে নাভূত-নাশ্ৰুত কাণ্ডৰপৰা ৰুছজাতি সেই সময়ত সভ্যতাৰ কোন খাপত আছিল সেইটো বুজিব পাৰি।

পিটাৰেঁ য়ুৰোপত ভ্ৰমণ কৰি য়ুৰোপৰ সামাজিক আচাৰ-অনুষ্ঠান দেখি মুগ্ধ হ'ল। ঘূৰি আহি য়ুৰোপৰ অনুকৰণত বিদ্যালয় প্ৰতিষ্ঠা কৰি য়ুৰোপৰ নানা গ্ৰন্থ ৰুছ ভাষাত অনুবাদ কৰাই সমাজ সংস্কাৰত মনপুতি লাগিল। পিটাৰে দেখিলে যে প্ৰাচীন কুসংস্কাৰৰ কেন্দ্ৰভূমি দুৰ্গম মস্কো নগৰত ৰাজধানী থাকিলে প্ৰাচীন কু-সংস্কাৰৰপৰা মুক্ত হ'ব নোৱাৰিব। সেই কাৰণে তেখেতে নেভা নদীৰ পাৰত নতুন ৰাজধানী ছেন্ট পিটাৰ্ছবাৰ্গ (বৰ্তমানে লেনিনগ্ৰাড) প্ৰতিষ্ঠা কৰি তালৈ ডাঙৰীয়াসকলক উঠি যাবলৈ বাধ্য কৰিলে। এইভাৱে তেখেতে প্ৰাচীন সংস্কাৰ, প্ৰাচীন ৰীতি-নীতি, আচাৰ-ব্যৱহাৰৰ ভিকাছুন ভাঙিলে। গাৰ বলেৰে ৰুছবাসীক তেখেতে য়ুৰোপীয় ধাতুত গঢ়িলে। এই

গঠনৰ বিশ্বকৰ্মাই সকলো ক্ষেত্ৰতে পুৰণিক বিসৰ্জন দি নতুনক আদৰি আনি ৰুছজাতিক এক অভিনৱ সাঁচত ঢালি গঢ়িলে। তেখেতে কৈছিল, "মই য়ুৰোপৰ ফালে ৰুছিয়াৰ খিৰিকী নিৰ্মাণ কৰি দিলোঁ। এই খিৰিকীয়েদি ৰুছবাসীয়ে সুসভ্য য়ুৰোপৰ সন্মোহন দৃশ্য দেখিবলৈ পাব আৰু তাৰ লগে লগে এই খিৰিকীয়েদি য়ুৰোপৰ ভাৱ-সম্পদ ৰুছিয়াত সোমাব।" ৰুছবাসীয়ে এই খিৰিকীয়েদি কেৱল য়ুৰোপৰ সামাজিক চিত্ৰকে যে দেখিলে এনে নহয়, তেওঁলোকে য়ুৰোপৰ সকলো ভাব-বিপ্লৱৰো সন্ধান পালে। পিটাৰৰ চেষ্টাত ৰুছিয়া আৰু পশ্চিম য়ুৰোপৰ বিতৰত সংযোগ স্থাপন হ'ল। অভিজাত সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীবিলাকে য়ুৰোপীয় শিক্ষাৰ প্ৰতি সোনকালে আকৃষ্ট হ'ল। য়ুৰোপৰ নানা কেন্দ্ৰলৈ শিক্ষাৰ বাবে অভিজাত সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীবিলাক যাবলৈ ধৰিলে। এইভাৱেই য়ুৰোপৰ, বিশেষকৈ জাৰ্মানী আৰু ফৰাচীৰ চিন্তা-সোঁত ছেন্ট পিটাৰ্ছবাৰ্গত সোমাল। তাৰপৰাই ই লগে লগে আন ঠাইলৈ বৈ গ'ল। ৰুছিয়া শিক্ষা-দীক্ষাত, আচাৰ-ব্যৱহাৰত য়ুৰোপীয় হৈ উঠিল। ৰুছিয়া য়ুৰোপীয় সমাজভুক্ত হ'ল।

পিটাৰ দি গ্ৰেটে য়ুৰোপৰ ফালে ৰুছিয়াৰ খিৰিকী কাটি দি সম্ভৱতঃ ভাবিব পৰা নাছিল যে এই খিৰিকীয়েদি সোমোৱা নব নব ভাৱধাৰাই তেওঁৰ বংশক এসময়ত উটাই নিব। দৰাচলতে জগতৰ বুকুত এটা সুপ্ৰতিষ্ঠিত জাতি হিচাপে ৰুছজাতিক প্ৰতিষ্ঠা কৰিবলৈ তেখেতে মহান জাতীয়তাৰ আৰু দেশাত্মবোধৰ অনুপ্ৰেৰণাত অনুপ্ৰাণিত হৈ সকলো ফালৰপৰা জাতিৰ সভ্যতা আৰু সুখবৃদ্ধিৰ ঘাই ভেটি বান্ধিছিল। ৰুছৰ এই বিশ্বকৰ্মাই দেখা সপোনৰ পৰিণাম এনে হ'ব বুলি কল্পনা কৰিব পৰা নাছিল। বাস্তৱিকতে নৱযুগৰ এই অসুৰৰ দেশৰ অদ্ভুৎ অদ্ভুৎ কাণ্ডৰ মূলে যৎসামান্যভাৱে হ'লেও অতীতক সাৱটি ধৰি আছে। ❐

# দোষ আৰু শাস্তি

(এখন ৰুছ-দেশীয় উপন্যাসৰ চমু পৰিচয়)

—হেমচন্দ্ৰ বৰুৱা

সামাজিক আৰু পাৰিবাৰিক চিত্ৰ উপন্যাসৰ ভিতৰেদি যেনেদৰে ফুটি উঠে সাহিত্যৰ আন কোনো ক্ষেত্ৰতে তেনেদৰে ফুটি নুঠে।

উপন্যাসৰ কোমল কবিত্ব-সনা মোহিনী শক্তিৰ আগত কি ইতিহাস, কি দৰ্শন, কি বিজ্ঞান, সকলোৱেই নিজৰ কঠুৱা ভাব এৰি কোমলতাৰ প্ৰতিমূৰ্তি হৈ থিয় দি পৰিতৃপ্তিৰ সম্ভাৰ আগবঢ়াই দিয়ে। পাৰিবাৰিক উপন্যাস ৰচনাত ইংৰাজ সিদ্ধহস্ত; ৰুছ দেশৰ ঔপন্যাসিকসকলৰ দৰে এওঁলোকে ৰাজনৈতিক বা সমাজনৈতিক সমস্যাৰ সমাধান উপন্যাসৰ ভিতৰেদি কৰিবলৈ লোৱা নাই, এওঁলোকৰ তেনে কৰাৰ কোনো আৱশ্যকো হোৱা নাই। ইংৰাজৰ ঘৰুৱা জীৱন শান্তিময় মধুৰ, সেই বাবেই ইংৰাজ উপন্যাসিকসকলে অঁকা জীৱন-চিত্ৰ মানুহৰ চিৰজন্মৰ নিমিত্তে চিৰ-সুন্দৰ। ৰুছ জাতিৰ জীৱন দুখময়, জ্বালাময়। সেইবাবেই ৰুছ উপন্যাসত গাৰ্হস্থ্য জীৱনৰ বিমল আনন্দৰ কোনো চিন-চাবেই নাই; তাৰ ঠাইত সমাজনীতিৰ আৰু ৰাজনীতিৰ বিকট দৃশ্য আৰু দুখ-দৈন্যৰ তাণ্ডৱ নৃত্য। এই বিষয়ে 'ৰুছ সাহিত্যত বলছেভিজম' বোলা প্ৰবন্ধত অলপ আভাষ আগেয়ে দিয়া হৈছে। কিন্তু বাস্তৱতামূলক উপন্যাস ৰচনাত ৰুছ লিখকসকলক আনে বলে নোৱাৰে।

ডষ্টয়ভস্কি ৰুছ সাহিত্যৰ বাস্তৱতামূলক উপন্যাস লিখকসকলৰ ভিতৰত অন্যতম। তেওঁ ডাক্তৰৰ ল'ৰা, আস্পাতালত পৃথিৱীৰ মুখ জয়ে জয়ে দেখি আলাসৰ লাৰু হৈ বাঢ়ি ইঞ্জিনিয়াৰিং বিদ্যাকে জীৱনৰ সম্বল কৰি ল'বলৈ সঙ্কল্প কৰি, বিশ্ববিদ্যালয়ৰ এই বিভাগৰ মহলাত কৃতিত্বৰে উত্তীৰ্ণ হৈ

তৃতীয় ঠাই অধিকাৰ কৰে। কিন্তু বাণী দেৱীৰ সাদৰ আহ্বান নেওচিব নোৱাৰি জীৱনৰ উচ্চ আকাঙ্ক্ষালৈ পিঠি দি তেওঁ বাণীৰ একনিষ্ঠ সাধক হৈ উঠিল। তেওঁৰ যশ লাহে লাহে বিয়পি পৰিবলৈ ধৰিলে, কিন্তু এনে সময়তে ৰাজদ্ৰোহৰ অপৰাধত অভিযুক্ত হোৱাত ৩৪ জন সহকৰ্মীৰে সৈতে তেওঁক গ্ৰেপ্তাৰ কৰি নি কাৰাগাৰত থোৱা হ'ল। বিচাৰত তেওঁৰ প্ৰাণদণ্ডৰ আদেশ হ'ল। যথাসময়ত তেওঁলোকক বধ্যভূমিলৈ লৈ গৈ গাৰ কাপোৰ-কানি খহোৱা হ'ল; তেতিয়াও তেওঁ মোহনিদ্ৰাত নিমগ্ন। লগৰ বন্দী এজনক লক্ষ্য কৰি তেওঁ সুধিলে,— "আমাক সঁচাকৈয়ে ফাঁচি দিব নেকি?" জীৱন-মৰণৰ সন্ধিস্থলৰ এই ঘটনা বৰ্ণাই তেওঁ তেওঁৰ ককায়েকলৈ লিখা চিঠিত এনেদৰে লিখিছিল, "চিপাহীবিলাকে আমাৰ মূৰৰ ওপৰত তৰোৱাল ঘূৰাবলৈ ধৰিলে আৰু ফাঁচি দিবলৈ নিয়া মানুহে পিন্ধা বগা চোলা আমাক পিন্ধাই তিনি তিনিজনকৈ সাঙুৰি একোডাল কাঠত বান্ধিলে। মই ভাবিলোঁ যে আৰু কেই মিনিটমানৰ পাছতে মোৰ নশ্বৰ দেহাৰ অন্ত পৰিব; সেই সময়ত তোমাৰ কথা মোৰ মনত বৰলৈ পৰিবলৈ ধৰিলে। লগৰ দুজনক মই চুমা খাই বিদায় ল'লোঁ। এনেতে এক অঘটন কাণ্ড ঘটিল। চিপাহী-চন্তৰি আঁতৰি গ'ল, আমাৰ বান্ধ খুলি আমাক শুনাই দিলে যে জাৰে আমাৰ ফাঁচিৰ হুকুমৰ ঠাইত ছাইবেৰিয়ালৈ নিৰ্বাসন দণ্ড বিহিছে।" ইয়াৰ পিছত তেওঁ নিৰ্বাসিত হৈ চাৰি বছৰ ছাইবেৰিয়াৰ জেইলত থাকে। ছাইবেৰিয়াৰপৰা ঘূৰি আহি পুনৰ তেওঁ সাহিত্য চৰ্চাত মন নিয়োজিত কৰে।

ডষ্টয়ভস্কিৰ 'দোষ আৰু শাস্তি' (Crime and Punishment) মনস্তত্ব-বিশ্লেষণকাৰী এখনি উগ্ৰ বিধৰ উপন্যাস। উপন্যাসৰ নায়ক ৰকলনিকফ এজন আইন বিদ্যা অধ্যয়ন কৰা ছাত্ৰ। সংসাৰত মোৰ বুলিবলৈ মাক আৰু ভনীয়েকৰ বাহিৰে তেওঁৰ আন কোনো নাছিল; ভনীয়েকে এজন জমিদাৰৰ ল'ৰা-ছোৱালীৰ শিক্ষয়িত্ৰী হৈ যি দুই-চাৰি পইচা ৰাহি কৰিব পাৰিছিল তাৰেই ককায়েকৰ খৰচ আংশিকৰূপে যোগাইছিল। ৰুছিয়াৰ ৰাজধানীত এজনী বুঢ়ী, কঠুৱা, কৃপণ, সুদ-খোৰ বিধৱাই বস্তু বন্ধক ৰাখি তাইৰ সাঁচতীয়া টকা ধাৰে দিছিল। টকাৰ টান পৰিলে ৰস্কলনিকফে এই মানুহজনীৰপৰা বস্তু বন্ধক থৈ মাজে সময়ে টকা ধাৰে আনিছিল; ৰস্কলনিকফৰ সৈতে পৰিচয়ৰ লগে লগে তেওঁৰ এই তিৰোতাজনীক হত্যা কৰি তাইৰ ধনেৰে নিজৰ ভৱিষ্যৎ উন্নতিৰ

বাট মুকলি কৰা ভাবৰ অভিব্যক্তি দেখি আচৰিত নহৈ নোৱাৰি, বিশেষকৈ যেতিয়া নৰহত্যাৰূপী মহাপাপে বিশ্ববিদ্যালয়ৰ মহলাত উঠা এই শিক্ষিত ডেকাজনৰ জ্ঞানচকুত ন্যায়ানুমোদিত বুলি বিবেচিত হৈছিল।

ৰস্কলনিকফে চেলু চাই কোনেও নেদেখাকৈ এই তিৰোতাজনীক এদিন অতি নিষ্ঠুৰভাৱে হত্যা কৰিলে। তাৰ পিছত তিৰোতাজনীৰ কাপোৰৰ ভিতৰৰপৰা চাবিটো উলিয়াই লৈ তেওঁ টকা বিচাৰিবলৈ ধৰিলে আৰু এটা টকাৰ টোপোলা হস্তগত কৰিলে। মানসিক উত্তেজনা হেতুকে ৰস্কলনিকফে খোটালিটোৰ দুৱাৰখন মুকলি কৰি থৈছিল। এনেতে এই তিৰোতাজনীৰ ভনীয়েকে এটা টোপোলা হাতত লৈ খোটালিটোত সোমাই ভয়াবহ দৃশ্য দেখি স্বৰগ পৰা মানুহৰ দৰে মাত-বোল নোহোৱাকৈ থিয় হৈ ৰ'ল। ছাত্ৰজনে ঘপ কৰে তাইকো কুঠাৰৰ কোব বহাই দিলে আৰু লগে লগে তাইৰ প্ৰাণবায়ুও অনন্তত লীন হ'ল। হাতত লগা তেজ মচি ছাত্ৰজনে আনে নেদেখাকৈ ঘৰৰপৰা ওলাই চুৰ কৰা সম্পত্তিৰে সৈতে নিজৰ বহা পালেগৈ। ইমানলৈকে ৰস্কলনিকফে সকলো কাম নিজ অভিৰুচি মতে কৰিবলৈ পাৰগ হৈছিল, কিন্তু ঘটনাৰ ৰাতিৰপৰা এটা বিকাৰৰ ভাবে তেওঁক দেখা দিলে। ৰস্কলনিকফে চুৰ কৰি নিয়া সম্পত্তিৰ এটা ফুটা কড়িও নিজৰ নিমিত্তে নাৰাখি কোনেও নোপোৱা আৰু নেদেখাকৈ এটা শিলৰ তলত পুতি মাটি দি ঢাকি থ'লে, আৰু লাহে লাহে ইচ্ছাই-অনিচ্ছাই কথাই-কামে এই হত্যা সম্বন্ধে ইঙ্গিত কৰিবলৈ ধৰিলে, আনকি বিচাৰকৰ কাষ চাপি এই বিষয়ে আলোচনা কৰিবলৈকো ধৰিলে। আন সকলো কথাতে উদাস, কিন্তু হত্যাৰ কথা উঠিলেই তেওঁ আগ্ৰহেৰে আলোচনাত যোগ দিয়ে।

এদিন মানসিক উত্তেজনাত অধীৰ হৈ ৰস্কলনিকফে যি খোটালিটোত এই ভীষণ হত্যাকাণ্ড সম্পাদিত হৈছিল সেই খোটালিটোত সোমাই পিটপিটকৈ কিবা বিচাৰিবলৈ ধৰিলে। ঘৰৰ বেৰৰ চূণ-কাম কৰা মিস্ত্ৰী দুটাই তেওঁক কি লাগে বুলি সোধাত ৰস্কলনিকফে ক'লে "তেজ ক'ত আছে?" কিহৰ তেজ বুলি সোধাত হত্যা কৰা মানুহ দুজনীৰ মজিয়াত ডোঙা বান্ধি থকা তেজ বুলি কৈ তেওঁ দুৱাৰৰ ওচৰত মানুহ মাতিবলৈ থকা ঘণ্টাৰ ৰচিডাল বৰকৈ আজুৰিবলৈ ধৰিলে। মিস্ত্ৰী দুটাই আচৰিত হৈ কি লাগে বুলি সোধাত তেওঁ উত্তৰ দিলে যে তেওঁ এই খোটালিটো ভাৰা ল'বলৈ আহিছে। অগত্যা

মিস্ত্ৰী দুটাই তেওঁক ঘৰৰ দুৱাৰমুখত পহৰা দিয়া দুৱৰী দুটাৰ ওচৰলৈ লৈ গ'ল, তাতো তেওঁ ঘৰ ভাৰা ল'বলৈ অহাৰ কথা ক'লে, আৰু তাৰ লগতে তেওঁক পুলিচৰ ওচৰলৈ লৈ যাবলৈ ক'লে। এনেতে আলিৰ অলপ দূৰত মানুহৰ গণ্ডগোল শুনি তেওঁ সকলো মানুহে জুম পাতি থকা ঠাইলৈ গ'ল। তাত এটা মাতালক সকলো মানুহে বেৰি আছে আৰু এখন গাড়ী তাত ৰৈ আছে। গাড়ীখন এই মাতালটোৰ ওপৰেদি যোৱাত মাতালটো ভীষণভাৱে জখম হৈছিল,— সি জীয়ে নে নিজীয়ে তাৰ ঠিক নাছিল। ভিৰ ঠেলি ৰস্কলনিকফে গৈ দেখে যে সেই মাতালটো তেওঁৰ পূৰ্বপৰিচিত; দাণ্ডি মেলি ধৰি ৰস্কলনিকফে তাক তাৰ ঘৰলৈ লৈ গ'ল। ঘৈণীয়েকে তাক দেখিয়েই খণ্ডত অস্থিৰ। তাই ভাবিলে যে সি বাকচ ভাঙি তাই সাঁচি থোৱা পইচাকেইটা নি মদ খাই আলিত পৰি থকাত তাক দাণ্ডি আনিছে। কিন্তু যেতিয়া তাই আচল কথা বুজিব পাৰিলে তেতিয়া হিয়া ভেদি উঠা কান্দোনৰ ৰোলে খোটালিটো খলক লগালে। অতি দুখত সামান্য খোটালি এটা ভাৰা লৈ ল'ৰা-ছোৱালীৰে সৈতে জীৰ্ণ-শীৰ্ণ অৱস্থাত এই পৰিয়ালটো কথমপি চলিছে; ছনায়া বোলা ডাঙৰ ছোৱালীজনীয়ে মাক-বাপেক আৰু ভায়েক-ভনীয়েকৰ দুবেলা দুমুঠিৰ সংস্থান কৰিবলৈ নাৰীৰ অতি পবিত্ৰ বস্তু নিজৰ যৌৱনকো বিক্ৰী কৰিছে। অভাগিনী চিৰপতিত বাৰবনিতা। এই মাতালটোৰ ঘৈণীয়েকে যক্ষ্মা ৰোগত বহু দিনৰপৰা ভুগিব লাগিছে, আৰু তাইৰ গিৰীয়েকৰ মৃত্যুৰ লগে লগে ঘৰৰ গিৰিহঁতে এই পৰিয়ালটো ঘৰৰ পৰা উলিয়াই দিয়াত বেচেৰীয়ে ল'ৰা-ছোৱালী লৈ আলিত আশ্ৰয় লোৱাৰ লগে লগে হতভাগিনী ঘোৰ উন্মাদ হৈ পৰিল। পতিতা যেতিয়া, ছনায়াৰ মাক-বাপেকৰ লগত থকাৰ আইনৰ আৰু সমাজৰ ব্যৱস্থা নাছিল। ছনায়াই মাহীমাকক আৰু ভায়েক-ভনীয়েকক আকোঁৱালি নিজৰ ঘৰলৈ নিলে, যক্ষ্মা ৰোগত উন্মাদ অৱস্থাত বেচেৰী মাহীয়েকৰ মৃত্যু হ'ল,— এয়েই পাৰিবাৰিক জীৱনৰ চিত্ৰ।

ৰস্কলনিকফৰ কথা-বাৰ্ত্তা চলন-ফুৰণ দেখি বিচাৰকৰ সন্দেহ ৰস্কলনিকফৰ ওপৰত ক্ৰমাৎ বেছি হ'বলৈ ধৰিলে। ৰস্কলনিকফে এই ঘটনাৰ বহু আগেয়ে মাহেকীয়া আলোচনী এখনত 'দোষ' নাম দি এটা প্ৰবন্ধ লিখিছিল; সেই প্ৰবন্ধ মতে ৰস্কলনিকফে মানুহক দুটা শ্ৰেণীত ভাগ কৰিছিল,— প্ৰথম শ্ৰেণীৰ মানুহবিলাক সমাজৰ প্ৰচলিত ৰীতি-নীতিৰ দাস,

প্ৰচলিত ৰীতি-নীতি মানি চলা তেওঁলোকৰ পক্ষে স্বাভাৱিক অৱস্থা, তেওঁলোক অতি সাধাৰণ ধৰণৰ মানুহ, পৰৰ দাসৰূপে জীৱন-যাপন কৰাই তেওঁলোকৰ ভাগ্যলিপি। তেওঁলোকৰ আইন অমান্য কৰাৰ কোনো অধিকাৰ নাই। তেওঁলোকৰ দৰেই কিছুমানক জন্ম দিয়াই তেওঁলোকৰ কাম। এই শ্ৰেণীৰ মানুহৰ দ্বাৰাই সমাজ পৰিপূৰ্ণ। মান্ধাতাৰ দিনৰপৰা চলি অহা নীতি-নিয়মৰ তেওঁলোক পক্ষপাতী, সকলো বিষয়তে সংৰক্ষণ নীতিৰ উপাসক, এওঁলোকে শাস্তি বৰ ভাল পায় আৰু স্বাধীন চিন্তাহীন। দ্বিতীয় শ্ৰেণীৰ মানুহ সংখ্যাত বৰ কম। ভৱিষ্যতত সমাজ কি হোৱা উচিত তাৰ ফালে লক্ষ্য ৰাখি এওঁলোকে বৰ্তমানক ধ্বংস কৰিবলৈ উদ্‌গ্ৰীৱ। এওঁলোকে সমাজৰ আইন নিয়ম নেমানে। এওঁলোকে উন্নতিৰ বাটৰ সকলো প্ৰকাৰ হেঙাৰক আঁতৰাই থ'বলৈ পিছ নপৰে; সেই বুলিয়েই যে এওঁলোকে মন গ'লেই হত্যা বা চুৰ কৰিব তাৰ কোনো মানে নাই। লাইকাৰ্‌গাছ, ছলন, নেপোলিয়ান প্ৰভৃতি প্ৰতিভাশালী মানুহ এই শ্ৰেণীভুক্ত। এওঁলোক কৃতকাৰ্য্য হ'ব পাৰিলে জাতিৰ আদৰ্শ মহাপুৰুষৰ ঠাই পায়। এওঁলোক সকলোৱেই দোষী, কাৰণ পুৰণি আইন-কানুন ভঙ্গ কৰিব পাৰিছে। এই প্ৰবন্ধটো বিচাৰকৰ হাতত পৰে আৰু বিচাৰকে জেৰা কৰি ৰস্কলনিকফৰপৰা উলিয়াব খুজিছিল যে তেওঁ তেওঁৰ প্ৰবন্ধত এইটোও দেখুৱাব খোজে যে কিছুমান মানুহৰ সকলো ৰকমৰ পাপ আৰু আনকি হত্যা কৰিবৰো এক্তিয়াৰ আছে।

ৰস্কলনিকফে বেছ বুজিব পাৰিলে যে বিচাৰকৰ তেওঁৰ ওপৰত ঘোৰ সন্দেহ। তেওঁ অতিষ্ঠ হৈ বিচাৰকক ক'লে,— "যদি আপুনি মোক হত্যাকাৰী বুলি ভাবিছে তেন্তে মোক গ্ৰেপ্তাৰ নকৰে কিয়?" বিচাৰকে ক'লে,— "মই সন্দেহৰপৰা প্ৰমাণৰ ওপৰত এতিয়াও থিয় দিব পৰা নাই। তোমাক গ্ৰেপ্তাৰ কৰা মানে তোমাক শাস্তি দিয়া আৰু তোমাৰ বিষয়ে প্ৰমাণ ধ্বংস কৰা। চগাই ঘূৰি ঘূৰি আহি জুইত জাপ দিয়াৰ দৰে তুমি নিজেই তোমাৰ বিপক্ষে প্ৰমাণ সৃষ্টি কৰি অৱশেষত নিজেই ধৰা দিবা; সেই বাবেই তোমাক এতিয়াও গ্ৰেপ্তাৰ কৰা নাই।" ৰস্কলনিকফে সন্দেহৰ বাহিৰে প্ৰমাণ এতিয়াও নাই বুলি বুজিব পাৰি কিছুদূৰ আশ্বস্ত হ'ল। কিন্তু তেওঁৰ মনত আত্মসমৰ্পণৰ ভাবে বৰকৈ খুন্দিয়াবলৈ ধৰিলে। এদিন তেওঁ চিৰপতিতা অভাগিনী ছনায়াৰ ঘৰত উপস্থিত হৈ হতভাগিনীক প্ৰণাম কৰিলে। ছনায়াৰ বিস্ময়ৰ পৰিসীমা

নোহোৱা হ'ল। অৱস্থা বুলি ৰস্কলনিকফে ক'লে,— "ছ্নায়া, তোমাক মই প্ৰণাম কৰা নাই। তোমাক প্ৰণাম কৰা মানে দৈন্য-দুখ প্ৰপীড়িত দৰিদ্ৰ-নাৰায়ণকহে প্ৰণাম কৰা। তুমি সমাজৰ আগত অধঃপতিতা, কিন্তু তোমাৰ অন্তঃকৰণ নিৰ্মল পবিত্ৰ, তোমাক মই সমাজত আনৰ লগত সমান অধিকাৰ দিওঁ।" কেইদিনমানৰ পিছত বিচাৰকে ৰস্কলনিকফৰ ঘৰলৈ আহি কথাই কথাই হত্যা সম্বন্ধে ক'লে,— "চোৰ-ডকাইত সম্প্ৰদায়ৰ মানুহৰ দ্বাৰা এই হত্যাকাণ্ড হোৱা নাই। হত্যাকাৰীয়ে হত্যা কৰিবহে জানে, চুৰ কৰিব নাজানে; কাৰণ সি চুৰ কৰি নিয়া বস্তুবোৰ দলিয়াই পেলাই দিছে। কিন্তু সি মানসিক বিকাৰগ্ৰস্ত হৈ খুনীৰ তেজ বিচাৰি খুন কৰা ঠাইলৈকো গৈছিল। মুঠৰ ওপৰত সি এজন আদৰ্শবাদী আৰু সেইজন হত্যাকাৰী ৰস্কলনিকফ তোমাৰ বাহিৰে আন কোনো নহয়। মই এতিয়া প্ৰমাণৰ ওপৰত থিয় দি তোমাক অভিযুক্ত কৰিছোঁ। তোমাক তোমাৰ দোষ স্বীকাৰ কৰিবলৈ দুদিন সময় দিছোঁ; দোষ স্বীকাৰ কৰিলে তোমাৰ শাস্তি লঘু হ'ব। তুমি আত্মহত্যা কৰিবা বুলি মোৰ বিশ্বাস নহয়; যদি তুমি এই দুৰ্বলতাক প্ৰশ্ৰয় দিয়া তেন্তে অনুগ্ৰহ কৰি এখন কাগজতে লিখি থৈ যাবা— তুমি বস্তুবিলাক ক'ত পুতি থৈছা।"

ইয়াৰ পাছত ৰস্কলনিকফে আত্ম-সমৰ্পণ কৰাকে স্থিৰ কৰিলে। মাক-ভনীয়েকৰ লগত তেওঁ শেষ দেখা কৰিলে, ভনীয়েক দুনীয়াক ক'লে— "মই আত্ম-সমৰ্পণ কৰাকে স্থিৰ কৰিছোঁ। কিয় আত্ম-সমৰ্পণ কৰিবলৈ ওলাইছো ক'ব নোৱাৰো। সকলোৱেই মোৰ দোষৰ কথা কয়— তুমিও কৈছা; কিন্তু মই কি দোষ কৰিছোঁ ক'ব নোৱাৰো। দুখীয়াৰ তেজ শুহি জীৱন ধাৰণ কৰা, সকলোৰে ঘৃণাৰ পাত্ৰ, সুদখোৰ, নিকৃষ্ট, জঘন্য জীৱ এটাক হত্যা কৰা কি দোষৰ কথা! মই এই বিষয়ে অকণো ভবা নাই। প্ৰায়শ্চিত্ত! বাহ! কিহৰ প্ৰায়শ্চিত্ত! সকলোৱে মোৰ আগত 'দোষ' বোলা শব্দটো প্ৰয়োগ কৰে কিয়? মই আত্ম-সমৰ্পণ কৰিবলৈ ওলাইছোঁ সঁচা, কিন্তু কেৱল দুৰ্বলতাৰ নিমিত্তেহে। হ'ব পাৰে বিচাৰকে কোৱা মতে মোৰ নিজ স্বাৰ্থৰ নিমিত্তেও।" দুনীয়াই কথা শুনি হতবুদ্ধি হৈ সুধিলে— "তুমি নৰহত্যা কৰাৰ বাবে দোষী নহয় নে?" "বাৰু মই দোষী, কিন্তু আনেও এনে কাম নকৰে নে? তেজৰ ঢৌ খেলাই মানুহে ৰাজ-সিংহাসনত নুঠেনে আৰু সিংহাসনত উঠাৰ লগে লগে জাতি-ৰক্ষাকাৰী আদৰ্শ পুৰুষ হৈ নপৰে নে? সকলো কথা ভাবি চাই মোৰ বিচাৰ

কৰিবা। কুঠাৰেৰে হত্যা কৰাতকৈ অৱৰোধ কৰা এখন চহৰ তোপৰ গুলীৰে উৰাই দিয়া কিমান দূৰ বেছি গৌৰৱজনক মই ভাবিব নোৱাৰো। ময়ো মানৱ জাতিৰ উন্নতি কৰোঁ বুলি এই কামত হাত দিছিলোঁ। হাজাৰ হাজাৰ সুকাৰ্য্যই এই পাগলামিৰ কাৰ্য্য বা ভুল মচি নিলেহেঁতেন; কাৰণ মোৰ মূল উদ্দেশ্য মানুহে ভবাৰ দৰে নাছিল। কাৰ্য্য-কুশলতাৰ অভাৱত অতি মহৎ কামো অকৃতকাৰ্য্য হয়। সেইদৰে ময়ো সফলকাম হ'ব স্বাধীনভাৱে নোৱাৰিলোঁ। জীৱনৰ বাট সুগম কৰিবলৈ ওলাইছিলোঁ, কাৰণ তেতিয়া হ'লে মোৰ উন্নতি স্থিৰ নিশ্চিত, কিন্তু কৃতকাৰ্য্য হ'ব নোৱাৰিলোঁ। মই আজি অধঃপতিত, মোৰ ঠাই আজি কুকুৰৰ লগত। কিন্তু কৃতকাৰ্য্য হ'ব পৰা হ'লে মই বিজয় মাল্যেৰে বিভূষিত হ'লোহেঁতেন। দুনীয়া আৰু সময় নাই; এতিয়া বাক-বিতণ্ডাৰ সময় নহয়। যদি তুমি মোক দোষী বুলি ভাবা তেন্তে মোক ক্ষমা কৰিবা। মুঠৰ ওপৰত মই স্বীকাৰ কৰিবলৈ বাধ্য যে দুজনী মানুহৰ এই দুৰ্ঘটনা ময়েই ঘটালোঁ।" ধীৰ-স্থিৰভাৱে ৰস্কলনিকফে পুলিচ ষ্টেচনৰ ফালে খোজ ল'লে আৰু দোষ স্বীকাৰ কৰি আত্মসমৰ্পণ কৰিলে। বিচাৰত তেওঁৰ আঠ বছৰলৈ সুদূৰ ছাইবেৰিয়ালৈ নিৰ্বাসন দণ্ড হ'ল।

এই ভীষণ নাৰীহত্যা-কাহিনীৰ নায়ক ৰস্কলনিকফ নিজৰ কামৰ বাবে মুঠেই দুখিত নহয়; বৰং বাৰে বাৰে তেওঁ কৈছে যে তেওঁ কৰা কাম বেয়া কাম নহয়; তেওঁৰ দোষ এইখিনিতে যে তেওঁ শেষলৈকে সফলকাম হ'ব নোৱাৰিলে। এতিয়ালৈকে সকলোৱেই স্বীকাৰ কৰি আহিছে যে অনুশোচনাৰ নিমিত্তেই মানুহে স্বীকাৰ কৰে আৰু আত্ম-সমৰ্পণ কৰে। ৰস্কলনিকফৰ লগত এইখিনিতে পাৰ্থক্য। ৰস্কলনিকফে নিজক তেওঁৰ প্ৰবন্ধত বিভাগ কৰামতে দ্বিতীয় শ্ৰেণীভুক্ত বুলি ভাবি এই ভয়াবহ কাৰ্য্যত হাত দিছিল, কিন্তু শেষলৈকে সকলো কাম ঠিকমতে কৰিব নোৱাৰিলে— নেপোলিয়ান আৰু তেওঁৰ ভিতৰত এয়ে পাৰ্থক্য। এই হিচাপে ৰস্কলনিকফ এটা নতুন চিত্ৰ। কিতাপখনি পঢ়ি এনে এটা ভাব হয় যে লিখকে ক'ব খোজে— কোনো কামেই বেয়া নহয়— যদি জয়ী হোৱা যায়। পাপ-পুণ্য, ধৰ্মাধৰ্ম কথাৰ কথা মাথোন,— একেবাৰেই অৰ্থশূন্য। ❐

# বনুৱাৰ দুৰ্দশা (১)

## (হুইট্‌লী কমিছনৰ অসম ভ্ৰমণ)

**—হেমচন্দ্ৰ বৰুৱা**

ইংলণ্ডত বনুৱা দলে ৰাজ্য শাসনৰ ভাৰ লোৱাৰ মুঠেই চাৰি মাহ হৈছে; কিন্তু তেওঁলোকে এই সময়ৰ ভিতৰতে বিভিন্ন বিভাগৰ তদন্তৰ ভাৰ দি ওঠৰটা কমিছন নিযুক্ত কৰিছে। ভাৰতৰ ভাগত দুটা কমিছন পৰিছে— এটা ছাইমন কমিছন আৰু আনটো হুইট্‌লী কমিছন। লৰ্ড বাৰ্কেনহেডৰ কাৰ্য্যত ক্ষুণ্ণ হোৱা নৰমপন্থী দলক হাত কৰিবলৈ এতিয়া চাকলি-পীৰাৰ মেলৰ কথা উঠিছে, আৰু কাৰ্য্যতো ব্ৰিটিছ ৰাষ্ট্ৰনায়কসকলৰ ভেদ-নীতিৰ গুণ ধৰিছে। কাৰণ মহাত্মা গান্ধী প্ৰমুখ্যে কংগ্ৰেছ দলৰ নেতাসকলে বৰলাটৰ লগত দেখা কৰি আচল কথা বুজিব পাৰি কংগ্ৰেছত পূৰ্ণ স্বাধীনতাৰ দাবী পাছ কৰাইছে, আৰু আন দলে এই মেলত যোগ দিবলৈ কঁকালত টঙালি বান্ধি ওলাইছে। মুঠতে এই লৈ ভাৰতৰ নেতাসকলৰ মাজত ঐক্যৰ ঠাইত অনৈক্যৰ সৃষ্টি হৈছে। ভাৰতৰ বনুৱাৰ অৱস্থাৰ বুজ-বাজ লৈ এখন ৰিপ'ৰ্ট দাখিল কৰিবলৈ মিষ্টাৰ হুইট্‌লীৰ নেতৃত্বত হুইট্‌লী কমিছন গঠিত হৈছে, আৰু এই কমিছনে ভাৰতৰ নানা ঠাই পৰ্য্যটন কৰি এতিয়া অসম সোমাইছেহি। অসমৰ বনুৱা বুলিলে ঘাইকৈ চাহ-বাগিচাৰ কুলীকে বুজায়। চাহ-বাগিচাৰ বনুৱাক কুলী বুল সম্বোধন কৰাত মিষ্টাৰ পাৰ্ছেলে (Mr. Purcell) আপত্তি কৰি ১৯২৭ চনৰ ২২ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ কাৰ্জন হলত দিয়া বক্তৃতাত কৈছিল— 'I am really sorry to find the word 'Cooly' being used by the European and Indian in contempt for the tea-garden labourers. You shall remember they are an essential part of the mosaic of the community as any body else.'

বিলাতৰ বনুৱা দলৰ পার্লিয়ামেণ্টৰ সভ্য মিষ্টাৰ পাৰ্ছেল আৰু মিষ্টাৰ হলছৱার্থে অসমৰ চাহ-বাগিচাবিলাক নিজে চাই ৰিপৰ্ট নিদিয়াৰ আগলৈকে ভাৰতীয়ৰ বাহিৰে ইংলণ্ডৰ মানুহৰ ধাৰণা অন্য ৰকমৰ আছিল। কাৰণ 'The press by which alone the people can ascertain what happens beyond these shores is imperialist to the marrow. It presents the customary picture of happy peoples, basking in the sun of British domination when not disturbed by evil-minded agitators and extremists.' সি যি হওক, মিষ্টাৰ পাৰ্ছেল আৰু মিষ্টাৰ হলছৱার্থে নতুন ধৰণেৰে তেওঁলোকৰ তদন্ত আগ বাঢ়িল। তেওঁলোকে চাহ-বাগিচাৰ মেনেজাৰসকলক আগেয়ে কোনো খবৰ-বাতৰি নিদিয়াকৈ হঠাতে বাগিচাত ওলাই নিজ চকুৰে দেখা কথা টুকি লৈ পিছত যি ৰিপৰ্ট দিলে সেই ৰিপৰ্টে আনকি বিলাততো উখল-মাখল লগালে, আৰু লগে লগে ব্ৰিটিছ মূলধনৰ মালিকসকলে চাৰিওফালৰ পৰা ঘোৰ আন্দোলন লগাই ৰিপৰ্টত দিয়া কথা প্ৰত্যাহাৰ কৰিবলৈ টানি প্ৰস্তাৱ পাছ কৰিলে। কিন্তু এওঁলোক দুগৰাকীয়ে তেওঁলোকৰ মন্তব্য প্ৰত্যাহাৰ নকৰিলে। তেতিয়াৰ পৰা চাহ-বাগিচাৰ গৰাকীসকলৰ চৰম লক্ষ্য হ'ল আন উপযুক্ত মানুহক চাহ-বাগিচা দেখুৱাই এওঁলোক দুজনৰ ৰিপৰ্ট মিছা প্ৰতিপন্ন কৰা। অসমৰ ডিপুটী গৱৰ্ণৰ বুলি জনাজাত মিষ্টাৰ (বৰ্ত্তমান ছাৰ) স্মাইলছে ছিমলা শৈলৰ দেৱতাসকলৰ অসমলৈ শুভাগমন নোহোৱাত চাহ-কৰসকলৰ যে বৰ খেদ হৈছে এই কথা আসাম গৱৰ্ণমেণ্টৰ প্ৰধান ছেক্ৰেটৰীৰ জৰিয়তে প্ৰকাশ কৰাইহে সকাহ পালে। বিশেষকৈ বৰলাটে অসমলৈ শুভাগমন কৰি চাহ-কৰসকলে সজাই-পৰাই থোৱা চাবুৱা বালিজান চাহ বাগিচা অসমলৈ আহি চাব নোৱাৰাত তেওঁলোকৰ বৰ খেদ হ'ল আৰু চেলু পাই তেওঁলোকে ছাইমন কমিছন অসমলৈ আহোঁতে অসমৰ হাবিত ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা অনা আদিম অধিবাসীসকলক লৈ কি পৰীৰ ৰাজ্য পাতিছে তাক ছাৰ জন ছাইমনক দেখুৱাইহে এৰিলে। মুঠৰ ওপৰত দুখ কি বস্তু নজনাকৈ টকা-কৰি বয়-বস্তু আৰু ধানৰ ভঁৰালৰ সৈতে সুখ-সম্ভোগত মহা সুখে দিন নিয়াইছে বুলি চাহ-বাগিচাৰ বনুৱাৰ অৱস্থা আঁকি দেখুৱাবলৈ এওঁলোক এতিয়া তৎপৰ হৈ উঠিছে।

লীগ অৱ নেচনচ্‌ৰ (League of Nations) অৰ্থনৈতিক শাখাৰ সভ্য মিছ্‌ন মেথিছনে দুবছৰ ধৰি ভাৰতৰ বনুৱা আৰু অৰ্থনৈতিক অৱস্থাৰ অনুসন্ধান কৰি শেষ কৰি এখন ৰিপৰ্ট দাখিল কৰিছে। সিদিনা লণ্ডন মিছনেৰী ছ'ছাইটীৰ সভাত তেওঁ কৈছে যে ভাৰতৰ বনুৱাৰ অৱস্থা বহুত ক্ষেত্ৰত ইংলণ্ডৰ বনুৱাতকৈ ভাল। তেওঁ আৰু কৈছে যে ভাৰতীয় বনুৱাই সৰহ দৰমহা নিবিচাৰে, দৰমহা বেছি কৰি দিলেও কম সময়হে খাটিব। মিছ মেথিছনৰ এই উক্তি হুইট্‌লী কমিছনৰ বৰ সাৰুৱা প্ৰমাণ হ'ব বুলি কলিকতাৰ 'ষ্টেটছ্‌মেন' বাতৰি কাকতে লিখিছে। কলিকতাৰ ইউৰোপীয়ান এছ'চিয়েচনৰ সভাপতি মিষ্টাৰ ট্ৰেভাৰ্ছে (Mr. Travers M.L.C.) 'ভাৰতৰ বনুৱা সমস্যা' বুলি এটা প্ৰবন্ধ লিখে। দুৱাৰৰ চাহ-বাগিচাৰ অভিজ্ঞতাৰ পৰা এই প্ৰবন্ধ লিখা বুলি তেওঁ উক্তি কৰিছে। আৰু এই প্ৰবন্ধটো লক্ষ্য কৰি 'ষ্টেটছ্‌মেন' কাকতে লিখিছে— "Not only interesting but faithful to facts... the article ought to be reprinted and widely circulated as an anidote to the poisons which have recently been uttered about tea garden conditions."

মিষ্টাৰ ট্ৰেভাৰ্ছে লিখিছে— 'Thus our labourer begins the tea garden life fair and square, which no debt unless, indeed, he has applied to the agent and been given money in his country either to pay a Mahajan or to leave for the benefit of his people. A labourer can if he wills— and may do— send money to his parents almost immediately. Lakhs of rupees are sent from the tea districts of Chota Nagpur, and other recruiting centres every year............ The labourer and his wife like any one else– he is not much good without her— are generally happy and contented persons, for their earnings are ample for their needs. If thrifty they are soon able to buy jewellery and after a time enough can be saved for the purchase of land. Many thousands have settled as ryots in Assam and in Dooars for they like to stay near a garden so that their children can work there. And the children literally

swarm.......... Moreover, if he wants money for any need, such as purchase of a cow, for a marriage or a poojah, it is advanced to him free of interest to be recovered gradually. This is the Ma-Bap system where the manager knows and cares for his people, attends to their well being and tries his best to keep them happy and contented. Though it is obviously to his own advantage to do so, there is much more in it than self-interest. Living for years as he does amongst a kind and simple people, the normal British mananger or assistant becomes very fond of them and finds himself advising and assisting with their marriage and in a thousand and one of their family affairs. There is a real affection between the labourer and the Sahib and they naturally turn to him for advice and help.' ওপৰত দিয়া কথা আটাইখিনি সঁচা নে? মিষ্টাৰ ব্ৰেভাৰ্ছৰ কথাখিনি অতিৰঞ্জিত। ❐

# বনুৱাৰ দুৰ্দশা (২)
## (ইংৰাজ চাহ খেতিয়কৰ অখণ্ড প্ৰতাপ)

—হেমচন্দ্ৰ বৰুৱা

অতীতৰ ফালে ভুমুকিালে দেখিবলৈ পোৱা যায় যে ১৮৮১ চনত ইনলেণ্ড ইমিগ্ৰেছন বিল (Inland Emigration Bill) ইম্পিৰিয়েল কাউন্সিলত দাখিল ধৰোঁতে ভাৰত জুৰি নিৰক্ষৰ নিমাত কুলীবিলাকৰ হৈ আন্দোলন হয় আৰু কলিকতাৰ 'হিন্দু প্ৰেট্ৰিয়ট' কাকতৰ সম্পাদক স্বৰ্গীয় কৃষ্ণদাস পালে এই আইনক 'Slave law in disguise' চোৰাং দাস-আইন বুলিবলৈকো বাকী এৰা নাছিল। এই আইন সম্বন্ধে তেতিয়াৰ বৰলাট লৰ্ড ৰীপনৰ আচৰণ সম্বন্ধে স্বৰ্গীয় কৃষ্ণদাস পালে তেখেতৰ কাকতত লিখিছিল— "যদিও আমি বৰলাটৰ লগত এই আইন সম্বন্ধে একমত হ'ব নোৱাৰি দুখ পাইছোঁ, তথাপি আমি ক'বলৈ বাধ্য যে বৰলাটে জানি-শুনিও চাহ-কৰসকলৰ স্বাৰ্থৰ বাবে কুলীবিলাকক বলি দিয়া নাই। বৰলাট বিষম সমস্যাত পৰিছে। তেওঁৰ দৈনিক জীৱনৰ ২৩-২৪ ঘণ্টা আগুৰি থকা চাহাবসকল চাহৰ ভাপত সিজা। ৰাজহুৱা কথাত তেওঁ আলোচনা কৰা বেছি ভাগ চৰকাৰী আৰু বে-চৰকাৰী চাহাবৰ চাহ বাগিচাত অংশ আছে। কবিৰ কথাৰে আমি বৰলাটক এইখিনিহে সোঁৱৰাব খোজো যে আইনে দুখীয়াক মষিমূৰ কৰে আৰু আইন ধনীৰ হাতৰ মুঠিত Laws grind the poor and rich men rule the law.)

যোৱা ১৯২১ চনত অসমৰ বিভিন্ন ঠাইৰ পৰা ধৰ্মঘট কৰি ওলাই অহা কুলীবিলাকৰ কথা, সিহঁত কিয় ওলাই আহিছিল তাৰ কথা আৰু চান্দপুৰত কুলীৰ ওপৰত গুৰখা পুলিচৰ অত্যাচাৰৰ কথা সম্ভৱতঃ মিষ্টাৰ ব্ৰেভাৰ্ছে পাহৰা নাই। নহ'লেনো তেওঁ দিঠকতে সপোন দেখেনে? মিষ্টাৰ চি এফ এণ্ড্ৰুজে চান্দপুৰত কুলীবিলাকৰ অৱস্থা দেখি কৈছিল— "I don't think

that this appearance is due merely to the miseries of the march down from Assam ............ It seems to me that they have been underfed for a long time prevously. In every place they have consistently told me that they were getting on an average 6 pice a day." সেই সময়ত অমৃত-বজাৰ পত্ৰিকাৰ কৰিমগঞ্জৰ সংবাদদাতাই লিখিছিল— "They (the coolies) complain that in some garden men and even women are whipped and otherwise savagely dealt with." অৰ্থাৎ অসমৰ পৰা আহোঁতে বাটৰ কষ্টত কুলীবিলাকৰ অৱস্থা এনে হোৱা নাই। সিহঁতে বহুদিনৰ আগৰে পৰা খাবলৈ নোপোৱা অৱস্থাত আছিল আৰু সিহঁতে গড় হিচাপে দিনে ছপইচাকৈ পাইছিল বুলি কৈছিল। অকল মতাকে নহয়, আনকি তিৰোতাকো কিছুমান বাগিচাত মাৰপিট কৰিছিল বুলি সিহঁতে অভিযোগ কৰিছিল। অৱশ্যে ইউৰোপীয়ান এছ'চিয়েচনে এই ধৰ্মঘটৰ মূলত আন্দোলনকাৰীসকলক পাইছিল আৰু বংগদেশৰ গৱৰ্ণমেণ্টৰ প্ৰধান ছেক্ৰেটৰীলৈ এই এছ'চিয়েচনে লিখিছিল— "Has the machinery of the Government broken down?" কিন্তু এই ধৰ্মঘৰ মূলত অৰ্থনৈতিক সমস্যাৰ বাহিৰে আন একো নাছিল।

মহাত্মা গান্ধীয়ে 'ইয়ং ইণ্ডিয়া' কাকতত এই ধৰ্মঘট সম্বন্ধে লিখিছিল— "It is admitted it is purely a labour trouble. It is admitted that the employers reduced the wages." আনকি ১৯২৫-২৬ চনত ডাক্তৰ ভি. এইচ. ৰডাৰফৰ্ডে V.H. Rutherford) ভাৰতৰ নানা ঠাই পৰ্য্যটন কৰি 'মডাৰ্ণ ইণ্ডিয়া' (Modern India) নামৰ তেওঁ লিখা কিতাপত লিখিছে—

"On tea plantations of Assam a man gets 8d for eight hours a day a woman 6d and a child 3d; in the tea factories the worker earns 9d for an eight hour working. The Coolies suffer not only from this low level of wages but permanently from indebtedness to his employers in outlandish districts where he is dependent upon the shops provided by the employers for his food stuffs, fuels etc. This indebtedness, together with the isolation of the plantation, renders it difficult for him to seek employment

elsewhere and thus practically reduces him to a life of economic slavery. This treatment often borders on the inhuman and his chances of justice and redress whimsical." যোৱা ১৯২৭-২৮ চনত মিষ্টাৰ পাৰ্ছেল আৰু হলছৱাৰ্থে আসামৰ চাহ-বাগিচাৰ বনুৱা সম্বন্ধে তদন্ত কৰি যি ৰিপৰ্ট দিয়ে সেই ৰিপৰ্টত তেওঁলোকে চাহ বাগিচাবিলাকক slave plantations বুলিছে আৰু লিখিছে— "In Assam tea the sweat, hunger and despair of 1,000,000 Indians enter year by year." তেওঁলোকৰ মতে বাপেক-মাক আৰু পুতেকৰ দৈনিক উপাৰ্জন মুঠ কৰিলে কেৱল এক ছিলিং তিনি পেঞ্চহে হয়।

যোৱা ১৯২৭ চনৰ ২২ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ কাৰ্জন হলত দিয়া বক্তৃতাত চাহ-বাগিচা সম্বন্ধে মিষ্টাৰ হলছৱাৰ্থে কয়— "It was nearest approach to slavery that exists. Though the agreement system has gone, still the labour is not free. As long as he has to work for some body, he may change one slave driver for another. Generally speaking the planters, the Europeans have a common understanding as regard wage." বাগিচাৰ চাহাব আৰু বনুৱাৰ লগত মৰমৰ বান্ধ সম্বন্ধে তেওঁলোকে ৰিপৰ্টত লিখিছে— "We witnessed a group of men, women and children working away together, while about five yards away was a planter's young assistant proudly hugging a whip.This are regarded as good proof of contenment prevailing among the tea garden plantations." এইবিলাক কথা অজীৰ্ণ পাতকী আন্দোলনকাৰীসকলৰ অলীক স্বপ্ন নহয়, চাহ-কৰসকলৰ নিজৰ অঙহী-বঙহীসকলে প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি লিখা কথা।

প্ৰায় পাঁচ লাখ বনুৱা চাহ-বাগিচাত থাকে, এই বনুৱাবিলাকৰ ল'ৰা-ছোৱালীবিলাকৰ শিক্ষাৰ কিবা ব্যৱস্থা আছে নে? বাগিচাত এটামান প্ৰাইমেৰী স্কুলো আছে বুলি আমাক কোনাবাই ক'ব নে? এই বাগিচাৰ বনুৱাবিলাকৰ মুখিয়াল কৰি আসাম কাউন্সিলত এজন মনোনীত সভ্য লোৱা হৈছে। কিন্তু কাক চৰকাৰে মনোনীত কৰিছিল? চাহ-বাগিচাৰ লগত সম্পূৰ্ণ স্বাৰ্থ থকা চাহ-বাগিচাৰ মেনেজাৰ এজনক নহয় নে? কি চমৎকাৰ ব্যৱস্থা— উদক

ভেটা-ৰখীয়া। এই বিষয়ে মিষ্টাৰ পাৰ্ছেলে আৰু তেওঁৰ লগৰীয়াই চোকা মন্তব্য কৰিছে। তেওঁলোকৰ ৰিপৰ্ট ওলোৱাৰ পিছৰ পৰা অন্যক এই পদত মনোনীত কৰা হৈছে। বাগিচাৰ চাৰিসীমাৰ ভিতৰত বনুৱাৰ বাহিৰে আনৰ প্ৰৱেশ নিষেধ— কিজানি ভাবৰ বীজ পৰিলে নিমাত বনুৱাবিলাক সজাগ হৈ উঠে। চাহ-বাগিচাৰ ভিতৰৰ বাটেদি গ'লে ছাতি জপোৱা আৰু ঘোঁৰা বা বাইচিকোলৰ পৰা নমোৱা কথা অসমীয়া ৰাইজৰ অবিদিত নহয়। এনে নকৰিলে চাহ-বাগিচাৰ চাহাবৰ অখণ্ড প্ৰতাপ কালা-আদমিৰ আগত কিজানিবা হীন হয়। এই বনুৱাৰ মাজত সোমাই সিহঁতক সংঘবদ্ধ কৰি সিহঁতৰ ন্যায্য অধিকাৰ দাবী কৰিবলৈ শিকোৱা অসম্ভৱ ব্যাপাৰ, কাৰণ বাগিচাত সোমোৱাই অনধিকাৰ প্ৰৱেশ। ❐

# বনুৱাৰ দুৰ্দশা (৩)

## হুইটলী কমিছনে এতিয়া কৰে কি?

**—হেমচন্দ্ৰ বৰুৱা**

ভাৰতৰ ট্ৰেড ইউনিয়ন কংগ্ৰেছে মিষ্টাৰ ছাহুক আসামৰ বনুৱাবিলাকৰ সংঘবদ্ধ কৰিবলৈ অসমলৈ পঠায়। তেওঁ ভাৰতীয় দণ্ডবিধি আইনৰ ৪৪৭ ধাৰাত অভিযুক্ত হয় আৰু তেওঁৰ এমাহ ফাটক হয়। কলিকতাৰ ফৰৱাৰ্ড কাকতত এই মকৰ্দমাত হাকিমে দিয়া হুকুমাৰ নকল ওলায়। বিচাৰক মিষ্টাৰ বেণুধৰ ৰাজখোৱাই এঠাইত লিখিছে— "A criminal tresspass into a Coolie line of a tea garden in circumstances like those which are found in this case requires, in my opinion, for obvious reasons an examplary punishment." এই কথাখিনিৰ পৰা বিচাৰকৰ মনতো কুলী লাইন কি আছুতীয়া বস্তু তাক বেছ বুজিব পাৰি। বালিজান বাগিচাৰ কুলী তেহলু আৰু মাধৱপুৰ বাগিচাৰ কুলী দশৰথৰ মৃত্যুৱেই বাগিচাৰ ভিতৰৰ জীৱন ভালকৈ দাঙি ধৰিছে। অসমীয়া পাঠক মাত্ৰেই এই দুটা কুলীৰ মৃত্যুৰ বিষয়ে হোৱা মকৰ্দমাৰ কথা বঢ়িয়াকৈ জানে। "Tea garden morality" সম্বন্ধে কথা উঠিলেই Khoreal shooting caseৰ কথা আৰু অসমৰ ভূতপূৰ্ব চীফ কমিছনাৰ ছাৰ বীটছন বেলৰ কথা মনত পৰে। "Is it not prima facie impossible for a young Englishman fresh from Christian home to be infatuated for a Coolie girl as to go to her house shamelessly." অৰ্থাৎ "খ্ৰীষ্টান গৃহস্থৰ ঘৰৰ পৰা অহা ল'ৰাই কুলী ছোৱালীৰ ৰূপত মুগ্ধ হৈ তাইৰ ঘৰলৈ নিৰ্লজ্জভাৱে যোৱাটো দেখাতে অসম্ভৱ নহয় নে?" কিন্তু ছাৰ ভেলেণ্টাইন চীৰলেও (Sir Valentine Chirol) স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে খ্ৰীষ্টান গৃহস্থৰ ঘৰৰ পৰা অহা ল'ৰা এই পাপৰ

পৰা মুক্ত নহয়, যদিও এই দোষৰ ভাগী ভাৰতৰ মানুহকহে তেওঁ কৰিছে। তেওঁৰ কিতাপ 'Indian Unrest'ত তেওঁ লিখিছে— "There are men who v/ould get hold upon him (civilian) if he is a young man by luring him into intrigues with native women."

এইবিলাকৰ ওপৰতো মিষ্টাৰ ত্ৰেভাৰ্ছ বা 'ষ্টেটছমেন' কাকতে ক'ব খোজে নে যে বাগিচাৰ চাহাব আৰু বনুৱাৰ ভিতৰত মৰমৰ বান্ধ বৰ নিকপকপীয়া আৰু মিষ্টাৰ ত্ৰেভাৰ্ছৰ কথাখিনি সঁচা কথাৰ অৱতাৰণা? অৱশ্যে চাহ বাগিচাৰ চাহাব মাত্ৰেই বেয়া বা স্বেচ্ছাচাৰী বা অসৎ চৰিত্ৰৰ নহয়, বেয়াৰ লগত ভালো আছে, কিন্তু চাহ-বাগিচাৰ স্বাৰ্থৰ লগত যোগ থকা মানুহে চাহ-বাগিচাবিলাক যেনে নন্দন-কানন কৰি আঁকি দেখুৱাবলৈ যত্ন কৰিছে তেনে নে? কুলীবিলাকৰ কোনো শিক্ষা নাই, নিজৰ অভাৱ-অভিযোগৰ কথা নিজে ফুটাই ক'ব নোৱাৰে, তেনেস্থলত অকল চাহ-বাগিচাৰ স্বাৰ্থৰ লগত যোগ থকা মানুহৰ সাক্ষ্যৰ ওপৰত নিৰ্ভৰ কৰি হুইট্‌লী কমিছনে ৰিপ'ৰ্ট দিব নে প্ৰকৃত অৱস্থা জানিবলৈ যত্ন কৰিব, তাকহে চাবলগীয়া। আসাম গৱৰ্ণমেণ্টে নিযুক্ত কৰা Assam Labour Enquiry Committeeৰ সভ্য কিছুমান আছিল চাহ-খেতিয়ক আৰু তেওঁলোকে হিতে বিপৰীত হোৱাৰ অজুহাত লৈ বনুৱাসকলৰ কোনো সাক্ষী-বাদী নোলোৱাকৈ কেৱল কাগজ-পত্ৰ চায়েই ৰিপ'ৰ্ট দাখিল কৰি পাল মাৰিলে। ইংলণ্ডৰ বনুৱা দলে নিযুক্ত কৰা কমিছনবিলাকৰ উদ্দেশ্য সম্বন্ধে ভাৰতৰ ভূতপূৰ্ব চিভিলিয়ান বাৰ্ণাৰ্ড হাফটনে (Bernard Haughton) লিখিছে— "They form an excellent screen under cover of which the cabinet can pursue its plan of pleasing British capitalists whilst soothing the workders and coloured people." এতিয়া হুইট্‌লী কমিছনে এই নীতিৰ সাৰ্থকতাকে কৰে নে সৰ্বশক্তিমান প্লেণ্টাৰ-ৰাজৰ অক্ষুণ্ণ প্ৰতাপ ন্যায়ৰ খাতিৰত হ্ৰাস কৰি বনুৱাৰ ন্যায্য দাবীৰ পক্ষপাতী হয় তাকেহে চাবলগীয়া। ❐

# ধৰ্ম আৰু শাসন-যন্ত্ৰ

—হেমচন্দ্ৰ বৰুৱা

সাধাৰণতে 'ধৰ্ম' এই কথাষাৰে কিদৰে মানুহৰ মন গ্ৰাস কৰি স্বাধীন চিন্তা আৰু স্বাধীন ভাব সোমাবলৈ মনৰ দুৱাৰ সম্পূৰ্ণৰূপে বন্ধ কৰি থয় তালৈ কোনোৱে নাচায়। 'ধৰ্ম' কথাষাৰেৰে ধৰ্মৰ বাহ্যিকতাহে মই বুজাইছোঁ। আমাৰ দেশৰ কিছুমানে 'ধৰ্ম' কথাষাৰৰ আলোচনা কৰিলে ভাল নাপায়; কিন্তু মই কওঁ— ইংৰাজতকৈও এই 'ধৰ্ম'ইহে আমাৰ ডাঙৰ শত্ৰু। কাৰণ মনক এইদৰে গ্ৰাস কৰি দাসত্বৰ শিকলিত বান্ধি থৈছে যে তাৰপৰা উদ্ধাৰ নহ'লে কেতিয়াও আমাৰ মুক্তি হোৱা অসম্ভৱ। শাস্ত্ৰত কৈ গৈছে যে বেদখন অভ্ৰান্ত বুলি মানিব লাগিব; অতএব শাস্ত্ৰবাক্যৰ সত্যতা অনুসন্ধান কৰিবলৈ নগৈ বন্দীয়ে প্ৰভুৰ বাক্য মনাদি মানি ল'বই লাগিব। নহ'লে 'ধৰ্ম' ৰয় কেনেকৈ? মনুৱে কৈ গৈছে শূদ্ৰৰ বেদ পঢ়িবৰ অধিকাৰ নাই, অতএব মই ব্ৰাহ্মণ হৈ শূদ্ৰক বেদ পঢ়াই 'ধৰ্ম'চ্যুত হওঁ কিয়। স্বাধীন চিন্তা ধ্বংস কৰি এইদৰে 'ধৰ্ম' কথাষাৰে মানুহৰ মনক দাস কৰি থৈছে।

তাহানিখন নেপোলিয়ানে কৈছিল— "মই এই ধুনীয়া কাৰেঙত বাস কৰিছোঁ— মোৰ এই কাৰেঙত হাজাৰ হাজাৰ মানুহ থাকিব পাৰে, মই হাজাৰ হাজাৰ মানুহক খুৱাব পাৰোঁ। মোৰ ইমানবোৰ আছে! কিন্তু মোৰ কাৰেঙৰ বাহিৰত হাজাৰে হাজাৰে এনেকুৱা মানুহ আছে, যাৰ থাকিবলৈ ঘৰ এটিও নাই, যাৰ খাবলৈ খুদকণো নাই। মই এইদৰে বিলাসিতাৰ কোলাত থকাতো মোৰ অসংখ্য প্ৰজাই কিয় সহি আছে?" নেপোলিয়ানে নিজৰ মনত এই প্ৰশ্ন কৰি অলপ সময় পাছতে এইদৰে উত্তৰ দিছিল— "এই অৱস্থা সহি আছে কিয়? কাৰণ ধৰ্মই সিহঁতক সহি থাকিবলৈ শিক্ষা দিছে। কাৰণ ধৰ্মই শিকাইছে যে বৈকুণ্ঠত সিহঁতে অনন্ত সুখ পাব, মৰতত দুখ কৰিছে বুলিয়েই সৰগত

মহাসুখেৰে থাকিব পাৰি বুলি ধৰ্মই সিহঁতক শিকাইছে।” সেইবাবে নেপোলিয়ানে সিদ্ধান্ত কৰিলে যে আমি ‘ধৰ্ম’ ৰক্ষা কৰিব লাগিব। গীৰ্জা আৰু পাদুৰিৰ কাৰণে টকা খৰচ কৰিব লাগিব। সঁচাকৈয়ে জগতৰ বুৰঞ্জী চালে ধৰ্ম কথাষাৰেই জনসাধাৰণক নিৰ্য্যাতনকাৰী ৰজাৰ নিৰ্য্যাতন সহি থকাত সহায় কৰিছিল। কিছুমান দেশত ৰজাক সাক্ষাত ঈশ্বৰৰ দৰে মনাও নিয়ম আছিল। ‘ধৰ্ম’ই সকলো যুগতে ৰজা আৰু দেশৰ শাসনত স্বাৰ্থ থকা লোকসকলক নিজৰ স্বাৰ্থ সিদ্ধিত সহায় কৰিছে। এই যুগতো দেশৰ জনসাধাৰণে শাসন-যন্ত্ৰৰ বিৰুদ্ধে আন্দোলন চলাওঁতেও ধৰ্মযাজক শ্ৰেণীয়ে শাসন-যন্ত্ৰৰ পক্ষ লোৱা দেখা যা। মেক্সিকোৰ জাতীয় বুৰঞ্জীলৈ যাব নালাগে, আমাৰ নিজৰ দেশলৈকে চোৱা হওকচোন, যোৱা অসহযোগ আন্দোলনৰ সময়ত আমাৰ দেশৰ চাৰিসত্ৰীয়া গোসাঁইসকল ক'ত আছিল? কানি-ভাং-মদ গুচাবলৈ যেতিয়া দেশবাসীয়ে আন্দোলন কৰি কাৰাবাস ভুঞ্জিবলগীয়া হৈছিল তেতিয়া এইসকল গোসাঁই ক'ত আছিল? অথচ এইসকলৰ দেশবাসীৰ ওপৰত ইমান প্ৰতিপত্তি যে তেখেতসকলে সামান্য একেষাৰ কোৱা হ'লেই দেশৰ বহুতো কল্যাণ হ'লহেঁতেন।

এইদৰে সকলো যুগতে দেশৰ ধৰ্মযাজকসকলে শাসন-যন্ত্ৰৰ পক্ষ লোৱা দেখা গৈছে আৰু সেইবাবে আসাম এনে হোৱাত আচৰিত হ'বৰ একো কথা নাই। জনসাধাৰণৰ মন ‘ধৰ্ম’ই এইদৰে গ্ৰাস কৰা বাবেই ৰুছিয়াৰ ছোভিয়েট গবৰ্ণমেণ্টে দেশৰ পৰা ‘ধৰ্ম’ গুচাইছে। সেই কাৰণে তুৰ্কী জাতিৰ প্ৰাণস্বৰূপ মুস্তাফা কামালে দেশৰপৰা এই ‘ধৰ্ম’ কথাষাৰৰ আধিপত্য সম্পূৰ্ণৰূপে গুচাইছে। আজি ভাৰতৰ পৰাধীনতাৰ কাৰণ কি? ঐহিক সম্পদলৈ আওকাণ কৰি কেৱল মাত্ৰ আধ্যাত্মিকতালৈকে ধাউতি হোৱাই ভাৰতবাসীৰ পৰাধীনতাৰ কাৰণ। ভাৰতবাসীয়ে যেতিয়া আধ্যাত্মৰাজ্যত মানসিক বিহাৰত ব্যস্ত আছিল, তেতিয়া বিজয়ী জাতিয়ে আহি ভাৰতবাসীক পৰাধীন কৰিলে। আৰু আজিও যে ভাৰতবাসীৰ এই পৰাধীনতাৰপৰা মুক্ত হ'ব পৰা নাই, তাৰ কাৰণ হৈছে স্বাধীন চিন্তাৰ অভাৱ। যুগ-যুগান্তৰৰপৰা ‘ধৰ্ম’ৰ প্ৰতিপত্তি। সেইবাবে আজি সামাজিক বিপ্লৱৰ ভাব সিঁচি দিয়াটোৱেই আমাৰ কৰ্তব্য; আৰু সমাজ যাতে সাম্য-মৈত্ৰী আৰু স্বাধীনতাৰ ভেটিত নতুনকৈ প্ৰতিষ্ঠিত হয় তাৰ দিহা কৰা। যাতে সমাজত সকলোকে সমান

অধিকাৰ দিয়া হয় তাৰ বাবে দিহা হ'ব লাগিব। নহ'লে 'ধৰ্ম' মতে এটা জাতি বা সম্প্ৰদায় আন জাতি বা সম্প্ৰদায়ৰ ওপৰত বুলি শাস্ত্ৰত যি বিধান দিছে, তাৰ হেৰফেৰ কৰিলে 'ধৰ্ম'ত বিঘিনি হ'ব বুলি সেই পুৰণি পন্থামতে চলি থকাটো শাসন-যন্ত্ৰৰ হাতত পুতলা হোৱা একে কথা। "বৰ্ণাশ্ৰমৰ ব্যৱস্থা কৰি ধৰ্মই দেশত জাতিভেদৰ যি সৃষ্টি কৰিছে তাক সন্মান কৰা কৰ্তব্য।"— এই ভাব জনসাধাৰণৰ মনৰপৰা সম্পূৰ্ণৰূপে গুচাব লাগিব। ❐

---

*"..... মনুৱে কৈ গৈছে শূদ্ৰৰ বেদ পঢ়িবৰ অধিকাৰ নাই, অতএব মই ব্ৰাহ্মণ হৈ শূদ্ৰক বেদ পঢ়াই 'ধৰ্মচ্যুত' হওঁ কিয়। স্বাধীন চিন্তা ধ্বংস কৰি এইদৰে 'ধৰ্ম' কথাষাৰে মানুহৰ মনত দাস কৰি থৈছে।"*

---

# গোর্কিৰ 'কমৰেড' উপন্যাসৰ আভাস

—হেমচন্দ্ৰ বৰুৱা

আজি ৰুছিয়াৰ নাম শুনিলে সভ্য নামধাৰী জাতিবিলাকে নাক কোঁচায়, কমিউনিষ্টৰ নামত ত্ৰাহি মধুসূদন দেখে। সিদিনা মীৰাটত ভাৰতীয় কমিউনিষ্টসকলৰ মোকৰ্দমাৰ পাতনি পাতোঁতে চৰকাৰ পক্ষৰ বেৰিষ্টাৰ মিষ্টাৰ লেংফোৰ্ড জেমছে কৈছিল— "Bolshevism is anti-God, anti-religion and anti-everything." অৰ্থাৎ বলছেভিজিম ঈশ্বৰ, ধৰ্ম আৰু সকলোৰে বিপক্ষবাদী। আমি শুনিবলৈ পাইছোঁ যে অসমৰ জজ এজনে জুৰীক চাৰ্জ বুজাই দিওঁতে কৈছিল যে যদি আপোনালোকে ছোৱালী ধৰি নিয়াক প্ৰশ্ৰয় দিয়ে তেন্তে বলছেভিজিমকহে আশ্ৰয় দিয়া হ'ব। এদিন এই ৰুছিয়াই ধন-বল আৰু জন-বলৰ বিপুল বাহিনী লৈ জগতৰ মহামাৰী যোৱা যুদ্ধত ইংৰাজৰ পক্ষে থিয় দি জাৰ্মানীৰ বিপক্ষে যুঁজি বিশেষভাৱে ক্ষতিগ্ৰস্ত হ'ব লগাত পৰিছিল। আজি সেই ৰুছিয়াৰ এই ভীষণ পৰিৱৰ্তন কিয়?

পৃথিৱীৰ ইতিহাস ফঁহিয়াই চালে দেখা যায় যে মূৰৰ ঘাম মাটিত পেলায়ো দুবেলা দুমুঠি ভোক পলাই খাবলৈ নোপোৱাটোৱেই জগতৰ সকলো ৰাজনৈতিক আন্দোলনৰ আকৰ। সেইবাবেই দৰিদ্ৰ আৰু অন্নহীন ৰুছিয়াত এই আন্দোলনে যেনে ভয়াবহ মূৰ্ত্তি ধাৰণ কৰিছিল অইন ক'তো তেনে মূৰ্ত্তি ধাৰণ কৰা নাই। ৰুছিয়াত স্বেচ্ছাচাৰী জাৰসকলৰ (ৰুছিয়াৰ ৰজাক জাৰ বুলিছিল) আৰু তেওঁলোকৰ আত্মীয় গ্ৰেণ্ড ডিউক (Grand Duke) সকলৰ শাসনত ৰুছিয়াৰ জনসাধাৰণ যুগ-যুগান্তৰৰপৰা নিষ্পেষিত আৰু নিৰ্য্যাতিত হৈ আহিছিল। গৰু-ম'হৰ দৰে ৰুছিয়াত নিম্নশ্ৰেণীৰ মানুহবিলাকক এজন জমিদাৰে আন এজন জমিদাৰক বিক্ৰী কৰিছিল। সিহঁতৰ সাধাৰণ নাম

আছিল ছউলছ্ (Souls)। ৰাজ্য পৰিচালনাত সিহঁতৰ কোনো হাত নাছিল। ছাৰ্ফডম নামে কৃতদাস প্ৰথাৰ বিধান অনুসাৰে দৰিদ্ৰৰ জীৱন-মৰণৰ বিধাতা আছিল ধনী। জমিদাৰ, ৰজা আৰু ৰজাৰ আত্মীয়বৰ্গৰ বিলাস-বাসনা চৰিতাৰ্থ কৰিবলৈ টকা পানীৰ দৰে খৰচ হৈছিল। শিক্ষা নাছিল বুলিয়েই হয়। তেওঁলোকে ধৰ্মৰ শাসন-পদ্ধতিৰ সাল-সলনিৰ পক্ষপাতী হৈ ৰজা-প্ৰজাৰ ভিতৰত বিদ্ৰোহৰ ভাব দমন কৰি প্ৰজাশক্তিক আগবঢ়োৱাতো দূৰৰ কথা, পৰোক্ষভাৱে স্বেচ্ছাচাৰী আমোলাতন্ত্ৰক সহায়হে কৰিছিল।

দাৰিদ্ৰ্য আৰু সংসাৰৰ যন্ত্ৰণা পাহৰিবলৈ ভদ্কা (Vodka) নামে এবিধ আমাৰ লাওপানীৰ দৰে কম দামী মদ খাই ৰুছিয়াৰ জনসাধাৰণে মদৰ জালত বিভোৰ হৈ কোনো প্ৰকাৰে কপাল খুন্দিয়াই দুখময় জীৱনৰ অৱসান কৰিছিল। কাউণ্ট উইটিয়ে (Count Witte) ঘৰত মদ তৈয়াৰ কৰি খোৱা প্ৰথা নিষেধ কৰি চৰকাৰে ব্যৱসায়টো হাতত লোৱাৰ ব্যৱস্থা কৰাৰপৰা অৱস্থা আৰু শোচনীয় হৈ উঠিল। কিন্তু ৰুছিয়াৰ ভিতৰুৱা এইবিলাক বিপত্তিৰ বিষয়ে কোনেও ঘূণাক্ষৰেও ক'ব নোৱাৰিছিল, মূৰ তুলি তাৰ বিপক্ষে থিয় হৈ প্ৰতিবাদ কৰাতো দূৰৰে কথা; কাৰণ তেনে কৰিলে গুপ্তচৰ বিভাগৰ (Ministry of the Interior) সুদৃষ্টি আৰু ছাইবেৰিয়ালৈ নিৰ্বাসন অনিবাৰ্য্য। এই গুপ্তচৰ বিভাগটোৱে ৰুছিয়াৰ নৰ-নাৰীক ছাঁয়াৰ দৰে অনুসৰণ কৰিছিল আৰু সকলো ন্যায্য আন্দোলনৰ পক্ষে থিয় দি মুখ ফুটাই মতাসকলক গুপ্তচৰ বিভাগে চোভা কৰাসকলক সাদৰেৰে নিৰ্বাসনৰ ব্যৱস্থা কৰি ৰাজ-ক্ষমতা অটুট ৰাখিছিল। প্ৰকাশ্য নিৰ্য্যাতন বা আইনৰ সহায়েৰে নিৰ্য্যাতনৰ ভয়ত ৰুছ নৰ-নাৰীয়ে ন্যায্য আন্দোলনত যোগ নিদিছিল এনে নহয়, বিনা কাৰণে, হঠাৎ বিনা ওয়াৰেণ্টে ঘৰ খানাতালাছ বা জেইলত দিয়া বা ছাইবেৰিয়ালৈ নিৰ্বাসিত কৰা বা গুপ্তচৰ বিভাগৰ নজৰবন্দী হৈ থকা বা চলন-ফুৰণত গুপ্তচৰ বিভাগে অনুসৰণ কৰা বা চিঠি-পত্ৰ গুপ্তভাৱে খুলি পঢ়াৰ ভয়েহে ৰুছ নৰ-নাৰীক প্ৰকাশ্যভাৱে ৰাজনীতিত যোগ দি ন্যায্যভাৱে নিজৰ দাবী দাওি ধৰিবলৈ বিৰত কৰিছিল। ইউৰোপৰ আন আন দেশৰ সংযোগত সোমোৱা সাম্য, মৈত্ৰী, স্বাধীনতাৰ ভাবে ৰুছিয়াত আত্ম-প্ৰকাশ কৰিবলৈ কোনো সুবিধা পোৱা নাছিল। সভা-সমিতি, পাৰ্লিয়ামেণ্ট বা কাউন্সিল ইত্যাদি, যাৰ দ্বাৰা মানুহে মনৰ দাহ প্ৰকাশ কৰিব পাৰে তাৰ কোনো ব্যৱস্থা নাছিল।

সকলোবিলাক ৰাজাজ্ঞাত নিষিদ্ধ আছিল। গুপ্তচৰ বিভাগে নিজৰ অস্তিত্ব বজাই ৰাখিবলৈ আৰু নিজৰ প্ৰয়োজনীয়তা দেখুৱাবলৈ নিজেই ষড়যন্ত্ৰৰ সৃষ্টি কৰাইছিল। আনকি বহুতো নামজাদা বিপ্লৱবাদীক গুপ্তচৰ বিভাগে দৰমহা দিছিল। অসংখ্য এজেণ্টক বিপ্লৱবাদী কৰি সকলো কথাৰ বুজ-বাজ ল'বলৈ আৰু যথাৰ্থ বিপ্লৱবাদীক বিপ্লৱৰ প্ৰচেষ্টাত উদ্‌গণি দিবলৈ আৰু সংবাদ দিবলৈ দৰমহা দি ৰাখিছিল। জাৰ দ্বিতীয় নিক'লাছৰ দিনত শাসন-সংস্কাৰ বিচাৰি জাৰৰ আগত পাদুৰী গেপণৰ নেতৃত্বত নিবেদন কৰিবলৈ যোৱা জনসাধাৰণৰ ওপৰত ৰাজ-সৈন্যই গুলী বৰ্ষণেৰে সমিধান দিছিল আৰু তাৰ ফলত বহুতৰ মৃত্যু হৈছিল। এই গেপণেই পিছত গুপ্তচৰ বিভাগৰ ভাৰাতীয়া এজেণ্ট হয়। মুঠৰ ওপৰত, যোৱা অৰ্দ্ধ শতাব্দীৰ ৰুছিয়াৰ ইতিহাস ৰজা-প্ৰজা, ন্যায়-অন্যায়, ধনী-নিৰ্ধনী আৰু সবল-দুৰ্বলৰ সংঘৰ্ষৰ ইতিহাস।

ইয়াৰ ফলত অৱশেষত প্ৰজাশক্তি জয়যুক্ত হৈছে। যোৱা ১৯১৭ চনৰ মাৰ্চ মাহৰপৰা ৰুছিয়াৰ ৰজা শাসনৰপৰা অন্তৰ্হিত হৈছে আৰু ৰুছিয়াত কমিউনিষ্টৰ আৱিৰ্ভাৱ হৈছে। গোৰ্কিৰ মাডাৰ (Mother) বোলা কিতাপত বৰ্ণোৱা ৰুছিয়াৰ আভ্যন্তৰীণ অৱস্থা উল্লেখ কৰি লিখিছে যে ৰুছিয়াত বলছেভিজিম নহৈ ইয়াতকৈ আৰু উগ্ৰ কিবা নোহোৱাটোহে আচৰিত কথা।

জগতত এনেকুৱা পোতাশাল তৈয়াৰ হোৱা নাই যাৰ দ্বাৰা ভাবক আগুৰিব পাৰি। ইউৰোপৰ আন আন দেশৰপৰা যি ভাবৰ সোঁত লাহে লাহে ৰুছিয়ালৈ ববলৈ ধৰিলে, যি সোঁত ৰুছিয়াত আত্ম-প্ৰকাশৰ অসুবিধাত ফল্গু নদীৰ দৰে তলে তলে বৈ লাহে লাহে বাৰুদৰ স্তূপৰ দৰে পুঞ্জীভূত হ'বলৈ ধৰিছিল তাক সমূলে ধ্বংস কৰা জাৰৰ সাধ্যৰ অতীত আছিল। সেই বাবেই শত শত বছৰৰ পুঞ্জীভূত দুৰ্দমনীয় ৰুছ জাতিৰ আকাঙ্ক্ষা-অভিলাষ, সাহিত্যৰ ভিতৰেদি অশেষ বাধা-বিঘিনি কাটি কৰি থৈ প্ৰকাশ হ'বলৈ ধৰিলে। আন আন দেশত যিবিলাক বিষয় বাতৰি-কাকতৰ বা চৰকাৰী ব্লু বুকৰ (Blue Book) জৰিয়তে প্ৰকাশিত আৰু আলোচিত হৈছিল সেইবিলাক বিষয় সাহিত্যৰ ভিতৰেদি প্ৰকাশ হ'বলৈ ধৰিলে। ৰুছ সাহিত্যৰ ইয়েই বিচিত্ৰতা। ৰুছ সাহিত্যৰ জীৱন এশ বছৰো নহয়। তাৰ আগেয়ে সাহিত্যৰতো কোনো চিনেই নাছিল। আনকি ধনী, জমিদাৰ, ৰজা আদি কৰি ওপৰ-খাপৰ মানুহে জাৰ্মান

ভাষাতহে কথা কৈছিল। ৰুছ ভাষা কুলি-মজুৰৰ ভাষাহে আছিল।

যিসকল লিখকৰ চেষ্টাত ৰুছিয়াৰ ভিতৰুৱা দুখ-দৈন্য, অত্যাচাৰ-অবিচাৰৰ ভয়াবহ কাহিনী প্ৰচাৰিত হৈছিল তাৰ ভিতৰত ৰুছিয়াৰ ঔপন্যাসিক টলষ্টয়, টুৰ্গেনিভ, ডষ্টয়ভস্কি আৰু গোৰ্কিৰ নাম. আগেয়ে ল'বলগীয়া। এওঁলোকৰ লিখাৰ ভিতৰেদি সাম্য, ভ্ৰাতৃত্ব আৰু মানৱ জীৱনৰ মহত্বৰ ভাব ৰুছ নৰ-নাৰীৰ মাজত প্ৰচাৰিত হৈ সমগ্ৰ ৰুছিয়াক এক ভ্ৰাতৃত্বৰ ডোলৰে বান্ধিলে। এওঁলোকৰ বেছি ভাগেই ফাটেকৰ অসহনীয় কষ্ট নিজে সহ্য কৰি সত্য উপলব্ধি কৰি অত্যাচাৰ-অবিচাৰৰ কৰুণ কাহিনী আজি দাঙি ধৰিছে। এওঁলোকে দুই-এজন নায়ক-নায়িকাৰ মুখেৰে যি বাণী প্ৰচাৰ কৰিছে তাক পঢ়িলে গা কঁপি উঠে। প্ৰত্যেকৰ জীৱনেই একোখন খণ্ড উপন্যাসবিশেষ। গোৰ্কি কমৰেড (Comrade) বোলা উপন্যাসখনৰ লিখক। এই উপন্যাসৰ আহিলা হৈছে বনুৱা সম্প্ৰদায়। গ্ৰন্থৰ নায়ক পেভেল ভয়ানক মদপী বনুৱা ল'ৰা। তাৰ জীৱনৰ পশু জীৱনেৰে কোনো প্ৰভেদ নাছিল। কোনোমতে দুবেলা দুমুঠিৰ সংস্থান কৰি, ধুনি মদ খাই নিজৰ তিৰোতাক সময়ে সময়ে কিলৰ জাউৰি দি সি পাঁচি পাঁচি মৰিল (rolled away)। মৰাৰ সময়ত ঘৈণীয়েকে অলপ কান্দিলে, পুতেকে তিনি বছৰ আগেয়ে কাজিয়া কৰি বাপেকৰ লগত মাত-বোল বন্ধ কৰিছিল, মৰাৰ সময়ত এটোপাও চকুৰ পানী নুটুকিলে। কাৰখানাৰ (Factory) উন্নতিৰ অৰ্থে এইভাৱে দিনপাত হোৱা বনুৱা শতজনৰ ভিতৰৰে পেভেলো এজন। পুতেকৰ নামো পেভেল, সিও বাপেকৰ আদৰ্শ লৈ মদ খাই টং হৈ টলংভটংকৈ ফুৰিবলৈ ধৰিলে, কিন্তু হঠাতে তাৰ জীৱনত পৰিৱৰ্তন ঘটিল। তেতিয়া তাৰ বয়স ১৭-বছৰ। ভালকৈ আৰু পৰিষ্কাৰকৈ কাপোৰ-কানি পিন্ধাত তাৰ মন বহিল, কাজ-কামো ভালদৰে কৰিবলৈ ধৰিলে। বনুৱাৰ জীৱন এনে বিসদৃশ কিয় তাৰ আঁতিগুৰি উলিয়াবলৈ সি কিতাপ পঢ়িবলৈ ধৰিলে, আৰু বনুৱাৰ দুখ-দৰিদ্ৰতাৰ কাহিনী জানিবলৈ সি উদ্‌গ্ৰীৱ হ'ল। সি লাহে লাহে বুজিব পাৰিলে যে তাৰ বাপেকে দৰিদ্ৰতাৰ প্ৰতিশোধ ল'বলৈ তাৰ মাকক উৎপীড়ন আৰু প্ৰহাৰ কৰিছিল।

ত্ৰিশ বছৰ সি কাৰখানাতে খাটিলে। প্ৰথম যেতিয়া সি কামত সোমায় তেতিয়া কাৰখানাত দুটা মাত্ৰ পকী ঘৰ আছিল, কিন্তু তাৰ ঠাইত এতিয়া সাতোটা আকাশলঙ্ঘা পকী ঘৰ হ'ল। কল-কাৰখানাৰ উন্নতি হয়, বনুৱাই

তাৰ বাবে খাটি খাটি মৰে, কিন্তু বনুৱাৰ অৱস্থাৰ কোনো পৰিৱৰ্তন নহয়। বনুৱাৰ জীৱন কিয় কষ্টময় তাক জানিবলৈ পেভেল অধীৰ হৈ উঠিল আৰু অৱশেষত তাৰ আঁতিগুৰি পালে যে জাৰৰ দ্বাৰা পৰিচালিত সমাজৰ নিয়মাধীনত বনুৱাৰ আনভাৱে জীৱন নিওৱা অসম্ভৱ।

সমাজৰ গুৰিয়াল হৈছে ধনী আৰু ভাগ্যৱান। যি দৰিদ্ৰ সি চিৰ-দৰিদ্ৰ হৈ থকাৰেই ব্যৱস্থা, সমাজত ওপৰলৈ উঠিবৰ তাৰ কোনো বাট নাই। দুখীয়াই হয় আধাপেটে বৰ্বৰ পশুৰ দৰে দিনপাত কৰিব, নহয় চোৰ-ডকাইত ৰূপে ধৰা পৰি ফাটেকত পচিব লাগিব। পুলিচ, সৈন্য, বিচাৰক, সকলোৱেই জাৰৰ ধনেৰে পুষ্ট হৈ সামাজিক ৰীতি-নীতিক এখোজো হোহোঁকা পিছলা নোহোৱাকৈ ৰাখিবলৈ চেষ্টা কৰিছে। এই জাৰৰ দ্বাৰা পৰিচালিত শাসনৰপৰা মুক্তি পাবলৈ হ'লে দুখীয়া সঙঘবদ্ধ হ'ব লাগিব। কমৰেডছ (comrades) হৈছে এই সঙঘৰ লগৰীয়া কৰ্মীবিলাক। সমাজত ধনীৰ-দৰে দুখীয়ায়ো মানুহ হৈ জীয়াই থাকিবৰ আৰু ডাঙৰ হ'বৰ সমান অধিকাৰ যাতে পাব পাৰে তাৰ বাবে পেভেল আৰু সহকৰ্মীবিলাকে আন্দোলন আৰম্ভ কৰিলে। কিন্তু অলপ সময়ৰ ভিতৰতে জাৰৰ বিপুল শক্তিৰ আগত পৰি কোনোবা ছাইবেৰিয়ালৈ নিৰ্বাসিত হ'ল, কোনোবা ফাটেকত পৈতৃক প্ৰাণ পৰিত্যাগ কৰিলে। এই লৈয়েই গ্ৰন্থৰ আলোচনা।

ৰুছিয়াৰ লিখকসকলেহে প্ৰকৃতপক্ষে বাস্তৱতামূলক (realistic) উপন্যাস লিখিছে। তেওঁলোকৰ লিখাৰ ভাষাত সিমান লালিত্য নাই সঁচা, কিন্তু সত্যৰ যি ভয়াবহ চিত্ৰ তেওঁলোকে আঁকিছে তাৰ দ্বাৰাই তেওঁলোকে মানুহৰ মনৰ ওপৰত ভাবিব নোৱাৰা প্ৰভুত্ব বিস্তাৰ কৰিছে। এওঁলোকৰ লিখাৰ ভিতৰেদিহে ৰুছিয়াৰ জাৰৰ দিনৰ অন্তৰ্নিহিত জ্বালা-যন্ত্ৰণাৰ কিছু আভাস পোৱা যায় আৰু বলছেভিজিমে ৰুছিয়াত কিয় শিপাব পাৰিলে তাৰ আভাস এওঁলোকৰ গ্ৰন্থৰপৰা পোৱা যায়। অত্যাচাৰীৰ হাতত পীড়িত নৰ-নাৰীয়ে এই সাহিত্যৰ আশ্ৰয়েৰে নিজ দুখ আৰু অশান্তিৰ হাত সাৰিবলৈ কিছু সক্ষম হ'ব আৰু ৰাজনৈতিক ক্ষেত্ৰতো এই সাহিত্যৰ প্ৰভাৱ বৰ বেছি। ❒

# ১৯৪২ চনৰ অসমৰ গণবিপ্লৱ

—হেমচন্দ্ৰ বৰুৱা

[ত্যাগবীৰ হেম বৰুৱাই ইংৰাজীতে লিখা এই প্ৰবন্ধটো 'অমৃত বাজাৰ পত্ৰিকা'ৰ প্ৰথম স্বাধীনতা সংখ্যাত প্ৰকাশ হৈছিল আৰু তাৰে অসমীয়াত অনূদিত প্ৰবন্ধটো শ্বহীদ স্মৃতি গ্ৰন্থত প্ৰকাশ হৈছিল।]

১৯৪২ চনৰ আন্দোলনটো ফৰাচী বিপ্লৱৰ দৰেই অতি ব্যাপক আৰু উৎসাহত অদম্য আছিল। যদিও এই আন্দোলনটোৰ সবিশেষ এতিয়াও সংগৃহীত হোৱা নাই, ফৰাচী বিপ্লৱৰ সম্পৰ্কে সেই কালৰ ভিক্টৰ হিউগে লিখাৰ দৰে ইয়ো ফৰাচী বিপ্লৱৰে সমপৰ্য্যায়ৰ আছিল। ভাৰতীয় গণ আন্দোলনৰ বুৰঞ্জীত প্ৰতীকস্বৰূপ স্মৰণীয় চিপাহী বিদ্ৰোহৰ দিনৰে পৰা স্বেচ্ছাই আগবাঢ়ি আহি জাতীয় জীৱনত আলোড়নৰ সৃষ্টি কৰা এনে আন্দোলন ১৯৪২ চনৰ আগষ্ট মাহৰ আগতে ভাৰতত হোৱা নাছিল। আগষ্টৰ আন্দোলনটো জনসাধাৰণৰ আশা-আকাংক্ষাৰ জীৱন্ত প্ৰতীক। নিজৰ বুকুৰ ৰক্তেৰে দেশপ্ৰেমৰ সৌধ হিচাপে এই আন্দোলন জনসাধাৰণে গঢ়ি তুলিছিল। স্বাধীনতাৰ হকে অৰ্ধাহাৰী আৰু অৰ্ধনগ্ন লোকে কৰা ই এটা আন্দোলন। মেক্সৱেলৰ চতুৰতা আৰু টটেনহামৰ কংগ্ৰেছৰ দায়িত্ব সম্পৰ্কে ইংগিতৰ সন্মুখত ভাৰতৰ প্ৰকৃত শত্ৰুৰ বিপক্ষে কৰা ইয়েই জনসাধাৰণৰ এখন বাস্তৱ যুদ্ধ হিচাপে পৰিগণিত হৈ থাকিব।

**অগ্নিস্ফুলিংগ প্ৰজ্জ্বালন ঃ**

কংগ্ৰেছৰ প্ৰতি আস্থাভাজনসকলৰ ১৯৪২ চনৰ আগষ্টত বম্বেত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিৱেশনৰ ওপৰতে সকলোৰে আশা ৰাখিছিল আৰু ব্ৰিটিছ চৰকাৰে ষ্টেফৰ্ড ক্ৰীপ্‌চৰ যোগে তাৰিখ পাৰ হৈ যোৱা

এখন চেক দি ভাৰতীয় জনসাধাৰণক ঠগিবলৈ চেষ্টা কৰিছে বুলি এটা বিতৃষ্ণাৰ ভাব আৰু জাতীয় চৰকাৰৰ অবিহনে অসহায়তাৰ ভাব গঢ়ি উঠিছিল। কংগ্ৰেছে বিদেশী আক্ৰমণৰ বিপক্ষে ৰাষ্ট্ৰৰ জনগণৰ একান্ত সমৰ্থন পাব বুলি সকলোৱে আশা কৰিছিল। ব্ৰিটিছে নিজৰ প্ৰতিজ্ঞা ভংগ আৰু তেওঁলোকে প্ৰকৃত দৃষ্টিৰে ভাৰতৰ উচিত দাবী মানিবলৈ অমান্তি হোৱাৰ কাৰণে দেশখন বাৰুদৰ ঘৰৰ দৰে যিকোনো সময়তে সামান্য আঘাততে অগ্নিশিখা জ্বলি উঠাকৈ প্ৰস্তুত হৈ আছিল। অপ্ৰয়োজনীয়ভাৱে ভাৰতবৰ্ষৰ সকলো নেতাকে বন্দী কৰা কাৰ্য্যই আন্দোলনৰ এটা সুযোগ দিলে। সমৰ ডাৱৰৰ আৱৰণ যেতিয়া প্ৰদেশবোৰৰ আকাশত ঘণীভূত হ'ল, যদিও নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ কোনো অনুমতি নাছিল, সকলোৱে অৱৰ্ণনীয়ভাৱে প্ৰতিবাদ জনালে। বম্বেত নেতাসকলক গ্ৰেপ্তাৰ কৰাৰ হুকুম দিয়াৰ সময়তেই অসমতো নেতা আৰু বহুতো নামজ্বলা লোকক গ্ৰেপ্তাৰ কৰিলে। ইয়াৰ ভিতৰতে মৌলানা তৈয়বুল্লা, শ্ৰীযুত (সকল) বিষ্ণুৰাম মেধি, ফখৰুদ্দিন আলী আহমদ, দেৱেশ্বৰ শৰ্মা আদিক ৯ আগষ্ট তাৰিখে বন্দী কৰিলে। গোপীনাথ বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাক বম্বেৰপৰা ঘূৰি আহোঁতে ধুবুৰীত গ্ৰেপ্তাৰ কৰিলে। এই বন্দী কৰা কাৰ্য্যই আন্দোলনটো পশ্চাদগামী কৰাতকৈ অন্য প্ৰকাৰে জুইত ঘিউ ঢলাৰ দৰেহে হ'ল। ১৬ আগষ্ট তাৰিখে অসম চৰকাৰৰ মুখ্য সচিবে অতি সন্তোষ মনেৰে প্ৰকাশ কৰিলে যে বন্দী কৰাৰ পিছত দেশত শান্তি বিৰাজ কৰিছে। এই অৱস্থা যে ধুমুহাৰ আগৰ শান্ত অৱস্থা সেই কথা ভাবিবই পৰা নাছিল।

চৰকাৰৰ দমন নীতি, নেতাসকলক অপ্ৰয়োজনীয়ভাৱে বন্দী কৰা, চৰকাৰে ৰক্ত-পিপাসু নীতি গ্ৰহণ কৰি স্বাধীনতা বিচৰা জনমতক দমন কৰাৰ প্ৰতিক্ৰিয়া হিচাপে এই আন্দোলন হৈছিল— যি সময়ত দ্বিতীয় মহাসমৰ চলি আছিল আৰু অতি প্ৰয়োজনীয় সময়তে নেতাসকলক বন্দী কৰা হৈছিল।

'স্বাধীনতা আন্দোলন আৰম্ভ হ'ল যেতিয়া,
পিতাৰ পৰা পুত্ৰৰ হাত পৰিল তেতিয়া।'

এই বিপ্লৱৰ গৌৰৱময় ইতিহাস অসমৰো আছে। প্ৰদেশখনক যুদ্ধৰ বাতাবৰণে আৱৰি ৰাখিছিল আৰু প্ৰত্যেক ইঞ্চি মাটিকেই জাপানৰ বিপক্ষে যুঁজিবলৈ মিত্ৰপক্ষৰ সৈন্যই কবলত ৰাখিছিল। মেচিনগান, পিষ্টল আৰু

বুলেটক আওকাণ কৰি নিজৰ বিপ্লবৰ পতাকা উৰুৱাই ভাৰতৰ মুক্তি-যুঁজৰ বুৰঞ্জীত এক নতুন অধ্যায়ৰ সূচনা কৰিছিল। অসমী আইৰ পো-জীসকলে অতি সাহস আৰু বিশ্বাসেৰে স্বাধীনতা সংগ্ৰামত আগভাগ লোৱা কাৰ্য্যও শিখাৰ আখৰেৰে লিখাৰ যোগ্য।

নেতাসকলক বন্দী কৰা কথা বনজুইৰ দৰে বিয়পি পৰিল আৰু 'কৰিম বা মৰিম' এই বৈপ্লৱিক শ্ল'গানেৰে জনসাধাৰণে ইয়াৰ প্ৰতিবিধান কৰিবলৈ বিচাৰিছিল। জন-সাধাৰণৰ প্ৰধান লক্ষ্য আছিল পুলিচ থানা বা ষ্টেচনবোৰ আৰু গোলামী মনোবৃত্তি বাহাল ৰখা ব্ৰিটিছৰ সকলো অনুষ্ঠান— যেনে ন্যায় বিভাগ আদিৰ লগত সম্পৰ্ক ছেদ কৰাই আছিল জনসাধাৰণৰ মনোভাব। বিহালি, ঢেকিয়াজুলি, গহপুৰৰ থানাবোৰত কৰা অহিংস আক্ৰমণ এই আন্দোলনৰ এক জ্বলন্ত নিদৰ্শন আছিল। ৰাষ্ট্ৰৰ কাৰণে লজ্জাজনক ব্ৰিটিছৰ এই প্ৰতীকবোৰৰ ওপৰত নিজৰ ক্ষমতা সাব্যস্ত কৰাৰ উদ্দেশ্যে থানাবোৰ অধিকাৰ কৰিবৰ কাৰণে ৰাইজে শাৰী পাতি পাতি শোভাযাত্ৰা কৰি গৈছিল।

**লীগ চৰকাৰ ঃ**

বিধানসভাৰ কংগ্ৰেছী সদস্যসকলক আটক কৰি ৰখাৰ পিছত অসম চৰকাৰৰ নেতৃত্ব বহন কৰিলে চতুৰ পুৰুষ ছাৰ মহম্মদ ছাদুল্লাই। এই চৰকাৰে কংগ্ৰেছৰ আন্দোলন মষিমূৰ কৰিবৰ কাৰণে এক প্ৰতিক্ৰিয়াশীল ভূমিকা গ্ৰহণ কৰিছিল। এই আইন-ৰক্ষকসকলৰ অত্যাচাৰ আৰু কাৰ্য্যই বুৰঞ্জীত ক'লা তেজৰ চেকা সানি গ'ল। আনৰ দুখত ব্ৰিটিছ চৰকাৰে সুখ অনুভৱ কৰিছিল। ১৯৪২ চনৰ ১৫ আগষ্টত গোৱালপাৰাত এটা ছাত্ৰৰ শোভাযাত্ৰাৰ ওপৰত অমানুষিক লাঠীচালনা আৰু কনকলতা, থুলেশ্বৰী আৰু ভোগেশ্বৰীক নৃশংসভাৱে হত্যা কৰাৰ উপৰি যোৰহাট জে'লত ১৯৪৩ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে কৰা লাঠীচালনাত ১৮১-জন ৰাজনৈতিক বন্দী ভীষণভাৱে আহত হোৱা কাৰ্য্যই বুৰ্জোৱাসকলৰ সহজাত আওকণীয়া স্বভাৱৰ বিষয়ে সাক্ষ্য দিয়ে।

আজিকালি কনকলতাৰ নাম ঘৰুৱা হৈ পৰিছে। সকলো মানুহৰ মাজত কনকলতাই যে মাৰ্গাৰেট কজিনৰ যুদ্ধৰ কাৰণে এটা হেতু এই কথাকে প্ৰমাণিত কৰিলে আৰু ভাৰতৰ মহিলাসকলে ইয়াত আশাতীত সঁহাৰি

জনালে। তেওঁ এজনী ১৪-১৫ বছৰীয়া ছোৱালী আছিল। যেতিয়া এক বিৰাট শোভাযাত্ৰাই থানাৰ ওপৰত জাতীয় পতাকা উত্তোলন কৰিবলৈ গৈছিল তেতিয়া দৰং জিলাৰ গহপুৰ থানাত এই ঘটনা সংঘটিত হয়। কনকলতাই শোভাযাত্ৰাৰ নেতৃত্ব বহন কৰিছিল। শোভাযাত্ৰা থানা চৌহদৰ কাষ পাওঁতে থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই থানাৰ চৌহদলৈ এক খোজো আগ নাবাঢ়িবলৈ ছোৱালীজনীক মানা কৰিলে। তাৰ উত্তৰত কনকলতাই ক'লে যে থানাখন ৰাইজৰহে, চৰকাৰী বিষয়াসকল ৰাইজৰ সেৱক আৰু বিদেশীৰ তলত কাম কৰিবলৈ তেওঁলোকৰ কোনো নৈতিক অধিকাৰ নাই। সংগীন আৰু পিষ্টলৰ সমুখতো কনকলতাই ডাৰোগাক নিজ কৰ্তব্য পালন কৰিবলৈ সঁকিয়াই দিয়ে আৰু জীৱনৰ বিনিময়তো নিজৰ কৰ্তব্য পালন কৰিব বুলি কয়। ভীৰুৱে কনকলতাৰ তিৰবিৰাই থকা চকুতে গুলীৰে আঘাত কৰিলে। তেজৰ দোঙাত তেওঁ বাগৰি পৰিল। মুকুন্দ কাকতি নামৰ এজন যুৱকে মৃত সংগী কনকলতাৰ হাতৰ পৰা পতাকাখন তুলি লৈ থানাৰ পিনে আগবাঢ়ি যায়। পুলিচ বিষয়াই আকৌ গুলী চলায়। তেওঁ তাতেই বাগৰি পৰি মৃত্যুবৰণ কৰে।

জনসাধাৰণৰ উদ্যম অবিনশ্বৰ। থানাৰ এই অমানুষিক ঘটনাত লিপ্ত থাকোঁতে অন্য ফালৰ পৰা এজন স্বেচ্ছাসেৱী ৰমাপতি ৰাজখোৱাই থানাৰ ওপৰত পতাকা উৰুৱালেগৈ। কনকলতাই যি উদ্দেশ্য সাধনৰ অৰ্থে আত্মাহুতি দিলে তেওঁ সেই উদ্দেশ্য সফল কৰিলে।

থানাৰ সমীপৱৰ্তী চাহবাগানৰ মালিকসকলে পুলিচৰ লগত সম্পূৰ্ণ সহযোগিতা কৰিছিল। যেনিয়ে-তেনিয়ে গুচি যোৱা শোভাযাত্ৰীসকলক তেওঁলোকে যি বেয়া ব্যৱহাৰ কৰিছিল সেই কথা অতি পৈশাচিক। শোভাযাত্ৰীসকলক তেওঁলোকে এইদৰে চিএৰিছিল। যদিও ব্ৰিটিছসকলে গুণ্ডাৰাজৰ কথা নাজানে তথাপি 'তহঁতি গুণ্ডা' বুলি কৈছিল।

**ঢেকিয়াজুলি ঃ**

তেজপুৰৰ পৰা ২২ মাইলমান পশ্চিমত অৱস্থিত ঢেকিয়াজুলিত নিৰস্ত্ৰ জনতাৰ ওপৰত গুলীচালনা কৰাটো সমানেই দুখজনক আৰু তাৎপৰ্যপূৰ্ণ। গহপুৰৰ দৰেই ১৯৪২ চনৰ ২০ ছেপ্টেম্বৰৰ দিনা ঢেকিয়াজুলি থানাত জাতীয় পতাকা উত্তোলন কৰাৰ কাৰণে ভালেমান লোক সদলবলে আগবাঢ়ি গৈছিল।

পুলিচে গুলীচালনা কৰিলে, ১২ বছৰীয়া থুলেশ্বৰী নামৰ এজনী ছোৱালীকে ধৰি ১৬জন লোকৰ মৃত্যু হ'ল। সেই অঞ্চলত এতিয়াও কিছুমান ক্ষত-বিক্ষত হোৱা লোক আছে যিসকলৰ মূৰ, হাত, ভৰি, গাত সেই গৌৰৱপূর্ণ ঘটনাৰ চিন বিৰাজিত। সকলো ছেৰাই গৈ যিটো ল'ৰাই থানাৰ সমুখত উত্তোলন কৰিছিল তেওঁকো গুলীয়াই মৰা হ'ল। যেতিয়া বংগদেশৰ পৰা অনা মুছলমান গুণ্ডাবোৰ থানাৰ চৌহদৰ পৰা ওলাই আহি মহিলাসকলকে ধৰি সকলোৰে ওপৰত অত্যাচাৰ চলালে, অৱস্থা অতি বেয়াৰ পিনে ঢাল খালে।

সেইদিনা বজাৰৰ দিন আছিল। নগৰৰ পৰা আমদানি কৰা মিলিটেৰী পুলিচে বজাৰৰ মানুহবোৰকে কংগ্ৰেছ জন-সমাজ বুলি ভাবি নির্বিচাৰে গুলী কৰিবলৈ ধৰিলে। তিৰোতাসকলক বেয়া আচৰণ কৰিলে। সেইদিনা মুঠ মৃত্যুৰ সংখ্যা ১৬ আৰু এশজনৰো অধিক জখম হ'ল। মৃতকসকলৰ তিনিগৰাকী মহিলা, তাৰে এগৰাকী গর্ভৱতী আছিল।

ঢেকিয়াজুলি ডাক্তৰখানাত এজন বগা চাহাবে এজন ৰোগীক কংগ্ৰেছী লোক বুলি ভাবি ৰিভলভাৰ উলিয়াই লৈ গুলী কৰিব খুজিছিল; যেনিবা সেই সময়তে ডাক্তৰ আহি মধ্যস্থতা কৰে।

গহপুৰ আৰু ঢেকিয়াজুলিত হোৱা পুলিচৰ অত্যাচাৰৰ প্ৰতিবাদ জনাবলৈ তেজপুৰৰ ময়দানত ২১ ছেপ্টেম্বৰ তাৰিখে গোটখোৱা লোকসকলৰ ওপৰতো পুলিচে লাঠীচালনা কৰে। ইয়াত লাঠী আৰু সংগিন মুক্তভাৱে ব্যৱহাৰ কৰা হৈছিল। এই কার্য্যত ভালেমান লোক তেজেৰে লুতুৰি-পুতুৰি হৈ ময়দানত পৰি গৈছিল। আঘাতপ্ৰাপ্ত লোকৰ সংখ্যা এশৰ কম নহ'ব।

**নগাঁও ঃ**

আতিশয্য আৰু ব্যাপকতাৰ ফালৰ পৰা নগাঁৱে এক স্পষ্ট নিদর্শন দাঙি ধৰে। প্ৰকৃততে বুর্জোৱা দমন-নীতি কার্য্যৰ নগাঁওখনেই প্ৰধান দুৰ্ভাগ্যজনক লক্ষ্যস্থান বুলি ক'ব পাৰি। দুর্বাৰ বিদ্ৰোহ আৰু পুলিচ-মিলিটেৰীৰ কার্য্যই উদণ্ড অমানুষিকতাৰ নিদর্শন দাঙি ধৰিছিল। মুঠতে জিলাখনত অন্যায়-অত্যাচাৰৰ ৰাজত্ব চলিছিল।

১৯৪২ চনৰ ২৬ আগষ্ট তাৰিখে সন্ধিয়া পৰত এদল যুৱকক বেবেজীয়া দলঙৰ ওচৰত তাৰ তলত লুকাই থকা কিছুমান মিলিটেৰীয়ে আক্ৰমণ কৰি

দুজন ডেকাক গুলীয়াই হত্যা কৰে। আগদিনা জোঙাল বলহু দলঙৰ ওচৰত আন দুজন ডেকাক গুলীয়াই মৰা হয়। পুৰণি কালৰ হুন আৰু টাৰ্টাৰবিলাকৰ দৰে মিলিটেৰীবিলাকক এইসকলৰ তেজে সান্ত্বনা দিব নোৱাৰাত তেওঁলোকে নিশা অতৰ্কিতে বেবেজীয়া গাঁৱত সোমাই সহায়হীন মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী ভেদে সকলোৰে ওপৰত অবৰ্ণনীয় অত্যাচাৰ চলোৱাত আন্দোলন অতি ভয়ানক হৈ উঠিল। পুৱা সিহঁতে প্ৰায় ৪০০-মান লোকক গোটাই প্ৰখৰ ৰ'দত বেবেজীয়াৰ পৰা নগাঁও থানালৈ সংগিন আৰু লাঠীৰ ভয় দেখুৱাই লৈ গৈছিল।

পুলিচ আৰু মিলিটেৰীৰ নৃশংসতাই মানৱতাৰ সীমা চেৰাই গৈছিল। আনকি তিনিদিনৰ আগতে প্ৰসৱ হোৱা এগৰাকী মহিলাক কেঁচুৱাটো লৈ লগত যাবলৈ বাধ্য কৰিছিল। সন্তানটোৰ বাটতে মৃত্যু হৈছিল আৰু মহিলাগৰাকী বহুদিন ধৰি অসুখত ভুগিলে। জাৰ্মান ভাষাত কোৱাৰ দৰে নগাঁও নৈশ শক্তিৰ প্ৰভাৱত আছিল।

## মিলিটেৰীৰ নিষ্ঠুৰতা ঃ

বেবেজীয়া আৰু আন ঠাইবিলাকত মিলিটেৰী আৰু পুলিচে চোপ লৈ দোষীক চিকাৰ কৰিব খুজিছিল। গাঁওখনলৈ আগবাঢ়ি যোৱা মিলিটেৰীৰ খবৰটোৰ আগজাননী দিবলৈ গাঁৱৰ পহৰাদাৰী তিলক ডেকাই শিঙা বজাইছিল। পুনৰবাৰ শিঙা বজালে হত্যা কৰা হ'ব বুলি মিলিটেৰীয়ে ভয় দেখুৱাইছিল। যি কামত নিয়োজিত হৈছিল তিলকে তাৰ বিশ্বাসঘাতকতা কৰিবলৈ আপত্তি দৰ্শালে। এই কথাত চাৰ্জেণ্টটোৱে নিচেই কাষৰ পৰা তিলকলৈ গুলী কৰিলে আৰু তেওঁৰ মূৰৰ খোলা ভাগি পৰি গ'ল।

এই বন্দুকৰ শব্দই গাঁৱৰ মানুহক সেই স্থানলৈ আমন্ত্ৰণ কৰিলে। গাঁৱৰ সকলো মানুহে তাত টৰ্চ লাইট লৈ সেই ঠাইত উপস্থিত হ'ল আৰু মহিলাসকলে মৃত্যুবৰণ বা গ্ৰেপ্তাৰ হ'বলৈ প্ৰথমেই আগবাঢ়ি ওলাল। মিলিটেৰীয়ে পুনৰ গুলী চলোৱাত থিতাতে কেবাজনো লোক আহত হ'ল। বন্দুকলৈ কেৰেপ নকৰি ৰাইজে তিলকৰ ৰক্তপ্লাৱিত দেহাটো সংকাৰ কৰিবৰ কাৰণে সম্ভ্ৰমেৰে তুলি লৈ গ'ল। পিছদিনা পুৱা প্ৰায় ৩০০তকৈ অধিক লোকক বন্দী কৰা হ'ল আৰু অমানুষিক ব্যৱহাৰ কৰা হ'ল।

এটা বগা কমাণ্ডাৰৰ নেতৃত্বত মিলিটেৰীয়ে এটা শান্তি সেনাৰ শিবিৰ আক্ৰমণ কৰে আৰু তাৰ সকলোকে আটক কৰি শান্তি সেনাসকলক কোবাবলৈ লগাই দিয়ে আৰু ঘৰটোত জুই লগাই দিয়ে। এই পিশাচসকলৰ কাৰ্য্যৰ প্ৰতিবাদ এজন সৰু ল'ৰাই কৰাত ল'ৰাটি কমাণ্ডাৰে গোৰ মাৰি জুইৰ মাজত পেলাই দিছিল। কথমপি ল'ৰাটিয়ে বগুৰা বাই জুইৰ মাজৰ পৰা ৰক্ষা পাবলৈ সক্ষম হ'ল আৰু গাঁৱৰ মানুহে ল'ৰাটিক তাৰ পৰা আঁতৰাই লৈ গ'ল।

ত্ৰিৰংগ পতাকাখনেই এই বুৰ্জোৱা পশুসকলৰ একমাত্ৰ লক্ষ্য আছিল। ৰহা হাইস্কুলৰ ওপৰত চাৰি-পাঁচ বছৰমান ত্ৰিৰংগ পতাকাখন উৰি আছিল। কোনাবা এজন বগা চাহাব সেইফালে যাওঁতে পতাকাখন উৰি থকা দেখি স্কুললৈ সোমাই গ'ল আৰু পতাকাখন নমাবলৈ ক'লে। স্কুললৈ ছাত্ৰ আহিবলৈ বন্ধ কৰাত তেতিয়া স্কুল খালী আছিল। এই অতি অসন্মানজনক কামটো কৰিবলৈ অমান্তি হোৱাত সেই মিলিটেৰী বিষয়াটোৱে শিক্ষকসকলৰ ওপৰত জঁপিয়াই পৰি গোৰ লাঠী মৰাৰ উপৰি কোবাবলৈ ধৰিলে।

**ভোগেশ্বৰী ফুকননী ঃ**

পুলিচ আৰু মিলিটেৰীৰ হিংসাত্মক কাৰ্য্যই চলি থকা সংঘৰ্ষৰ ওপৰত অন্ধকাৰৰ ছাঁ পেলালে। পুলিচৰ হাতত থকা বৰহমপুৰৰ শান্তি-সেনা শিবিৰত ভোজ খোৱাৰ উদ্দেশ্যে সেই অঞ্চলৰ ল'ৰা, বুঢ়া, মহিলাসকলে ১৮ ছেপ্টেম্বৰ তাৰিখে গোট খাইছিল। নগৰৰ পৰা ঠাইখন মাত্ৰ ৫ মাইল দূৰত। নগৰৰ ভালেমান লোকো তালৈ আহিছিল। পুলিচ আৰু মিলিটেৰীসকলে ব্ৰিটিছ সাম্ৰাজ্যৰ কাৰণে এই কাৰ্য্যত বিপদৰ গোন্ধ পাইছিল আৰু শীঘ্ৰে সেই ঠাইলৈ বন্দুক আৰু সংগিন নিয়া হৈছিল। মিলিটেৰীয়ে কিছুমান ছোৱালীৰ হাতৰ পৰা জাতীয় পতাকাখন কাঢ়ি নিবলৈ সক্ষম হ'ল।

ৰত্নমালা নামৰ এজনী ষোড়শী গাভৰুৰ লগত পতাকাখন কাঢ়ি নিয়ালৈ টনা-আজোৰা লাগিছিল। শেষত ছোৱালীজনী পৰি গ'ল আৰু পতাকাখনো তেওঁৰ পৰা কাঢ়ি নিলে। এই কথাত ৰত্নমালাৰ আইতাক ভোগেশ্বৰী ফুকননী বৰ উত্তেজিত হ'ল। তেওঁৰ হাতৰ পতাকাখনৰ মাৰি ডালেৰে বগা চাহাবৰ মুখত খোচ মাৰি দিলে, যিটোৱে বগা চাহাবক উত্তেজিত কৰিবলৈ যথেষ্ট আছিল। তেওঁ এটা গুলীৰে সেই বুঢ়ীগৰাকীক বগৰাই দিলে।

**আৰু বহুতো মৰিল ঃ**

তাৰ পিছতে প্ৰকাণ্ড ঢৌৰে অহা জোৱাৰৰ দৰে আগবাঢ়ি ছোৱালীজনীক বগাবলৈ অহা জনতাৰ ওপৰত গুলী চলোৱা হ'ল। লক্ষ্মীৰাম হাজৰিকা আৰু ঠগীৰাম সুত আৰু বলো সুত ওচৰতে নিৰ্জীৱ শিলামূৰ্তিৰ দৰে বৈ থকা অৱস্থাতে গুলীত বাগৰি পৰে আৰু বহুতো ঘূণীয়া হয়। ৰাইজে গোটেই নিশা শ কিটা বেৰি থাকে, ফুলেৰে সজ্জিত কৰে, পুৱা ফটো লয় আৰু এটা বিৰাট শোভাযাত্ৰাৰে এই বীৰ-বীৰাংগনাসকলক শ্মশানলৈ লৈ যায়।

মহান নেপোলিয়নৰ ঘটনাৰ দৰে সৰু একোটা কথায়ো ইতিহাস ৰচনা কৰে। লক্ষ্মী হাজৰিকাই এটা স্মৰণীয় কথা আৰু ইতিহাস এৰি গৈছে। তেওঁ মৰণৰ লগত সংগ্ৰাম কৰি থকা অৱস্থাতে জেপত খেপিয়াই এটা এক-অনীয়া আৰু ছয় পইচা উলিয়াই দেশৰ কাৰণে খৰচ কৰিবলৈ তেওঁক আৱৰি থকা লোকৰ হাতত দি গৈছে। তেজ আৰু মুদ্ৰাৰে এইটোৱেই দেশৰ স্বাৰ্থৰ কাৰণে দিয়া তেওঁৰ শেষ দান।

বুৰঞ্জীত এনে আত্ম-বলিদান আৰু ত্যাগৰ নিদৰ্শন নিচেই কম ডেৰশ বছৰ ব্ৰিটিছ শাসনাধীন হৈ থাকিও ভাৰতীয় জনসাধাৰণৰ মনত মহান ত্যাগৰ কাৰণে উদগনি জনোৱা প্ৰকৃত উৎসাহ অব্যাহত আছিল।

**এখন পূৰ্ণ ছবি ঃ**

মিলিটেৰী আৰু পুলিচৰ অত্যাচাৰৰ এটা সম্পূৰ্ণ প্ৰতিচ্ছবি সেই সময়ত নগাঁও উকীল সন্থাই গ্ৰহণ কৰা এটা প্ৰস্তাৱৰ যোগে পোৱা যায়।

“এই সন্থাই দুখেৰে অনুভৱ কৰে যে জিলাখনত প্ৰশাসন চলি থাকোঁতে জিলা মেজিষ্ট্ৰেটৰ বঙলাৰ মাত্ৰ দুই ফাৰ্লং আঁতৰত চৰকাৰী হাইস্কুলত ১৯৪২ চনৰ ১৬ ছেপ্টেম্বৰ তাৰিখে অনেক লোকক, য'ত ডেকাসকলেই সংখ্যাধিক, গাঁও অঞ্চলৰ পৰা গ্ৰেপ্তাৰ কৰি আনি থানালৈ নিয়াৰ আগতে মিলিটেৰীয়ে অতি নগ্নভাৱে অত্যাচাৰ আৰু দমন কৰিছে, জনসাধাৰণৰ ওপৰত অমানুষিক অত্যাচাৰ কৰিছে আৰু বেত, গোৰ আদি নিৰ্দয়ভাৱে ব্যৱহাৰ কৰিছে।

এই গ্ৰেপ্তাৰ কৰা লোকসকলক থানালৈ বা আদালতৰ লক-আপলৈ নিনি কিয় মিলিটেৰী থকা চৰকাৰী হাইস্কুললৈ নিয়া হ'ল এই কথা সন্থাই বুজিবলৈ টান পাইছে। গাঁও অঞ্চলৰ লোকসকল কেনেদৰে জীৱনৰ নিৰাপত্তা

নোহোৱাকৈ অসহায় অৱস্থাত জীৱন নিৰ্বাহ কৰিব লগা হৈছে এই এটা উদাহৰণেৰেই সন্থাক সজাগ কৰি তুলিছে।

এইটো জানিব পৰা গৈছে যে কিছুমান ছাত্ৰক জাতীয় পতাকা উত্তোলন কৰিবলৈ যাওঁতে আটক কৰি নগাঁৱৰ মিলিটেৰীৰ প্ৰধান কাৰ্য্যালয় আৰু মিলিটেৰী বঙলালৈ আনি নিৰ্দয়ভাৱে বেত দিয়া আৰু গোৰ মৰা হৈছে। ১৯৪২ চনৰ ১০ ছেপ্টেম্বৰ তাৰিখে এনেধৰণৰ অমানৱীয় ব্যৱহাৰ জাগী, দৰঙ্গীয়া গাঁৱৰ মানুহকো কৰা হৈছিল। কিছুমান লোকক শাৰী পাতি থকা মিলিটেৰীৰ মাজেদি যাবলৈ দিয়া হৈছিল, তেওঁলোকক লঠিয়াবৰ আৰু অপমানিত কৰিবৰ কাৰণে। ইয়াৰ ফলত বহুতো জখম হৈছিল। এইবোৰ মিলিটেৰীৰ নিৰ্দয়তা আৰু অপ্ৰয়োজনীয় দমনতাৰ আন আন নিদৰ্শন।

এই ঘটনা মুনিহ-তিৰোতাকে লৈ ভালেমান লোক আটক হোৱাৰ পিছত ঘটিছিঁল। তেওঁলোকক মিলিটেৰীৰ দুটা শাৰীৰ মাজেদি যাবলৈ দিয়া হৈছিল আৰু মিলিটেৰীয়ে পাৰ হৈ যোৱা লোকসকলক এটা এটাকৈ চৰিয়াইছিল। এই আটক হোৱা লোকসকলে এনে ব্যৱহাৰেই গ্ৰহণ কৰিব লগা হৈছিল। এই সন্থাই সেই কাৰণে মিলিটেৰীৰ এই আতিশয্যৰ বাবে আৰু তেওঁলোকে অমানুষিক ব্যৱহাৰ কৰাৰ ঘোৰ প্ৰতিবাদ জনায় আৰু স্থানীয় কৰ্তৃপক্ষক আৰু অসম চৰকাৰক এনে দুখজনক ঘটনাৰ অৱসান ঘটাবলৈ অনুৰোধ জনায়।

**কামৰূপ ঃ**

২৫ ছেপ্টেম্বৰ তাৰিখে জালাহত হোৱা এখন সভাত যোগদান কৰি ঘূৰি আহোঁতে সাদেৰী গাঁৱৰ ৰাউটৰাম দাস আৰু বজালী হাইস্কুলৰ ৮ম মান শ্ৰেণীৰ ছাত্ৰ মদনচন্দ্ৰ বৰ্মনক পাটাছাৰকুছি থানাৰ ভাৰপ্ৰাপ্ত বিষয়াই গুলীয়াই হত্যা কৰে।

কেইজনমান মানুহে সভাৰ পৰা আহি আলিৰ কাষৰ এজোপা গছৰ তলত জিৰাওঁতে তেওঁ দিহা-দিহি গুচি যাবলৈ আদেশ দিয়ে। যি হেতুকে তেওঁলোকে তাত মিটিং কৰা নাছিল সেই কাৰণে দিহা-দিহি যাবলৈ অমান্তি হোৱাত পুলিচ বিষয়াই তেওঁলোকৰ ওপৰত গুলী চলায় আৰু দুজনক ঘূণীয়া কৰি পেলায়। ইয়াৰ পিছতে তেওঁ ঘূৰি আহোঁতে আন এটা দলক লগ পায় আৰু তেওঁলোকৰ ওপৰতো গুলীচালনা কৰি কেইজনমানক ঘূণীয়া কৰে।

বিধানসভাৰ মজিয়াত ৰোহিণী কুমাৰ চৌধুৰীয়ে প্ৰশ্ন কৰাত ছাৰ মহম্মদে তলত দিয়া উত্তৰ দিয়ে—

"মই পিছৰ সিদ্ধান্তত এনেদৰে আহিব পাৰিছো যে সভা-সমিতি শোভাযাত্ৰাৰ যোগেদি কংগ্ৰেছ দলৰ সন্মান বজায় ৰাখিবলৈ আৰু ক্ষমতা সাব্যস্ত কৰিবলৈ চেষ্টা চলোৱা হৈছে আৰু বৰ্তমানৰ শাসনাধিষ্ঠিত চৰকাৰৰ ঠাইত ঠায়ে ঠায়ে সমান্তৰাল চৰকাৰ গঠনৰ চেষ্টা চলোৱা হৈছে। মোৰ বন্ধুৱে বিধানসভাত উল্লেখ কৰা দৰঙৰ গহপুৰ আৰু ঢেকিয়াজুলি, নগাঁৱৰ বৰহমপুৰ আৰু কামৰূপৰ পাটাছাৰকুছিৰ দুৰ্ভগীয়া ঘটনা এই কাৰণেই সংঘটিত হৈছে।"

কামৰূপ জিলাৰ সৰভোগৰ আকাশীযানৰ ঘাটিৰ ঘটনাটো স্মৰণীয়। ১৯৪২ চনৰ ৩১ আগষ্টত এই ঘটনা ঘটিছিল। অতি গভীৰ বিপদৰ মাজতো জনতাই নিজকে সংগঠিত কৰিব পৰা আৰু শক্তি একত্ৰিত কৰি কাম কৰিব পৰাৰ ই এটা উদাহৰণ। হেজাৰ হেজাৰ লোকে আকাশীযানৰ পথাৰ মুক্তভাৱে আক্ৰমণ কৰাৰ ই নিদৰ্শন। যি সময়ত স্বাধীনতাৰ দাবী মানি নোলোৱাকৈ জনসাধাৰণে যুদ্ধৰ কোনো কাৰ্য্যতে সহায় নকৰিবৰ কাৰণে সংকল্প গ্ৰহণ কৰিছিল, তেনে সময়ত মিলিটেৰী ঠিকাদাৰে জমা কৰি ৰখা খেৰ, বাঁহ, তিনিখন এম, ই, এছ গাড়ী, পৰিদৰ্শন বঙলা আৰু বহু এম, ই, এছৰ থকা ঘৰ জুই লগাই দি ভস্মীভূত কৰে। এই জুই অতি ওপৰলৈকে উঠিছিল আৰু ১৬ মাইলৰ আঁতৰত থকা বৰপেটাৰ মহকুমাধিপতিৰ চকুত পৰিছিলগৈ। নিজৰ গাড়ীৰে লৰালৰিকৈ তেওঁ ফেৰীঘাটলৈ গ'ল; কিন্তু ওপৰঞ্চি মিলিটেৰী যাব নোৱাৰাকৈ সকলো বাট-পথ বিচ্ছিন্ন কৰি থোৱা হৈছিল। ইয়াৰ পৰা ইয়াকে বুজিবলৈ দিয়া হৈছিল যে যিখন যুদ্ধলৈ ভাৰতবৰ্ষক আজুৰি নিয়া হৈছে সেইখন ভাৰতবৰ্ষৰ যুদ্ধ নহয়, এইখন হৈছে দুটা অতি নিম্নস্তৰৰ ৰাজতন্ত্ৰৰ মাজত হোৱা যুদ্ধ, য'ত তেওঁলোকৰ কোন বেছি ক্ষমতাশালী তাক প্ৰমাণ কৰিবলৈ বিচৰা হৈছে। গাঁৱৰ মহিলাসকলে পাঠশালাৰ থানাখন আক্ৰমণ কৰি এদিন অৱৰুদ্ধ কৰি ৰাখে।

**পূব অসম ঃ**

যোৰহাট আৰু শিৱসাগৰ মহকুমাত গাঁও অঞ্চলৰ ছাত্ৰ আৰু ৰাইজে চৰকাৰী কাৰ্য্যালয় আৰু কাছাৰীৰ আগত বিক্ষোভ প্ৰদৰ্শন কৰিছিল। বিদেশীৰ

তলত কাম কৰি বিদেশী শাসন অব্যাহত ৰখাৰ কাৰ্য্যত কৰ্মচাৰীসকলক বাধা দিয়াৰ কাৰণে ডাঙৰ ডাঙৰ শোভাযাত্ৰা উলিওৱা হৈছিল আৰু সভা-সমিতি পতা হৈছিল। যোৰহাটত কিছুমান সৰু সৰু ল'ৰাক আটক কৰি গাড়ীত ভৰাই লৈ নামবৰ হাবিত বনৰীয়া জন্তুৰ খাদ্য হ'বৰ কাৰণে এৰি দিছিলগৈ।

এই জিলাবিলাকত গঠনমূলক কাম আৰু প্ৰতিৰোধ কাৰ্য্য দুয়োটাই অব্যাহতভাৱে চলাই ৰখা হৈছিল। গঠনমূলক কামৰ হিচাপত প্ৰত্যেকখন গাঁৱকে একোখন ৰাষ্ট্ৰলৈ পৰিণত কৰিবলৈ বিচৰা হৈছিল য'ত একোজন ৰাষ্ট্ৰপতিয়ে প্ৰতিনিধি হিচাপে প্ৰশাসনীয় কাম চলাব। সকলো ব্যৱস্থাৰে টিয়ক, চাৰিগাঁও, হাতীগড়ত এনেধৰণৰ সৰু সৰু স্বাধীন ৰাষ্ট্ৰ গঠন হৈছিল।

আন প্ৰতিৰোধ প্ৰচেষ্টা আছিল মিলিটেৰীক খাদ্য-সম্ভাৰ যোগান ধৰাটো বন্ধ কৰা। প্ৰকৃততে ৰাজ্যৰ ই এখন আত্ম-নিৰ্ভৰশীল আঁচনি আছিল। এনে ব্যৱস্থা লোৱাৰ ফলত মিলিটেৰীক ছাগলী, জন্তু, কুকুৰা, ধান আদি দিয়া বন্ধ হৈছিল। ইয়াক কাৰ্য্যতঃ প্ৰতিফলিত কৰিবলৈ যাওঁতে সাধাৰণতে পুলিচ আৰু মিলিটেৰীৰ লগত ৰাইজৰ সংঘৰ্ষ হৈলি। লাঠী, সংগিন চালনা আৰু দলে দলে আটক কৰা কাম দৈনন্দিন ঘটা ঘটনাৰ দৰে হৈছিল।

যোৰহাটৰ টিয়কত হোৱা লাঠী চালনা অতি স্মৰণীয়। ইয়াতে প্ৰতিৰোধৰ আঁচনি কৃতকাৰ্য্য হৈছিল। থানাৰ ভাৰপ্ৰাপ্ত বিষয়াৰ কাৰণে এই কৃতকাৰ্য্যতা অসহনীয় হৈছিল আৰু কংগ্ৰেছী লোকক এশিকনি দিয়াৰ বাবে প্ৰস্তুত হৈছিল। থানাৰ কাষতে থকা কংগ্ৰেছ অফিচত যেতিয়া প্ৰায় ৪০০ মান লোক লগ খাইছিল তেতিয়া পুলিচৰ সেই শুভক্ষণ মিলিছিল। সেই নিৰ্ভীক পুলিচ বিষয়াই যোৰহাট টাউনৰ পৰা মিলিটেৰী নিয়াৰ বাবে অনুৰোধ পঠালে। চিকাৰৰ ওপৰত জঁপিয়াই পৰাৰ দৰে পুলিচ আৰু মিলিটেৰীয়ে ৰাইজৰ ওপৰত জঁপিয়াই পৰিল আৰু মুনিহ, তিৰোতা, ল'ৰা-ছোৱালীৰ ওপৰত সংগিন আৰু লাঠীৰে আক্ৰমণ চলালে। জাতীয় পতাকাখন মহিলাসকলৰ পৰা কাঢ়ি নিবৰ প্ৰয়াসেৰে সংগিন আৰু লাঠীৰে প্ৰহাৰ কৰিলে। এই কামত দুজন বেয়াকৈ ঘূণীয়া হৈছিল। যোৰহাটৰ প্ৰবীণ কংগ্ৰেছ নেতা শশীধৰ মলিয়া বৰুৱা বহু কাললৈ ঘূণীয়া হ'ল।

**শিৱসাগৰ ঃ**

শিৱসাগৰ টাউনলৈ অহা সকলো বাট-পথতে পুলিচ আৰু মিলিটেৰীয়ে চোকা নজৰ ৰাখিছিল। তত্ৰাচ ১৯৪২ চনৰ ২০ ছেপ্টেম্বৰ তাৰিখে প্ৰায় ১৫ হেজাৰ লোকৰ এটা সমাৱেশ টাউনত হৈছিল আৰু দেশৰ স্বাধীনতা আৰু ব্ৰিটিছ্ শাসনৰ অৱসানৰ দাবীৰ ধ্বনি তুলি আলিবাটেদি শোভাযাত্ৰা কৰি আহিছিল। জয়সাগৰ আৰু পলিটেকনিক স্কুলৰ কাষত পুলিচ আৰু মিলিটেৰীয়ে শোভাযাত্ৰাকাৰীসকলৰ ওপৰত সংগিন ব্যৱহাৰ কৰিছিল। কুৰিজনলোক সেইদিনা জখম হয়।

মানুহৰ সহ্য কৰাৰ এটা সীমা আছে। চৰকাৰে দমনৰ বাবে লোৱা ব্যৱস্থাৰ কাৰণে আন্দোলনটো সংগোপনে চলোৱা হ'ল। স্বাভাৱিকতে জনসাধাৰণৰ মনত বিদ্ৰোহাত্মক ভাব সুদৃঢ় হ'ল। তেওঁলোকে চৰকাৰৰ হিংসাত্মক কাৰ্য্যৰ প্ৰতিবিধান কৰিবলৈ সাজু হ'ল আৰু জনসাধাৰণে ছেগা-চোৰোকাকৈ কৰা ধ্বংসাত্মক কাৰ্য্যই চৰকাৰৰ সকলো কাৰ্য্যক তল পেলালে। ১৯৪২ চনৰ চেপ্টেম্বৰ আৰু ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহৰ ভিতৰত বৈপ্লৱিক বিচাৰধাৰাৰ অনেক প্ৰচাৰ-পত্ৰ প্ৰকাশ হ'ল। এই প্ৰচাৰ-পত্ৰবিলাকে ৰে'লৰ লাইন উঠোৱা আৰু টেলিফোন, টেলিগ্ৰাফ আদিৰ দ্বাৰা কাছাৰী আৰু চৰকাৰী কাৰ্য্যালয়ৰ লগত থকা যোগাযোগৰ ব্যৱস্থাসমূহ বিচ্ছিন্ন কৰিবলৈ উদগনি দিছিল।

এই তলে তলে চলোৱা আন্দোলনটোৱে যুৱকসকলৰ বৈপ্লৱিক মনোভাবৰ পৰা শক্তি আহৰণ কৰিছিল। তেওঁলোকে ব্ৰিটিছ্ শক্তিৰ প্ৰতীকবিলাক ধ্বংস কৰাৰ কথা ভাবিছিল আৰু কৃতকাৰ্য্যও হৈছিল। বাস্তৱ পথেদি বিপ্লৱী ধাৰা অনুসৰণ কৰিবলৈ মৃত্যু বাহিনী গঠন কৰিছিল। নৱেম্বৰ মাহৰ পৰা পিছলৈ আন্দোলনটোৰ ই এটা গতানুগতিক ধাৰা হৈ পৰিল।

আমাক দিয়া পুলিচৰ ৰিপৰ্ট মতে, ৬টা ৰে'লগাড়ী বগৰোৱা ঘটনা হৈছিল; তাৰে দুটা বেয়াকৈ হৈছিল আৰু ভালেমান প্ৰাণনাশ হৈছিল। ৰঙিয়াৰ ওচৰত হাতীখলা দলঙত এখন মিলিটেৰী মালবস্তু অনা গাড়ী বগৰোৱা হৈছিল। ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহত শিৱসাগৰৰ লাকুৱাত এখন যাত্ৰীবাহী ৰে'লগাড়ী বগৰাইছিল। সৰুপথাৰত বগৰোৱাখন মিলিটেৰী কঢ়িয়াই অনা গাড়ী আছিল। ইয়াৰ উপৰি টেলিগ্ৰাফ অফিচ, কলেজ আৰু ৰে'লষ্টেচনৰ

প্লেটফৰ্মত ফুটাবলৈ কিছুমান কেঁচা বোমা তৈয়াৰ কৰিছিল। এনেধৰণৰ আন্দোলন মহাত্মা গান্ধীয়ে আগাখাঁ প্ৰাসাদৰ পৰা ভাইচৰয়লৈ লিখা চিঠিৰ পিছৰ পৰাই বন্ধ হয়।

আন্দোলনটো জুইৰ ফিৰিঙটিৰে এটা আগ্নেয়গিৰিৰ দৰে উত্তপ্ত হৈ আছিল। চাৰি মাহৰ কাৰণে অসামৰিক প্ৰশাসন একেবাৰে অচল হৈ পৰিছিল আৰু অসমৰ পুলিচসকলক গণ্ডগোলীয়া অঞ্চলত থোৱাই চৰকাৰৰ কাম আছিল।

**কুশল কোঁৱৰ ঃ**

এই আন্দোলনটোত দুজন লোকৰ প্ৰতিচ্ছবি জ্বলন্ত হিচাপে চকুত পৰে। অসমত ব্ৰিটিছ শাসন প্ৰৱৰ্তন হোৱাৰ আগলৈকে ৬শ বছৰ ৰাজত্ব কৰা আহোম বংশৰ সন্ততি কুশল কোঁৱৰে দেশপ্ৰেমত আপ্লুত হৈ হাঁহি মুখে ফাঁচী কাঠত উঠিছিল। অসমৰ মিৰি সম্প্ৰদায়ৰ কমলা মিৰি আগষ্ট বিপ্লৱৰ আন এজন বীৰ আছিল।

চৰকাৰৰ পক্ষ সমৰ্থনকাৰী এজন সাক্ষীৰ কথাতে সৰুপথাৰত ৰে'লগাড়ী বগৰোৱা কাৰ্য্যত এজন নিৰপৰাধী লোক কুশল কোঁৱৰক লিপ্ত কৰা হ'ল। অতি দৃঢ়মনা, শুৱনি, শকট-আৱত, কংগ্ৰেছৰ আদৰ্শত বিশ্বাসী কুশল কোঁৱৰে দেশপ্ৰেমৰ বাবে ফাঁচীকাঠত জীৱন ত্যাগ কৰিলে। এজন সহবন্দীৰ কথা— '১৯৪৩ চনৰ ১৪ জুন তাৰিখে তেওঁক ফাঁচি দিয়াৰ আগদিনা আমি জে'লত থকা লোকসকলে তেওঁক লগ ধৰিলো। তেওঁ স্বাভাৱিকভাৱেই বিচলিত নোহোৱাকৈ আছিল আৰু হাঁহিমুখে আমাক আদৰণি জনাইছিল। তেওঁৰ মুখত ঐশ্বৰিক জ্যোতি দেখা গৈছিল। এই পৰিস্থিতিয়ে আমাৰ অন্তৰৰ দুখ আৰু বেদনা অনেক লাঘৱ কৰিছিল আৰু সাহস আৰু গৌৰৱ যোগাইছিল; লগে লগে এই মহান বীৰজনৰ কাৰ্য্যত তবধ মানিছিলো।'

ইতিহাসে সেই ঘটনাৰ কথা চকুত দাঙি ধৰে। তেওঁৰ শেষ বাণীকিটা দাৰ্শনিক তথ্যযুক্ত আৰু অনুপ্ৰেৰণাদায়ক ঃ *'যি জন্মগ্ৰহণ কৰিছে তেওঁৰ মৃত্যু অনিবাৰ্য্য। আৰু এই কামটোৰ বাবে ভগৱানহে সকলোৰে মাজৰ পৰা মোক বাছি লৈছে তাৰ বাবে মই সুখী। ভগৱানে মোক ভাল পায়।'* তেওঁৰ মতে জীৱন অবিনশ্বৰ আৰু মৃত্যু হৈছে পৃথিৱীৰ পৰা আঁতৰাই নিয়া ব্যৱস্থা।

যেতিয়া শেষ মুহূৰ্ত আহিল, অকণো বিচলিত নোহোৱাকৈ তেওঁ ফাঁচিশালত উঠিল; তেওঁৰ চাৰিওকাষে থকা সকলোকে বিদায় মাগিলে, বৈষ্ণৱ কীৰ্তনৰ এটা ফাঁকি গালে— 'পাৰ কৰা দীননাথ সংসাৰ সাগৰ' আৰু শেষ নিশ্বাস পেলালে।'

## কমলা মিৰি ঃ

কাৰাবাসত ধৈৰ্য্যৰে মৃত্যুক আঁকোৱালি লোৱা কমলা মিৰি স্থিতপ্ৰজ্ঞৰ প্ৰতীক। জে'ল কৰ্তৃপক্ষই ভৱিষ্যতে কোনো আন্দোলনত যোগ নিদি ভাল হিচাপে থাকিব বুলি লিখি দিবলৈ পৰামৰ্শ দিছিল। কিন্তু অসম মাতৃৰ এই সাহসী সন্তানজনে তাক অসৎ পৰামৰ্শ বুলি ধৰি মৃত্যুৰ দিন গণি থকা অৱস্থাতে এনে অপমানজনক কাম কৰিবলৈ মান্তি নহ'ল। মৃত্যুৰ এদিন নে দুদিনৰ আগত জেইলাৰে শেষবাৰ এনেদৰে লিখি দিবলৈ পৰামৰ্শ দিয়াত তেওঁ এটা উপযুক্ত উত্তৰ দিলে— 'মই এই কষ্ট মোৰ ব্যক্তিগত লাভৰ কাৰণে কৰা নাই। কৰিছো তোমালোকৰ আৰু সকলোৰে কাৰণে। তুমি কিয় এখন প্ৰতিশ্ৰুতি লিখি দিবলৈ ধৰি আছা?'

কমলা মিৰিয়ে জে'লত থাকোতেই লিখিবলৈ আৰু পঢ়িবলৈ শিকিছিল যাতে কংগ্ৰেছৰ ৰিপ'ৰ্টবোৰ তেওঁ নিজে লিখিব পাৰে তাৰ বাবে তেওঁ লিখিবলৈ আৰু পঢ়িবলৈ শিকিছিল। তেওঁৰ ৰাৰ্দ্ধা যঁতৰৰ প্ৰতি ঐকান্তিক মোহ আছিল আৰু জে'লত থাকোঁতেই সূতা কাটিবলৈ শিকিছিল। বৰ্ণবিলাক পঢ়াৰ দৰেই সূতা কটাতো শ্ৰীযুত গোপীনাথ বৰদলৈ তেওঁৰ মৰমৰ শিক্ষক আছিল।

## কলেক্টিভ টেক্স ঃ

কলেক্টিভ টেক্স নিৰ্বিচাৰে লগাইছিল আৰু অতি নিৰ্দয়ভাৱে আদায় কৰিছিল। সৈন্যসকলক গাঁওবিলাকলৈ পঠাই দিয়া হৈছিল। এওঁলোকে মানুহক ভয় দেখুৱাইছিল, গাঁওবোৰত লুটপাত কৰিছিল আৰু জোৰ কৰি ঘৰৰ ভিতৰত সোমাই দুখীয়া লোকৰ ধনৰ চন্দুকবোৰ ভাঙিছিল আৰু মহিলাসকলক অপমান কৰিছিল। বিভিন্ন জিলাত লগোৱা টেক্সৰ হিচাব তলত দিয়া হৈছে—

| জিলাৰ নাম | কিমান টকা লগোৱা হৈছিল |
|---|---|
| চিলেট | ২০০০ টকা |
| লক্ষীমপুৰ | ১০,০০০ টকা |
| শিৱসাগৰ | ১,৪৩,০০০ টকা |
| নগাঁও | ৮৭,৫০০ টকা |
| দৰং | ৮২,২০০ টকা |
| কামৰূপ | ৭০,৫৮৭ টকা |
| গোৱালপাৰা | ১৫,০০০ টকা |

আচল হিচাবত আৰু এক লাখ পঁচিশ হাজাৰ টকা বঢ়াই ধৰিব পাৰি। চৰকাৰে এই হিচাব কমকৈ দেখুৱাইছে।

## নিধানু ৰাজবংশী :

কলেক্টিভ টেক্স সংগ্ৰহৰ ক্ষেত্ৰত হোৱা মৰ্মন্তুদ ঘটনা হ'ল নিধানু ৰাজবংশীৰ মৃত্যু। তেওঁ গোৱালপাৰা ককিৰা নামে গাঁৱৰ লোক। অসম বিধানসভাত শ্ৰীৰোহিণী কুমাৰ চৌধুৰীয়ে দিয়া বক্তৃতাৰ পৰা প্ৰকৃত সত্য তলত দাঙি ধৰা হ'ল—

"নিধানু ৰাজবংশীৰ পৰা মাত্ৰ ৮ টকা কলেক্টিভ টেক্স আদায় কৰিবলৈ এজন চিপাহী পঠোৱা হৈছিল। নিধানু নগদ টকা দিবলৈ অসমৰ্থ আছিল, গতিকে চিপাহীয়ে তেওঁৰ একমাত্ৰ হালোৱা গৰু হালকে অধিগ্ৰহণ কৰে। গৰুহাল উলিয়াই আনোতে সেই হালেই তেওঁৰ একমাত্ৰ হালোৱা গৰু বুলি প্ৰতিবাদ কৰিছিল। এই কথাত চিপাহীয়ে তেওঁক ককৰ্থনা কৰে আৰু গৰুহাল ঘূৰাই দিয়ে।

"নিশা ১১মান বজাত মহকুমাধিপতিয়ে দুধনৈৰ পৰা ঘূৰি যাওঁতে এই ঘটনাৰ ৰিপ'ৰ্ট পাই দুজন ইউৰোপীয় বিষয়া আৰু দুই লৰী সশস্ত্ৰ চিপাহী লৈ সেই ঠাইত উপস্থিত হয়। মহকুমাধিপতিয়ে এটা জ্বলা চাকিৰে মানুহজনক এটা বন্ধ ঘৰত থকা পায়গৈ। তেওঁক ওলাই আহিবলৈ কোৱা হ'ল, কিন্তু তেওঁ তাত অমান্তি হ'ল। এই কথাত মহকুমাধিপতিয়ে ঘৰটো বেৰি ধৰি গুলী চলাবলৈ হুকুম দিলে। এটা বগা চাহাবে গুলী চলালে। দুটা গুলী মৰা হৈছিল আৰু আন কেইটামান গুলীয়ে মানুহজনৰ আঁঠুত আঘাত কৰিলে

আৰু তেজেৰে লুতুৰি-পুতুৰি হৈ তেওঁ পৰি গ'ল। এটা গুলীয়ে বিপৰীত ফালে এখন বেৰ ফালি বাহিৰত বৈ থকা এটা চিপাহীৰ গাত লগাত থিতাতে মৰি যায়। এই কথাত চিপাহীবোৰে দুৱাৰখন জোৰেৰে খুলি সংগিনেৰে নিধানুক বলীয়া গাহৰিৰ দৰে খুচিবলৈ ধৰে আৰু তেওঁৰ মৃত্যু হ'ল। সেই কাৰণে সন্মানিত মুখ্যমন্ত্ৰীৰ ওচৰত মোৰ নিবেদন— যদি ঘটনা এনেকুৱাই হয় তেন্তে যাৰ অবিচাৰৰ কাৰণে এনেদৰে এজন লোকক হত্যা কৰা হ'ল তেওঁৰ ওপৰত এজন ৰাজহুৱা কৰ্মচাৰীৰ দৰে নৰহত্যাৰ বিচাৰ হ'ব লাগে।"* ❐

---

*এই ঘটনাটো শেষত মুখ্যমন্ত্ৰী চাদুল্লাই সত্য বুলি স্বীকাৰ কৰে।

# হেমচন্দ্ৰ বৰুৱাৰ গ্ৰন্থসমূহ আৰু প্ৰবন্ধাৱলী

(তালিকা সম্পূৰ্ণ নহয়)

**পুস্তিকা ঃ**

১। কংগ্ৰেছৰ বুৰঞ্জী

২। দেশৰ আয়-ব্যয়ত ভুমুকি

৩। ভাৰতৰ ৰাজকীয় ঋণ

৪। বিলাতত মহাত্মা

৫। মেজমেলত মহাত্মা

**প্ৰবন্ধাৱলী ঃ**

১। মুচোলিনীৰ ওপৰত ডাণ্টেৰ প্ৰভাৱ (বাঁহী ২৩/৪)

২। কংগ্ৰেছ আৰু এছেম্বলী নিৰ্বাচন (বাঁহী ২৩/৪)

৩। ৰুছিয়াৰ বিশ্বকৰ্মা (বাঁহী ২৩/৭)

৪। দোষ আৰু শাস্তি (বাঁহী ২৩/১০)

৫। অসম চৰকাৰৰ ধাৰ (বাঁহী ২৪/২)

৬। ভাৰত চৰকাৰৰ চাকৰিয়াল (বাঁহী ২৪/১)

৭। নতুন শাসন-তন্ত্ৰত অসমৰ বাজেট (বাঁহী ২৪/১২)

৮। চৰকাৰী ৰাজহ (বাঁহী ২৪/৩)

৯। নতুন শাসন সংস্কাৰত মন্ত্ৰী (বাঁহী ২৪/১১)

১০। প্ৰাদেশিক ৰাজস্বৰ সৰহ ভাগতে কাউন্সিলৰ হাত নাই (বাঁহী ২৪/১২)

১১। পুনৰ মাচুল বঢ়োৱাৰ মূলতে কি (বাঁহী ২৫/২)

১২। আমেৰিকাৰ প্ৰথম ৰণোৎসৱ (বাঁহী ২৫/৩)

১৩। বনুৱাৰ দুৰ্দশা (তিনিদিনীয়া অসমীয়া, ১৯৩০)

১৪। ধৰ্ম আৰু শাসন-যন্ত্ৰ (অসমীয়া, ১৯২৮)

১৫। গোৰ্কিৰ কমৰেড উপন্যাসৰ আভাস (অসমীয়া ১৯২৯)

১৬। মন্ত্ৰী পদৰ মোহ (অসমীয়া ১৯২৯)

১৭। অসমৰ জাতীয় আন্দোলন ঃ কংগ্ৰেছৰ চমু ইতিহাস (তিনিদিনীয়া অসমীয়া, ১২ এপ্ৰিল, ১৯৩০)

১৮। অসমৰ জাতীয় আন্দোলন আৰু চাহ খেতিয়ক-সকলৰ বিৰুদ্ধাচৰণ (অসমীয়া, ২৫ মে', ১৯২৯)

১৯। অসমীয়া আৰু কংগ্রেছ (অসমীয়া, ২৩ নৱেম্বৰ ১৯২৯)

২০। বিদেশী শাসন ঃ ব্রিটিছ ৰাজত্বত স্বাধীনতা যুঁজৰ আৰম্ভণ (অসমীয়া, ২৩ মার্চ, ১৯৩০)

২১। আসাম কানি তদন্ত কমিটি (১) (অসমীয়া, ১৬ জুন, ১৯৩৩)

২২। আসাম কানি তদন্ত কমিটি (২) (অসমীয়া, ৩০ জুন, ১৯৩৩)

২৩। আসাম কানি তদন্ত কমিটি (৩) (অসমীয়া, ৭ জুলাই, ১৯৩৩)

২৪। ইউৰোপ আৰু ভাৰতত কানিৰ নিৰিখ (অসমীয়া, ১২ আগষ্ট, ১৯৩৩)

২৫। ৰুচ সাহিত্যত বলছেভিজিম (বাঁহী)

২৬। ১৯৪২ চনৰ অসমৰ গণ-বিপ্লৱ .... (অমৃত বাজাৰ পত্রিকা, ১ম স্বাধীনতা দিৱস সংখ্যা)

